॥ প্ৰকাশক ॥

শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল প্ৰতিষ্ঠিত

লয়াৰ্ছ বুক ষ্টল

পানবজাৰ ঃঃ গুৱাহাটী

॥ মূল গ্ৰন্থৰ ৰচনাকাল ॥

ডিচেম্বৰ ১৯৬০

॥ প্ৰথম প্ৰকাশ ॥

জুন ১৯৬৩

দ্বিতীয় প্ৰকাশ ১৯৭৭

॥ মুদ্ৰক ॥

কমলা পাণ্ডা

আদিমুদ্ৰণী

৭১, কৈলাস বোস ষ্ট্ৰীট,

কলিকাতা-৬

মূল্য ঃ ষোল্ল টকা মাত্ৰ

## ॥ মনৰ খবৰ ॥

বিখ্যাত নাট্যকাৰ চিনেকাৰ কোনো এক নাটকীয় চৰিত্ৰই এষাৰ কথা কৈছিল : 'মোৰ মনৰ কথা কোনোৱে নেজানিলে, জনাহেঁতেন মোক মাৰিলেও মোৰ আক্ষেপ নেথাকিলহেঁতেন !'

মনৰ কথা নেজানি আজি বহুতকে বহু সময়ত বহু ভাবে বিচাৰ কৰি চাওঁ। আৰু সেই বিচাৰ সকলো সময়তে শুদ্ধ নহয়। বহু দোষী মানুহৰো প্ৰকৃত দোষৰ কাৰণ গভীৰ ভাবে বিচাৰিলে এনে বহু কথাৰ সন্ধেদ পোৱা যায়, যিহে উকা চকুৰে দেখা পোৱা পৰিচয়ৰ অন্তৰালত লুকাই থকা আন এটি পৰিচয়ৰ স্বৰূপ আমাৰ চকুৰ আগত দাঙি ধৰে। তেনে এক দুমুখীয়া স্বৰূপ নিহিত থকা মানুহৰ কথাই বৰ্ণিত হৈছে 'অভিশপ্ত চম্বল'ৰ পাতত। 'অভিশপ্ত চম্বল'ৰ কাহিনীৰ ছত্ৰে ছত্ৰে চিত্ৰিত হৈছে এক আচৰিত বৃত্তিৰ, অদ্ভুত এক লালসাৰ দ্বাৰা বশীভূত, অভাৱনীয় এক শ্ৰেণীৰ মানুহৰ ঘটনাবহুল জীৱন-গাঁথা। প্ৰচলিত সমাজ-ব্যৱস্থাৰ বাহিৰত, চিৰাচৰিত নীতি-নিয়মৰ বাহিৰত থাকি নিজৰ এক স্বকীয়া বাতাবৰণ গঢ়ি বাস কৰা এই সকল লোকক সাধুভাষাত কোৱা হয়—ডকাইত !

পেটৰ ক্ষুধা নিবাৰণৰ বাবে অথবা ক্ষুদ্ৰ কোনো স্বাৰ্থৰ বাবে এই ডকাইত শ্ৰেণীৰ উদ্ভৱ হোৱা নাই—মধ্যপ্ৰদেশৰ চম্বল উপত্যকাৰ বুকুত বছৰৰ পিচত বছৰ বঘুমলাৰ দৰে বাঢ়ি অহা এই সম্প্ৰদায়ৰ অমানুষিক অত্যাচাৰ, নিষ্ঠুৰতা আৰু হিংস্ৰতাই সমগ্ৰ দেশৰ সংহতিৰ পথত এক বাধা বুলি বিবেচিত হৈ আছিছে। সেয়েহে কেন্দ্ৰীয় চৰকাৰে হেজাৰ হেজাৰ টকা খৰচ কৰিছে এই ডকাইত সম্প্ৰদায়ক নিঃশেষ কৰিবলৈ, বিদেশৰ পৰা বিভিন্ন অস্ত্ৰ-শস্ত্ৰ আৰু বিশেষজ্ঞ

আনি মেলি দিছে অতৃপ্ত চম্বল উপত্যকাৰ গহীন বনানীৰ মাজে মাজে। সৌ সিদিনা মাথোন বিনোৱা ভাবে নিজে গৈ ডকাইতৰ হৃদয় পৰিবৰ্ত্তনৰ বাবে চেষ্টা চলাই আহিছে। তথাপিও একো হোৱা নাই। এজন ডকাইত মৰিছে, আৰু এজন ঠন ধৰি উঠিছে; ৰক্তবীজৰ বংশধৰৰ দৰে তাৰ পিচত এজন, আৰু এজন; কোনে জানে কেতিয়া কেনেকৈ এই সমস্যা, এই সম্প্ৰদায় নিঃশেষ হ'ব!

কিন্তু কোন এই ডকাইতবোৰ? কিহৰ লালসা তেওঁলোকৰ? কি বিচাৰে তেওঁলোকে? কিয় এই নিষ্ঠুৰ জীৱনৰ হাবিয়াস? প্ৰকৃততে তেওঁলোক দয়া-মমতাহীন মানুহনে? কিহৰ বাবে এই সৰ্বগ্ৰাসী ক্ষুধা?

এইবোৰ প্ৰশ্নৰ উত্তৰ পাবলৈ হ'লে থমকি ব'ৰ লাগিব।

আৰু 'অভিশপ্ত চম্বল'ৰ পাত লুটিয়াই গ'লেই এইবোৰ প্ৰশ্নৰ উত্তৰ আপোনা-আপুনি পোৱা যাব। 'খুন কা বদলা খুন': তেজৰ সলনি তেজৰ সৰ্বনাশী চিন্তাই অক্টোপাছৰ দৰে আবৰি চম্বলৰ 'বেহড়'ৰ মাজে মাজে সৃষ্টি কৰা এইবোৰ নৃশংস মানুহৰ জীৱনৰ ছয়োটা দিশ অপৰূপ ভাবে চিত্ৰিত হৈছে এই গ্ৰন্থত। প্ৰথমতে উল্লেখ কৰা 'মনৰ কথা'—ডকাইতৰ মনৰ কথাকে ক'বৰ চেষ্টা কৰিছে এই গ্ৰন্থৰ গ্ৰন্থকাৰে। কিতাপৰ লেখক সাংবাদিক তৰুণ কুমাৰ ভাদুড়ী—নিজে এই ভয়াবহ উপত্যাকাৰ মাজলৈ সোমাই গৈ প্ৰতিজন মানুহক লগ ধৰি, তেওঁলোকৰ লগত বসবাস কৰি যি কথা সংগ্ৰহ কৰিছে তাকেই তেওঁ লিপিবদ্ধ কৰিছে "অভিশপ্ত চম্বলত। গতিকে অ'ৰ ত'ৰ পৰা সংগৃহীত টোকা .আৰু প্ৰচলিত কাহিনীৰ সমাবেশ ইয়াত নাই; ইয়াত আছে যিসকলক লৈ এই কাহিনীৰ সূত্ৰপাত সেইসকলৰ স'তে ব্যক্তিগত ভাবে নিবিড় পৰিচয়ৰ পিচত অনুভৱ কৰা সকলো কথাৰ নিৰ্ভীক আৰু স্পষ্ট প্ৰকাশ। লেখকৰ মৰমী হাতৰ বৰ্ণনা-ৰীতিৰ কৌশলৰ বাবে গোটেইখন কিতাপ উপন্যাসৰ দৰে ৰসস্নিগ্ধ হৈ উঠিছে। ভাৰতীয় আন কোনো ভাষাতে

ডকাইতি সমস্যাৰ ওপৰত এনে তথ্য-গধুৰ মনোৰম কিতাপ পঢ়া মনত নপৰে।

প্ৰকাশৰ লগে লগে অভূতপূৰ্ব জনপ্ৰিয়তা আৰু চাঞ্চল্যৰ সৃষ্টি কৰা এই গ্ৰন্থৰ অসমীয়া অনুবাদ আগবঢ়াইছোঁ৷ অসমীয়া পাঠক-পাঠিকাসৱৰ বাবে। ৰাইজে ভাল পালে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব। কিতাপখন অনুবাদৰ অনুমতি দিয়া বাবে লেখক তৰুণ কুমাৰ ভাদুড়ীলৈ মোৰ আন্তৰিক ধন্যবাদ ৰ'ল।

খঃ নাঃ দঃ বঃ

*When we had passed the gate, I pulled my hat down over my eyes and wept a little, and no one saw it.*

SILVIO PELLICO



চম্বল উপত্যকাৰ বেহড়ৰ মাজে মাজে পুলিচৰ ডকাইত অনুসন্ধান



দস্যু-ৰাণী পুতলী বাঈ



তাম্নো আৰু আচগৰী বাঈ



ডকাইতৰ হৃদয়-পৰিবৰ্তন অভিযানত যোৱা বিনোবা ভাৱেই চম্বল পাৰ হৈ মধ্যপ্ৰদেশত সোমোৱা দেখা গৈছে



নাগৰাত লাখন সিঙৰ ঘৰৰ ধ্বংসাৱশেষ



মানসিঙৰ ঘৈণীয়েক ৰুক্মিণীক ডঃ কে. এন. কাটজুৰ স'তে কথা-বতৰা হোৱা দেখা গৈছে

## ॥ এক ॥

"উচ্কে বাদ ?"

"উচ্কে বাদ বেটা……"

লেম্পৰ কমি অহা পোহৰ আৰু ম্লান হৈ আহে। বাহিৰৰ ক'লা ডাঠ এন্ধাৰ বৃদ্ধা ৰুক্মিণীৰ ঘৰলৈ সোমাই আহিছে আৰু তেওঁৰ মনৰ ভিতৰত এৰি অহা দিনৰ বহুত হাঁহি-কান্দোন জড়িত শ শ টুকুৰা-টুকুৰ ঘটনাই আগুৰি ধৰিছেহি। অলপ অলপ মনত আছে, আৰু কিছুমান স্মৃতিৰ অন্তৰালত হেৰাই গৈছে। ৰুক্মিণীয়ে ভাবিবলৈ চেষ্টা কৰে। ঘৰৰ ভিতৰত নিস্তব্ধতা। আধা অন্ধকাৰত মাত্ৰ দেখিবলৈ পাইছিলোঁ। শেৱালি-শুভ্ৰ কেইডালিমান চুলি আৰু সময়-ভাবাক্ৰান্ত অগণন নিৰ্মম দাগ-কটা সোতোৰা-মুতৰি গাল। জ্যোতিহীন চকু দুটি দেখি ভাব হৈছিল যেন নিশ্চল পাথৰৰ টুকুৰা—স্থিৰ দৃষ্টি, বহুত দূৰলৈ—বহুত দূৰলৈ।

লেম্পৰ পোহৰকণ আৰু অলপ বঢ়াই দিলোঁ। দেখিলোঁ, ৰুক্মিণী যেন বহুত দূৰৈৰ মানুহ। এইবাৰ চকু দুটি চলচলীয়া হৈ পৰিল। লাহে লাহে চকুপানী ওলাই কোচমোচ খোৱা গালৰ ওপৰেদি বাগৰি আহিল।

সাংবাদিকসুলভ কৌতূহলৰ উত্তৰ সেইদিনাখন হয়তো ৰুক্মিণীৰ পৰা পোৱা নাই। কিন্তু যেতিয়া ঘুঘণ্টাৰ পিছত তেওঁৰ ওচৰৰ পৰা উভতি আহিছিলোঁ, তেতিয়া যেন মনৰ ক'ৰবাত অনুভৱ কৰিছিলোঁ এক অজান বেদনা। ৰুক্মিণীৰ সকলো কথা বুজিব পৰা নাই, হয়তো বুজিবৰ চেষ্টাও কৰা নাই। তেওঁৰ যুক্তি আৰু তৰ্কই হয়তো মোক সন্তুষ্ট কৰিব পৰা নাই। কিন্তু যিকেইটা প্ৰশ্ন লৈ তেওঁৰ ওচৰলৈ গৈছিলোঁ, তাতকৈ বহুতো বেছি প্ৰশ্ন লৈ উভতি আহিছিলোঁ। প্ৰশ্ন কৰিছে ৰুক্মিণীয়ে, যাৰ উত্তৰ তেতিয়া মোৰ ওচৰত নাছিল, আজিও নাই। আন কাৰোবাৰ ওচৰত আছে নে নাই নাজানোঁ। যদি আছে তেনেহলে ইয়াকে ক'ব পাৰোঁ যে, মধ্যপ্ৰদেশৰ ভিণ্ড চহৰৰ পৰা তিনিমাইলমান দূৰৈত উদিতপুৰা নামে যিখন সৰু গাওঁ আছে, তাৰে সৰু গলি এটাৰ এটা ঘৰত ৬২ বছৰ বয়সৰ এক বৃদ্ধাই সেই উত্তৰ জানিব খোজে।

দুৰ্ধৰ্ষ ডকাইত 'দস্যুৰাজ' মানসিঙৰ পত্নী ৰুক্মিণীয়ে আজি পোন্ধৰ বছৰৰ পৰা—হয়তো তাতকৈও বেছি ক্ৰমাগত সেই প্ৰশ্ন সকলোকে কৰি আহিছে। উত্তৰ তেওঁ এতিয়াও পোৱা নাই। বিচাৰিছে। হয়তোবা কোনোবাদিনাখন কোনোবাই সেই প্ৰশ্নৰ উত্তৰ দিব পাৰিব। কোনে জানে, সেইদিনাখনৰ কাৰণেই বৃদ্ধা ৰুক্মিণী কিজানি জীয়াই আছে।

৩ মাৰ্চ, ১৯৬৯। আৰেলি আগ্ৰা জেলৰ লৌহকপাট সশব্দে খুলি গ'ল, আৰু বাহিৰৰ মুকলি বতাহ আৰু পোহৰলৈ—দীৰ্ঘ এবাৰ বছৰৰ

পিছত ওলাই আহিল এক স্বাস্থ্যবান দীৰ্ঘকায় সুপুৰুষ। কঁকাল অলপ হালি পৰিছে। মূৰৰ কেইডালিমান চুলিও যোধহয় পকিছে। ধীৰ পদক্ষেপেৰে মূৰ তললৈ জেলৰ কম্পাউণ্ড এৰি তেওঁ নিজ গাঁৱৰ পথ ধৰিলে।

পিছদিনাখন আবেলি মানসিং তেওঁৰ গাওঁ খেড়া-খাঠোৰ আহি পালেহি।

ৰুক্মিণীৰ সেই দিনটোৰ কথা ঠিক মনত আছে। কুৰি বছৰ আগৰ ঘটনা তেওঁৰ মনত আজিও জল-জল পট্-পট্কৈ মনত পৰে। অলপো ম্লান, অলপ্যো ধূসৰ হৈ উঠা নাই। প্ৰায় একযুগ পিছত তেওঁৰ স্বামীক নিজৰ ওচৰত পাই প্ৰথমে তেওঁ আনন্দত অধীৰ হৈ উঠিছিল। কিন্তু অলপ সময়ৰ কাৰণেহে। তাৰ পিছত বুকু-ফটা কান্দোনেৰে সমুখৰ মজিয়াত আচাৰ খাই পৰে। তেওঁৰ ডেকা ল'ৰা যশৱন্তসিং…। পুলিচৰ নিৰ্মম গুলীত সি প্ৰাণ দিছে—এইয়াতো ডেৰবছৰমান হ'ল। আজি তাৰ বাপেক উভতি আহিছে, কিন্তু বাপেকৰ সেই 'ছুলাৰা বেটা' ক'ত!

মানসিঙৰ চকুৰ পৰাও পানী ওলায়। খাটিয়াত বহি তেওঁ হুক্-হুক্কৈ কান্দি উঠে। তেওঁ সকলো জানে। মনক শিলৰ দৰে টান কৰি কাৰাগাৰৰ প্ৰাচীৰঘেৰা অন্ধকাৰ ঘৰত বহি তেওঁ যশৱন্তসিঙৰ মৃত্যু-সংবাদ শুনিছে। ৰুক্মিণীয়ে নাজানে। কিন্তু জেলৰ জমাদাৰে শুনিছে তেওঁৰ কান্দোন। তেওঁ ইয়াকো জানে, তেওঁৰ ল'ৰাৰ মৃত্যুৰ বাবে কোন দায়ী। কিন্তু গাঁৱৰ দুইদলৰ কাজিয়াৰ যে এই ভয়ঙ্কৰ পৰিসমাপ্তি হ'ব সেইয়া তেওঁৰ জনা নাছিল।

"তেৰা আউৰ পাঁচ লেড়কা তো হ্যায়।" বাকী পাঁচজন ল'ৰাৰ কথা ৰুক্মিণীক স্মৰণ কৰাই সান্ত্বনা দিবলৈ গৈ মানসিং কান্দোনত অস্থিৰ হৈ পৰে। ৰুক্মিণী এইবাৰ জ্বলি উঠে। "লাজ নালাগে তোমাৰ? যিসকলৰ কাৰণে তোমাৰ ল'ৰা পুলিচৰ গুলীত মৰিল, যিসকলৰ কাৰণে তুমি ডেকাকালৰ ১১ বছৰ জেল খাটি আহিলা,

সেইসকল গাঁৱত বুকু ফুলাই ঘূৰি ফুৰিব আৰু তুমি তিৰোতাৰ দৰে বহি বহি নিজৰ 'জোক'ৰ আচলেৰে মুখ ঢাকি কান্দিবা। লাজ নালাগে? মনত পৰে তোমাৰ, ৩২ বছৰৰ ডেকা সুপুৰুষ তুমি জেললৈ গৈছিলা আৰু আজি এঘাৰ বছৰ পিছত ৪৩ বছৰৰ এটা 'জিন্দা লাচ' হৈ উভতি আহিছা আৰু সক ল'ৰাৰ দৰে দুখতে কান্দিছা?"

"কি কৰিম কোৱা ৰুক্মিণী। মেৰী কমৰ টুট গয়ি।"

"যশৱন্তৰ কচম, তুমি যদি এইদৰে তিৰোতাৰ দৰে বহি কান্দা।"

"নাই নাই ৰুক্মিণী, কচম্ নিদিবা।" মানসিং ভয়ত কঁপি উঠে। ৰাজপুতৰ শপত, বৰ ভয়ঙ্কৰ শপত।

ৰুক্মিণী জ্বলি উঠিছিল। উন্মাদৰ দৰে চিঞৰি উঠে। "লোৱা। সাহস যদি নাই খাৰু পিন্ধি ঘৰত বহি কান্দি থকা।" খঙত, ঘৃণাত আৰু লাজত ৰুক্মিণীয়ে তেওঁৰ হাতৰ খাৰু কেইপাত মানসিঙৰ কোলালৈ দলিয়াই দিছিল।

"উচ্‌কে বাদ?"

"উচ্‌কে বাদ"…। ৰুক্মিণী অলপ ৰ'ল। খাৰুহীন নিজৰ খালি হাতখনৰ ওপৰত শীৰ্ণ আঙুলি বুলাই যায়।

ধীৰে ধীৰে খাটিয়াখনৰ পৰা মানসিং থিয় হ'ল। "উচ্‌কে আখো মে খুন থা।" ৰঙা হৈ উঠিছে খঙতে তেওঁৰ চকু দুটি, লাজ আৰু চকুৰ পানীৰে। ওঁঠ দুটি কঁপিব ধৰিলে। দৌৰি ঘৰৰ ভিতৰলৈ গৈ বন্দুকটো লৈ আহে। সমুখত থিয় হৈ আছিল তিনিওজন ল'ৰা কলে, "বল, মোৰ লগত। খুন কা বদলা খুন।"

"বেটা, মোৰ আনন্দ হ'ল। ইমানদিনৰ পিছত মোৰ ল'ৰাৰ মৃত্যুৰ প্ৰতিশোধ ল'ব। কিন্তু মোৰ ভয় হল কি কৰিব বাপেক-ল'ৰাই

মিলি। ডকাইতি নকৰে তো? তেওঁক কলোঁ, 'যি হয় কৰা, ব্ৰাহ্মণ হত্যা কিন্তু নকৰিবা। ব্ৰাহ্মণ হত্যা মহাপাপ।'

"মোৰ কান্ধত হাত দি তেওঁ কলে, 'তুমি ভয় খাইছা কিয়? ভগবান শ্ৰীৰামচন্দ্ৰইও লঙ্কাৰ ব্ৰাহ্মণ ৰজা ৰাৱণক হত্যা কৰিব লগা হৈছিল।" অন্ধকাৰত মোৰ সমুখেদি, বাপেক-ল'ৰাৰ চাৰিমূৰ্ত্তি দূৰৈৰ পাহাৰত মিলি গ'ল। চম্বলৰ 'বেহড়ে' (গিৰিবৰ্ত্ম—Ravines) তেওঁলোকক হাত বাউল দি মাতি লৈ গ'ল।"

দলিয়াই পেলোৱা খাৰু কেইপাত ৰুক্মিণীয়ে তুলি লৈ আবেগত সেইদিনাখন বুকুত সাবটি লৈছিল। বিশ বছৰ আগৰ কথা। কিন্তু ক'তা, তেওঁতো আজিও পাহৰা নাই। কি কৰিয়ে বা পাহৰিব? তাৰ পিছত যি যি হৈছে, ছবিৰ দৰে তেওঁৰ মনত আছে। আহিছে অনাহাৰ, অত্যাচাৰ, শীত, গ্ৰীষ্ম, বৰ্ষা। ৰুক্মিণীৰ মনত বহুত প্ৰশ্নই উদয় হৈছে। ছয় নাতি-নাতিনীক বুকুত সাবটি লৈ ৰাতিৰ পিছত ৰাতি তেওঁ নিদ্ৰাহীনভাবে কটাইছে আৰু বিচাৰিছে তেওঁৰ প্ৰশ্নৰ উত্তৰ। কিন্তু উত্তৰ পোৱা নাই। আজিও পোৱা নাই। মোকো সুধিছিল। মোৰ পৰাও পোৱা নাই।

বিশ বছৰ আগৰ ঘটনা। কিন্তু আৰম্ভ হৈছিল তাৰো আগতে, বহুত আগতে।

খেড়া-ৰাঠৌৰত যিদিনাখন ১৮৯৬ চনৰ দুৰ্যোৰ দুৰ্যোগৰ এক ৰাতি বিহাৰীসিঙৰ দ্বিতীয় পুত্ৰ হ'ল, গাৱঁৰ বৃদ্ধ জ্যোতিষীয়ে ভবিষ্যদ্বাণী কৰি গ'ল, "লড়কা বহোত হোনহাৰ হোগা। বহোত নাম কামায়েগা।" মিছা কোৱা নাছিল জ্যোতিষীয়ে। কামৰ ল'ৰাই হৈছিল, আৰু নামো বহুত হৈছিল। বাপেকৰ দ্বিতীয় আৰু শেষ ল'ৰা। ঘৰুৱালিতে নাম ৰখা হ'ল মানসিং। ডাঙৰ ল'ৰা নবাবসিং যে কোনোবাদিনাখন মানুহ হ'ব তাৰ কোনো আশাই নাছিল

বিহাৰীসিঙৰ। কিন্তু মানসিং? "বহোত নাম কামায়েগা।" আৰু "বাপকা বেটা চিপাহী কা ঘোৰা কুছ নহী তো থোড়া থোড়া।" সকৰে পৰা নবাবসিং গাঁৱৰ কুসঙ্গৰ লগত পৰিল আৰু এনেকুৱা কোনো কু-কাম নাছিল যি সি কৰিব নোৱাৰে বা নকৰাকৈ থকা নাছিল। পিছত পুলিচৰ ৰেকৰ্ডত লিখা হৈছিল :

"Nawab Singh learnt nothing lawful in his life. His life was an unrelieved pattern of criminality."

কিন্তু মানসিং? তেওঁ আছিল বেলেগ সাঁচত গঢ়া। সৰুৰে পৰা গাঁৱৰ নেতা হৈ উঠিল। এটা দল গঢ়ি তুলিলে, যি দলটো তেওঁৰ কথাতে উঠা-বহা কৰে। সুন্দৰ স্বাস্থ্যবান চেহেৰা। বাপেকৰ আদৰৰ ল'ৰা ডাঙৰ হ'বলৈ ধৰিলে। কিন্তু হঠাতে এদিনাখন তেওঁৰ ছন্দোময় ভাৱনাত যতি পৰিল। বহুত ভাবিচিন্তি এদিনাখন বাপেকক সুধিলে, "ৰাতিৰ অন্ধকাৰত তোমাৰ ওচৰলৈ প্ৰায়ে মানুহ আহে। সিহঁতৰ লগত থাকে সৰু-ডাঙৰ টোপোলা—সেইবোৰ তেওঁলোকে লুকাই লৈ আহে। তেওঁলোক কোন?"

অপ্ৰত্যাশিত প্ৰশ্নত কিছু চমকি উঠি সহজভাৱে বিহাৰীয়ে উত্তৰ দিছিল—"মেৰে দোস্ত্, বেটা"। 'দোস্ত'—কথাটোৱে মানসিঙৰ মনত গভীৰ ভাৱে দাগ বহুৱাই গ'ল। 'দোস্ত্'হঁত প্ৰায়ে আহে। অলপ ডাঙৰ হৈ বুজিলে এই 'দোস্ত' সকল কোন? যেনেহলে তেওঁৰ বাপেকৰ 'দোস্ত'সকলো, দাগী চোৰ আৰু ডকাইত। তেওঁৰ বাপেকে চোৰাই মালৰ ব্যৱসায় কৰে। মানসিঙে ভাবে, চোৰ ডকাইত মাত্ৰেই বোধহয় 'দোস্ত্'। গাঁৱৰ নামী মানুহ বিহাৰীসিঙৰ 'দোস্ত্'।

মানুহৰ জীৱনত সকলোতকৈ ডাঙৰ অপৰাধ বোধহয় অপৰাধী বাপেকৰ পুত্ৰ হোৱা। মানসিঙৰ জীৱনত সেয়ে হৈছিল। বিহাৰীৰ ওচৰত কোনো দোষেই দোষ নাছিল। মাত্ৰ পাঁচ বিঘা মৌৰচী (কৰমুক্ত) মাটি আছিল। কিন্তু ঠাকুৰ বিহাৰীসিং 'তোমৰ' ৰাজপুত

বংশৰ ল'ৰা। মান-সন্মান খ্যাতি-প্ৰতিপত্তি হিচাবে পাঁচ বিঘা মাটিৰ পৰা কিটোৱে বা আয় হয়! গাঁৱত লাগে মান, প্ৰতিপত্তি আৰু 'ইজ্জত'। তাৰ কাৰণে লাগে প্ৰচুৰ অৰ্থ। গাঁৱৰ সংস্থানসম্পন্ন ব্ৰাহ্মণ সকলোতকৈও বেছি অৰ্থ। লাহে লাহে বিহাৰীসিঙে লেন-দেনৰ ব্যৱসায় আৰম্ভ কৰিলে। হৈ উঠিল অৰ্থপিশাচ 'চাইলক'। বেচি সুদত টকা ধাৰ দিয়া আৰম্ভ কৰিলে। যি সকলে সুদ দিব নোৱাৰে সেইসকলক বিহাৰীসিঙে সকলো নোহোৱা কৰিছে এবে।

এনেকুৱা এজনকে বিহাৰীসিঙে নিঃশেষ কৰিবলৈ উদ্যত হ'ল। কপৰ্দকহীন ভোলাসিং জ্বলি উঠিল যেতিয়া বিহাৰীসিঙে তাৰ সম্বল সক এটা ঘৰ গ্ৰাস কৰিবলৈ চেষ্টা কৰিলে। গাঁৱৰ ঘৰে ঘৰে গৈ ভোলাই তাৰ কৰুণ কাহিনী আৰু বিহাৰীৰ নিষ্ঠুৰতাৰ কথা শুনালে। কিন্তু কাৰ এনেকুৱা সাহস যিজনে বিহাৰীৰ বিৰুদ্ধে আঙুলি দেখুৱায়? গাঁৱৰ ধনী ব্ৰাহ্মণ পুৰোহিত পণ্ডিত তুলসীৰামৰ ভৰিত ভোলা লুটি খাই পৰিলগৈ। বিহাৰীৰ ছুই চকুৰ বিষ তুলসীৰাম। গাঁৱৰ শীৰ্ষস্থান কোনে পাব, ঠাকুৰ বিহাৰীসিঙে নে পণ্ডিত তুলসীৰামে, এই লৈয়ে চলিছিল বিবাদ। এয়াই সুযোগ, "কুছ পৰোৱা নাই। কোৰ্টত যা তই, পইচা নিদিবি।" তুলসীৰামে ভোলাক সান্ত্বনা দিয়ে।

গাঁৱৰ মানুহ কঁপি উঠিল। লাঠি, বল্লম লৈ দুয়োদলৰ মানুহ সাজু হ'ল। গাঁৱৰ মুখীয়ালসকল মিলি মীমাংসা কৰি দিলে। সমিল-মিল হ'ল দুয়োদলৰ মাজত, কিন্তু জুই জুমুমাল। যুবক ল'ৰা মানসিং। বিহাৰীয়ে ভেঙুচ ক'লে, "তোৰ বাপেৰৰ ইজ্জত ধূলিত মিহলি হৈ যাব আৰু তই ঠাকুৰ, ৰাজপুত, তাকেই মনে মনে চাই থাকিবি?" নহয়, সেয়া নহ'ব। বাপকা বেটা মানসিং। পুলিচৰ লগত বন্ধুত্ব পাতিলে। বন্দুকৰ লাইচেন্স অকল নিজৰ কাৰণেই নহয়, ভাতৰ ভায়েক নবাবসিঙৰ কাৰণেও পালে। এইবাৰ পণ্ডিত তুলসীৰাম শঙ্কিত হ'ল।

হঠাতে এদিনাখন ওচৰৰ মহুৱা গাৱঁত ছিদ্দাৰ ঘৰত ডকাইতি হ'ল। তলফীৰামে ভাবিলে, এয়াই সুযোগ। পুলিচক খবৰ দিলে, এই ডকাইতিত মানসিঙৰো হাত আছে। বহুত চেষ্টা কৰিও পুলিচে মানসিঙৰ বিৰুদ্ধে কোন প্ৰমাণ সংগ্ৰহ কৰিব নোৱাৰিলে। তলফীৰাম হাৰ মনা পাত্ৰ নহয়। ছিদ্দাক ক'লে, "মানসিঙৰ নামত কোৰ্টত কেচ দি দে।" এইবাৰ মানসিঙে ভয় খালে। ছিদ্দাক এটা মীমাংসালৈ আহিবলৈ বুজালে। তলফীৰামৰ অৰ্থ আৰু সাহস পাই ছিদ্দাই মানসিঙক অপমান কৰি খেদি পঠিয়ালে। "যা গৈ, কিবা বুজাপৰা কৰিব লাগিলে পণ্ডিত তলফীৰামৰ লগত কৰগৈ। সি যি ক'ব মই তাকে কৰিম।"

তলফীৰামৰ লগত বুজা-পৰা? তাৰ বাপেকৰ দুষমন? মানসিঙৰ তেজ উথলি উঠিল। আচ্ছা, দেখ লেঙ্গে! তলফীৰাম আৰু ছিদ্দাক কোৰ্টৰ পথত মানসিঙৰ দলে আক্ৰমণ কৰিলে। পুলিচ আকৌ আহিল, কিন্তু এইবাৰো মানসিঙৰ বিৰুদ্ধে কোনো প্ৰমাণ নাপালে।

৩০ জুলাই, ১৯২৮।

মানসিঙে তেওঁৰ দলবল লৈ ছিদ্দাৰ আত্মীয় গুৰুবাসীক আক্ৰমণ কৰিলে। খবৰ পাই তলফীৰাম তাৰ দলবল লৈ খেদি আহিল, আৰম্ভ হ'ল তুমুল যুদ্ধ। ভয়াবহ সেই দৃশ্য। বন্দুক, লাঠি, বল্লম, তলোৱাৰ। মূৰ ফাটিল, ঘৰ পুৰিল, গমৰ 'গোলা'ত জুই লাগিল। মহুৱা গাওঁ তেজৰ নদীত উটি গ'ল। তিৰোতা আৰু শিশুৰ কান্দোনৰ ধ্বনিৰে গাৱঁত হাঁহাকাৰ লাগি পৰিল।

মানসিঙৰ হাতত হাতকেৰেয়া লাগিল এই প্ৰথম আৰু সেই শেষবাৰৰ কাৰণে। যাবজ্জীৱন দ্বীপান্তৰ হ'ল মানসিঙৰ আৰু দলৰ বাকীবোৰৰ হ'ল পাঁচ বছৰকৈ জেল। মানসিঙৰ ল'ৰা যশবন্তসিং,

ককায়েক নবাবসিং আৰু ভায়েকৰ পুতেক দৰ্শনসিংক পুলিচে ধৰিব নোৱাৰিলে। সিহঁত পলাতক। মানসিঙৰ দুজন বিশ্বস্ত অনুচৰ ধীমসিং আৰু ভূপসিং ভয়তে পণ্ডিত তলফীৰামৰ দলত যোগ দিলে।

জীৱনৰ প্ৰথম যুদ্ধত ঠাকুৰ মানসিং ব্ৰাহ্মণ পুৰোহিত পণ্ডিত তলফীৰামৰ ওচৰত পৰাজিত হ'ল।

কাৰাবাসৰ একোটি দিনেই একোটা বছৰৰ দৰে লাগিল। জেল-জীৱন মানসিঙৰ বাবে অসহ্য হৈ উঠিল। বহি বহি জেলৰ বেৰত দাগ দিয়ে, ভাবে, আৰু প্ৰতিহিংসাৰ অগনি জ্বলি উঠে। সন্দেহ, প্ৰতিশোধ আৰু গ্লানিয়ে তেওঁৰ মনত ঘুণে ধৰালে। রুক্মিণী আৰু ছয়জন ল'ৰাৰ কথা ভাবি ভাবি স্নেহপ্ৰৱণ বাপেকে প্ৰায়ে কান্দি কান্দি জেলৰ চেঁচা পাথৰৰ মেজ তিয়াই পেলায়। মাজে মাজে খবৰ পায়, যশবন্তসিং, দৰ্শনসিং আৰু নবাবসিং পলাই ফুৰিছে আৰু ভোকত অৰ্থাভাবত সৰু-সুৰা চুৰি ডকাইতি কৰিছে। পুলিচ সিহঁতৰ পিছত ঘূৰিছে কিন্তু পোৱা হলে নাই।

কিন্তু ১৯৩৭ চনৰ ৫ ডিচেম্বৰ। বেছি সময়ও নালাগিল। সাধাৰণ এনকাউণ্টাৰ। পুলিচৰ গুলীত চম্বল নদীৰ গিৰিবৰ্ত্মৰ মুখত যশবন্তসিং আৰু দৰ্শনসিং মৃত্যু মুখত পৰিল। নবাবসিং ধৰা পৰিল, আৰু তাৰ হল যাবজ্জীৱন দ্বীপান্তৰ।

মানসিঙে সকলো শুনিলে। জেলৰ প্ৰাচীৰত দাগ দি দি যায়। আৰু কিমান দিন বাকী? একো একোটা বছৰক ভাব হয় যেন এক এক যুগ। জেলৰ একমাত্ৰ সঙ্গী হ'ল পণ্ডিত ছাৰৰাম। ব্ৰাহ্মণ হৈও তেওঁ মানসিঙৰ বন্ধু। তলফীৰামৰ লগত হোৱা যুদ্ধত তেওঁ মানসিঙৰ দলত আছিল। অসুস্থ, রুগ্ন, শীৰ্ণকায় ছাৰৰাম। একমাত্ৰ ল'ৰা রূপনাৰায়ণ শৰ্ম্মা। ঘৰত মাত্তে কথা বুলি। জেললৈ প্ৰায়ে বাপেক আৰু ঠাকুৰ মানসিঙৰ লগত দেখা কৰিবলৈ আহে। খবৰ লয় আৰু ঠাকুৰৰ পলাতক লৰাহঁতক খবৰ দিয়েগৈ।

কঠিন কাৰাপ্ৰাচীৰৰ অন্ধকাৰ ঘৰত এদিনাথন ছাবৰামে শেষ নিঃশ্বাস ত্যাগ কৰিলে। মৃত্যুৰ আগে আগে আবেগত বন্ধু মানসিঙৰ হাতত ধৰি ক'লে—"মেৰে বাচ্চা ৰূপাকো দেখনা, সমঝনা, ৰূপা তেৰা ছোটা বেটা হ্যায়।" ৰূপাক মানসিঙৰ হাতত সঁপি দি যায়। "যশবন্তৰ বদলি তই ৰূপাক তোৰ ল'ৰা বুলি কোলাত তুলি লব যেন।"

"জৰুৰ দোস্ত।" মানসিঙে প্ৰতিজ্ঞা কৰে।

"খাও কচম্।"

"কচম্।"

"যশবন্ত কা কচম্।" মানসিঙে হুকৃহুকাই কান্দি পেলালে।

বহুত ধৰি-মেলি কাঠ-খৰি পুৰি বিহাৰীসিঙে পুতেক মানসিঙক কাৰাবাস শেষ হোৱাৰ আগতে মুকলি কৰি আনিলে। ৩ মাৰ্চ, ১৯৩৯, মানসিং জেলৰ পৰা ওলাই আহিল। পিছদিনাথন তেওঁৰ গাওঁ খেড়া-ৰাঠোৰ পালেগৈ।

"খুন কা বদ্‌লা খুন" বুলি বন্দুক লৈ তেওঁ ওলাই গৈছিল।

দলিয়াই পেলোৱা থাক কেইপাত ৰুক্মিণীয়ে বুকুত সাবটি লৈছিল।

সেয়া বিশ বছৰ আগৰ কথা।

"উচ্‌কে বাদ।"

"উচ্‌কে বাদ বেটা……।"

সেইপৰ পোহৰ আৰু কমি আহিল। ৰুক্মিণীয়ে পুনৰ একো ক'ব নোৱাৰিলে। হয়তোবা মনত নাছিল। হয়তোবা কিবা থাকিলেও ক'ব খোজা নাছিল।

তাৰ পিছত? তাৰ পিছৰ ইতিহাসতো অজানা নহয়। মানসিং হৈছিল বিংশ শতাব্দীৰ ভয়ঙ্কৰ অভিশাপ। তেওঁৰ বগা চিয়াহীৰে

লেখা পোন্ধৰ বছৰৰ সেই ইতিহাস। সকলোৱে জানে। মইও জানোঁ। ৰুক্মিণীয়ে জানে। তেওঁ ইয়াকো জানে, যে সেই কাহিনী মই জানোঁ। সেই কাৰণে হয়তো তেওঁ মোক কোৱা নাই।

হঠাতে ৰুক্মিণীয়ে মোক প্ৰশ্ন কৰিছে। তেওঁৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নাই। তেওঁৰ উত্তৰ মোৰ ওচৰতো নাই। সন্ধ্যা হৈ আহিছিল। যুৱ তলকৈ ৰুক্মিণীৰ সংক ঘৰটোৰ পৰা ওলাই আহিছিলোঁ। আৰু এৰি আহিছিলোঁ মধ্য প্ৰদেশৰ ভিণ্ড জিলাৰ সৰু গাওঁ উদিতপুৰা। তাৰ পিছত উদিতপুৰালৈ যোৱা নাই। হয়তো কেতিয়াও আৰু নাযাওঁ। গলেই হয়তো ৰুক্মিণীয়ে তেওঁৰ সেই প্ৰশ্ন কৰিব। মইতো তাৰ উত্তৰ দিব নোৱাৰিম। উত্তৰতো মোৰ ওচৰত নাই।

## ॥ দুই ॥

"খুন কা বদলা খুন।" কিছুদিন পিছত গাৱঁৰ গমৰ খেতিৰ মাজত তলফীৰামৰ দুই আত্মীয় বক্তিৰাম আৰু সোণপালৰ বক্তাক্ত মৃতদেহ পোৱা গ'ল। ইহঁতেই বোলে যশবন্তসিং আৰু নবাব-সিঙৰ গুপ্ত বাসস্থানৰ খবৰ পুলিচক দিছিল। মানসিং সেই সময়ত আগ্ৰাত আছিল। বহুত চেষ্টা কৰিও তলফীৰামে মানসিঙক এই হত্যাৰ ঘটনাত সাঙোৰ খুৱাব নোৱাৰিলে। পুলিচে ক'লে—
"Mansingh has a cast-iron alibi."

এয়া মাত্ৰ আৰম্ভণি। এজনৰ পিছত এজনকৈ তলফীৰামৰ দলৰ মানুহ লাহে লাহে মানসিঙৰ প্ৰতিহিংসাৰ জুইত পুৰি মৰিল। ১৯৪১ চনৰ জুন মাহৰ এদিন বাতিপুৱা খেড়া-বাঠোৰৰ মানুহবোৰে সভয়ে জনালে পণ্ডিত তলফীৰামৰ মৃতদেহ গাৱঁৰ অদূৰৰ নৰ্দমাৰ

ওচৰত পোৱা গৈছে। তলফীৰামৰ পুতেক নেতৰাম পুলিচৰ ওচৰলৈ গ'ল আৰু মানসিং তেওঁৰ লবাইঁতৰ সৈতে শেষবাৰৰ কাৰণে পলাতক হ'ল।

তাৰ পিছত।

তাৰ পিছত মূৰ্তিমান বিভীষিকাৰ দৰে মানসিং জপিয়াই পৰিল তলফীৰামৰ বাকী থকা পৰিবাৰৰ মানুহৰ ওপৰত। এটা অপৰাধৰ পিছত আন এটা অপৰাধ। বাৰে বাৰে তলফীৰামৰ পুতেক নেতৰামৰ ঘৰ আক্ৰমণ কৰিছে, ধূলিসাৎ কৰিছে ঘৰ-বাৰী। পুৰি ছাৰখাৰ কৰিছে খেতি-বাতি। তেতিয়ালৈ মানসিঙৰ হাতত দানৱে নাচিছে। তেওঁৰ আক্ৰোশ গৈ পৰিল সকলো ধনীৰ ওপৰত। গোটেই আগ্ৰা জিলা মানসিঙৰ আতঙ্কত কঁপি উঠিল। কাৰো এনেকুৱা সাহস নাই তেওঁৰ বিৰুদ্ধে পুলিচৰ ওচৰত গোচৰ দিবৰ অথবা খবৰ দিয়াৰ। দুই এজনে চেষ্টা কৰিছে, কিন্তু দুদিন পিছত গাৱঁৰ মানুহে সিহঁতৰ কোনো খবৰ বাতৰি পোৱা নাই।

এইবাৰ উত্তৰ প্ৰদেশৰ ডাঙৰ ডাঙৰ বিষয়াবোৰৰ অন্তৰ কঁপি উঠিল। মানসিঙৰ বিৰুদ্ধে আৰম্ভ হ'ল অভিযান—অপাৰেচন মানসিং। খেড়া-ৰাঠোৰৰ ওচৰৰ গিৰিবৰ্ত্মত প্ৰথম সংঘৰ্ষ হ'ল। মাত্ৰ কিছু বাৰুদ নষ্ট হ'ল, কিন্তু মানসিং? তেওঁ সদলবলে পলাল।

১৯৪৩ চনৰ আগষ্ট মাহত চৰহাই গাৱঁৰ নবাবসিং গুজৰক মানসিঙে এদিনাখন নিৰ্মমভাবে হত্যা কৰিলে। মানসিঙৰ সন্দেহ, নবাব গুজৰ পুলিচৰ গুপ্তচৰ। ইয়াৰ পিছত এটাৰ পিছত এটাকৈ কেইজনমানক মানসিঙে হত্যা কৰিলে। পিছৰ বছৰ ফেব্ৰুৱাৰী মাহত নেতৰামৰ ভতিজাক মেৰাৰাম আৰু তাৰ কিছুদিন পিছত আন এজন ভতিজাক জেঠাৰামেও মানসিঙৰ প্ৰতিশোধৰ জুইত নিজকে আহুতি দিলে। মানসিঙৰ দলৰ কেইজনমান ধৰা পৰিল, কিন্তু সাক্ষী আৰু প্ৰমাণৰ অভাৱত সিহঁত নিৰ্দোষী বুলি খালাচ পালে। পুলিচ

বিষয়াইঁত এইবাৰ সঁচাকৈয়ে শঙ্কিত হৈ পৰিল। মানসিং আৰু তেওঁৰ দলৰ বিৰুদ্ধে সাক্ষী দিবলৈ কোনোৱে ৰাজী নহয়।

১৫ আগষ্ট ১৯৪৭। ভাৰতবৰ্ষ স্বাধীন হ'ল। বহুতৰ লগতে ডাঙৰ কৰুায়েক নবাবসিঙো জেলৰ পৰা মুকলি হ'ল। জেলৰ পৰা মুকলি হৈয়ে নবাবসিং পুনৰ ডকাইতি আৰু লুটপাট কৰা আৰম্ভ কৰি দিলে। একালে মানসিং আৰু আনকালে নবাবসিং। স্বাধীনতাৰ আনন্দোৎসৱ তেতিয়াও শেষ হোৱা নাই। এদিনাখন বিজয়গৰ্বে মানসিং তেওঁৰ গাৱঁলৈ উভতি আহিল। খেড়া-বাঠৌৰৰ বহুতেই আগুৱাই আহি তেওঁৰ ডিঙিত পিন্ধালে বৈজয়ন্তীমালা। বিহাৰীসিং মৃত আৰু নবাবসিং পলাতক। মানসিং হ'ল পৰিবাৰৰ মুৰব্বী। ডকাইতি আৰু লুট কৰা অগাধ পইচাৰে সজোৱা হ'ল এটা ডাঙৰ ঘৰ। মানুহে কয় 'গড়হী' (গড় মানে দুৰ্গ)। গাৱঁত তেওঁৰ সম্মান আৰু প্ৰতিপত্তি বাঢ়িল। মানুহে 'দাউ' (গাৱঁৰ নেতা) বুলি মাতে। কোনোবাই কোনোবাই কয় 'ৰজা মানসিং।' সকলোৰে বিপদ-আপদত তেওঁ আগবাঢ়ি আহে, কাজিয়া মীমাংসা কৰি দিয়ে। যি সম্মান পোৱাৰ কাৰণে বাপেক বিহাৰীসিঙে চিৰজীৱন নষ্ট কৰিলে, সেই সম্মান আজি তেওঁৰ ল'ৰাই পাইছে—নভৰা-নিচিন্তাকৈ নহয়—'আপনি তাকত্ সে'। নিজৰ বাহুবলেৰে।

গাৱঁৰ ঘৰে ঘৰে মনে মনে প্ৰচাৰিত হয়, 'দাউ'য়ে দুখীয়াক সাহায্য কৰে। ধনী মানুহৰ পৰা অৰ্থ আনি দুখীয়াক বিলায় দিয়ে। তুলসীৰামৰ বংশত বাদে কোনো ব্ৰাহ্মণৰ গাত তেওঁ হাত নিদিয়ে। সিহঁতে তেওঁক দুহাত দাঙি আশীৰ্বাদ দিয়ে। পুলিচ আৰু পুলিচৰ চৰক তেওঁ ঘৃণা কৰে, কিন্তু প্ৰয়োজন নহ'লে সিহঁতকও তেওঁ নামাৰে। সৰু সৰু চৰকাৰী কৰ্মচাৰীবোৰ তেওঁৰ ওচৰলৈ নিৰ্ভয় মনে আহে। কোনোবাই নজৰানা দি যায় আৰু কোনোবাই লৈ যায়। বিশ্বা-সবাহে মানসিং নগলে সেই পৰিবাৰৰ মান নাথাকে।

ছুই ল'বা-ছোৱালীক বুকুত সাৱটি বাপ্তি মাকহঁতে 'লোৰী' গায় :

"আকাৰে নিন্দিয়া আজা
দোৱাৰ খাড়া মানসিং ৰাজা।"

উজ্জল ভবিষ্যতৰ চিন্তা কৰি বাপেকহঁতে পুতেকহঁতক সোধে, "বৰা ভইলকে ক্যায়া বনেগা বেটা ?"

"ৰজা মানসিং।" পুতেকহঁতে উত্তৰ দিয়ে।

গাৰ্ব্বৰ কবিয়ে 'আল্‌হা' গালে :

"য়হাঁ কি বাতে য়হাঁ তাৰ বহগই আগে।
আউৰ বদল গই যায়।
'আল্‌হা' গাতো মানসিং কি মিত্ৰউ
শুনলো কাণ লাগায়।"

ধৰ্মভীৰু মানসিং। বাতিপুৱা এক ঘণ্টাকৈ পূজা-পাতল কৰে। ভগবানত বাদে আন কাৰো সন্মুখত তেওঁ মূৰ তল নকৰে ; কাৰণ মানসিঙৰ বিশ্বাস ভগবান সকলোৰে। তেওঁ ডকাইতহঁতৰো ভগবান। গাৰ্ব্বৰ কবিয়ে আকৌ লিখিলে—

......সব পৈহৰ দুৰ্গা কি পূজা কৰতা,
আউৰ ৰামায়ণকা কৰতা পাঠ।
গউ ব্ৰাহ্মণ কি ৰক্ষা কৰতা ত্ৰিয়া
বূঢ়ে পৈ নহী ডাৰতা হাথ।"

বিংশ শতাব্দীৰ নতুন ৰবিনহুড হ'ল ৰজা মানসিং।

যশবন্তসিঙৰ অকাল মৃত্যুৰ কথা মানসিঙে তেতিয়ালৈকে পাহৰা নাই, সেই কাৰণে যেতিয়া যশবন্তৰ ল'ৰা ভৰতসিঙৰ বিয়া ঠিক হ'ল, তেওঁ এনেকুৱা জঁাকজমক ভাবে বিয়া দিলে যে মানুহে তবধ মানিলে। হাজাৰ হাজাৰ টকা খৰচ হ'ল। নাচ, গান, আনন্দত সেয়া এক বৰ্ণনাতীত কাণ্ড। পুলিচৰ ৰেকৰ্ডত লিখা হ'ল :

"The people were spellbound by the fine spectacle of five grand cars and three majestic elephants gorgeously

caparisoned for the marriage procession. It was attended by the gentry from far and near……

It appears fantastic but it is perfectly true that Mansingh celebrated in his village home and in great style the marriage of his grandson. Elephants and several cars were in attendance. The big dinner and dancing party that followed was attended by the Tahsilder, the local medical officer and the officer in charge of the Police Station. Without any exception the big zamindars and the local Mahajans were either present or were represented."

কিন্তু মানসিঙে এই শান্তি বেছি দিন সহ্য কৰিব নোৱাৰিলে বা নসহিল। তেওঁৰ তেজত যে আছে নিষেধ। ৰেকৰ্ডত আকৌ লিখা হ'ল—

"But his perversity come to the surface once again. The fame that he enjoyed went to his head and he failed to realise the limits of prudence. He became arrogant and tyrannical. He behaved like a despot and harassed people on the merest suspicion.

His malevolence towards Netram's family was such that he did not hesitate to take drastic action against any one whom he suspected and soon it appeared as if he wanted to hit out freely at everyone. There was no knowing when and where or whom he would strike next".

খুন, জখম, লুট, অপহৰণ। নিতৌ উত্তৰ প্ৰদেশৰ বিভিন্ন জিলাৰ পৰা খবৰ আহি আছে। এইবাৰ মানসিঙৰ লগত যোগ দিছে ককায়েক নবাবসিঙে। লক্ষ্ণৌত ডাঙৰ কৰ্মকৰ্তাইকেৰ ডাঙৰ ডাঙৰ কনফাৰেন্স বহিল। ঠিক হ'ল গাৱঁৰ বেলেন্স অৰ পাৱাৰ ঠিক ৰাখিব লগা হ'লে নেতৃত্বাত্মক গাৱঁলৈ ওভোতাই আনিব লাগিব। বিহাৰীসিং আৰু মানসিঙৰ দুষমন পণ্ডিত তক্ৰীৰামৰ পুতেক নেত্ৰাম পুলিচৰ

ভবস আৰু সংৰক্ষণত পুনৰ খেড়া-ৰাঠোৰলৈ উভতি আহিল। মানসিঙৰ 'গড়হী'ৰ ওচৰত পুলিচৰ গাৰ্ড বহিল। কিন্তু একোৱে নহ'ল। বাৰে বাৰে মানসিঙে নেত্ৰামক আক্ৰমণ কৰিলে। এইবাৰ পুলিচৰ এটা সম্পূৰ্ণ প্লেটুন চম্বল নদীৰ পাৰত ৰখা হ'ল যাতে মানসিং পলাব নোৱাৰে।

কিন্তু মানসিং পলাল। এইবাৰ তেওঁ উত্তৰ প্ৰদেশ এৰি মধ্য প্ৰদেশত (তেতিয়াৰ মধ্য ভাৰত) সোমাল। খবৰ পোৱা গ'ল, মানসিং গোৱালিয়ৰৰ ওচৰত ক'ৰবাত আছে। ১৯৪৮ চনৰ ডিচেম্বৰ। ভয়ানক শীতত আগ্ৰাৰ এডিচ্‌নেল পুলিচ চুপাৰিণ্টেণ্ডেণ্ট পিয়াৰ্চ চাহাবে 'গৰিলা' পাৰ্টি লৈ মানসিঙক বিচাৰি ওলাল। ভিণ্ড জিলাৰ পুলিচ চুপাৰ মিঃ পাটিল মধ্য ভাৰতৰ পৰা আহিল। প্ৰথম সংঘৰ্ষ হ'ল ভিণ্ড জিলাৰ 'মঘেৰা' পুলিচ থানাৰ এলাকাৰ ওচৰত— ২৯ ডিচেম্বৰ ১৯৪৮। কিন্তু মিছা। মানসিঙক পোৱা নগ'ল। গোৱালিয়ৰৰ পৰা তেতিয়া কৰ্ণেল কমলসিঙৰ নেতৃত্বত পঠোৱা হ'ল মিলিটাৰি ডিটাচ্‌মেণ্ট। দিনে ৰাতিয়ে এটাৰ পিছত এটা ক্ৰমাগত সংঘৰ্ষৰ পিচত মানসিং কিছু পৰিমাণে সৈমান হ'ল। তাৰ পিছত ছমাহ কোনো খবৰ বাতৰি নাই। কৰ্ম-কৰ্তাইঁতে স্বস্তিৰ নিশ্বাস পেলালে।

কিন্তু মাত্ৰ ছমাহ। তাৰে মাজতে মানসিঙে তেওঁৰ দলক আৰু শক্তিশালী কৰি গঢ়ি তুলিলে, আৰু নিষ্ঠুৰ কৰি তুলিলে। সংগ্ৰহ কৰিলে বহুত বন্দুক ৰাইফল, বাৰুদ। মূৰ্তিমান বিভীষিকাৰ দৰে মানসিঙ আকৌ উত্তৰ প্ৰদেশলৈ উভতি আহিল।

কিছুদিন পিছতে নেত্ৰামৰ চাৰিজন আত্মীয়ৰ নৃশংস হত্যাৰ খবৰ পোৱা গ'ল। এক সপ্তাহো পাৰ নহ'ল। ৰাতিৰ অন্ধকাৰত মানসিঙে তেওঁৰ শেষ শত্ৰু তলৃফীৰামৰ শেষ বংশধৰ, নেত্ৰামক নিৰ্মমভাৱে হত্যা কৰিলে। মানসিঙে নিজ হাতে ৰাইফল লৈ নেত্ৰামক গুলী কৰি মাৰিলে। জীৱনত তেওঁৰ শেষ ব্ৰাহ্মণ হত্যা। তেওঁৰ দস্যু জীৱনৰ এক অধ্যায় শেষ হ'ল।

নেতৃত্বাত্মক হত্যা কৰি মানসিং যেতিয়া বিজয় গৰ্ব্বে উভতি আহিছে—অতৰ্কিতে পুলিচৰ সন্মুখত পৰিলেগৈ। সেই ভয়ানক যুঁজত মানসিঙৰ দলৰ কেইজনমান মানুহ পুলিচৰ গুলীত মৰিল। এইবাৰ মানসিঙৰ সকলো খঙ, বিদ্বেষ আৰু ঘৃণা পুলিচৰ ওপৰত পৰিলগৈ, আৰু তাৰ উপৰি যি সকলে পুলিচক সাহায্য কৰে বা যি সকলক পুলিচৰ মানুহ বুলি সন্দেহ কৰে—সেইয়া সঁচায়ে হওক বা মিছায়ে হওক কথা নাই। বহুতো পুলিচৰ মানুহ মৃত্যুমুখত পৰিল। তাৰ মাজত দুজন সাহসী চব-ইন্সপেক্টৰো আছিল।

ঘটি গাৱঁৰ কেইজনমান মানুহে সেইদিনাখন মানসিঙৰ দলক আশ্রয় দিবলৈ অস্বীকাৰ কৰিলে। মানসিঙে গোটেই গাওঁখনকে পুৰি ছাৰখাৰ কৰি পেলালে।

উত্তৰ প্ৰদেশ, মধ্যভাৰত, বিন্ধ্যাপ্ৰদেশ আৰু ৰাজস্থান—এই চাৰি প্ৰদেশৰ পুলিচৰ অৱস্থা ডলাৰ বগৰীৰ দৰে হৈ পৰিল। মানসিঙে আগে আগে অত্যাচাৰ কৰি যায় আৰু পিছে পিছে পুলিচে খেদা দিয়ে। এখন জিলাৰ পৰা আন এখন জিলালৈ। এক প্ৰান্তৰ পৰা অন্য এক প্ৰান্তলৈ। নদী, পাহাৰ, হাবি-বন, গিৰিপথৰ মাজেদি চলে দুই দলৰ অভিযান। মানসিং যেন সীমাৰ বাহিৰত। তেওঁৰ তাণ্ডবনৃত্য আৰু নৃশংসতাৰ খেলা চলে ৮০০ বৰ্গমাইল এলেকাৰ ভিতৰত। খবৰ পোৱা যায় মানসিঙক দেখা গৈছে অমুক গাৱঁৰ ওচৰত। পুলিচে খেদি যায়। কিন্তু ক'ত মানসিং, খবৰ আহে মানসিঙক দেখা গৈছে—প্ৰায় ২০০ মাইল দূৰৈৰ অন্য এখন গাৱঁৰ ওচৰৰ গিৰিবৰ্ত্মৰ মুখত। কাউণ্টাৰ-এস্পাওনেজ কৰি মানসিঙে পুলিচৰ সকলো চেষ্টা ক্ৰমাগত বিফল কৰি দিয়ে। সোণালী সুযোগ আহিল ১৫ নৱেম্বৰ, ১৯৫৪ চনত। খবৰ পোৱা গ'ল মানসিঙে তেওঁৰ দলবল লৈ ঘটিগাওঁৰ ফালে ৰাওনা হৈছে। এখনৰ পিছত এখন গাওঁ পুলিচে তল-ওপৰ কৰি বিচাৰিলে, কিন্তু মানসিং ক'ত, কোনোৱে ক'ব নোৱাৰেবা ক'ব নোখোজে।

নিৰাশ হৈ পুলিচবাহিনী উভতি আহিছে। লক ল'বা একজন গাৰ্ডৰ কাষলৈ গৈ আছিল। প্লেটুন কমাণ্ডাৰে অভ্যাসবশতঃ ল'বা-জনক সোধে—"কিধৰ গয়ে ডাকু লোগ ?"

ভেবা লাগি এবাৰ ল'ৰাজনে চাই দূৰৈৰ একোপা গছৰ ফালে আঙুলিয়াই দি দৌৰি পলাল।

মাত্ৰ পঞ্চাশ গজ আঁতৰৰ গছ একোপাৰ তলত দলবল লৈ মানসিঙে বিশ্ৰাম কৰিছিল। পুলিচৰ উৎসাহ বাঢ়িল। মানসিঙক ধৰিব বা মাৰিব পাৰিলে ১৫ হাজাৰ টকা পুৰস্কাৰ। ইমান সুন্দৰ সুযোগ পুনৰ পোৱা নাযায়। মুহূৰ্ত্ততে পুলিচে গুলী চলাব ধৰিলে।

হঠাতে হোৱা আক্ৰমণত মানসিং প্ৰায় সৈমান হৈ পৰিল। আকস্মিক আক্ৰমণত বিষম অৱস্থাত পৰিল। কেইটিমান মুহূৰ্ত্ত মাত্ৰ। পিছ মুহূৰ্ত্ততে নিজকে চম্ভালি দ্বিগুণ বলে গুলী চলাব ধৰিলে। মানসিং মুকলি ঠাইত, তেওঁ জানে সমুখ যুদ্ধত নিশ্চিত মৃত্যু। চকুৰ সমুখত একজনৰ পিছত একজনকৈ পাঁচজন অনুচৰৰ মৃতদেহ বাগৰি পৰিল। মানসিং পলাল—পুলিচ বাহিনীৰ মুহূৰ্ত্তৰ অসতৰ্কতাৰ সুযোগ লৈ। বস্ত্ৰ-বাহানি সকলো পেলাই গ'ল, মাত্ৰ লগত নিলে পাঁচজন অনুচৰৰ ৰক্তাক্ত মৃতদেহ।

পিছত বস্ত্ৰ-বাহানিৰ লগত পুলিচে এটি বহুমূলীয়া ঘড়ি পালে। ঘড়িটো ৰূপাৰ। মানসিঙৰ অভিন্ন-হৃদয় বন্ধু পণ্ডিত ছাবৰামৰ পুতেক ৰূপা। জেলত ছাবৰামৰ মৃত্যুৰ সময়ত মানসিঙে তেওঁক মানুহ কৰি তুলিবলৈ প্ৰতিশ্ৰুতি দি কচম্ খাইছিল। মানসিঙে তেওঁৰ কথা ৰাখিছিল। ৰূপাক মানুহ হিচাবে তৈয়াৰ কৰিছিল। ৰূপা আছিল তেওঁৰ সৌহাত।

নাই, আৰু নোৱাৰি। মানসিঙে ভাবে, তেওঁ এইবাৰ ক্ষান্ত হ'ব। বয়স হৈছে। আগৰ ক্ষমতা আৰু নাই। মাজে মাজে বুকুত

একোটা বিষ উঠে। বহুত হ'ল। 'খুন কা বদলে খুন' তো হৈছেই। আৰু কি দৰকাৰ? পূজা-অৰ্চনাত মানসিঙে মন দিয়ে। কপাক মাতি আনি ক'লে "এইবাৰ যি কৰিব লাগে তইঁয়েই কৰ। মোৰ জীৱনৰ সন্ধ্যা নামি আহিছে। কিন্তু পুনৰ খুন-জখম কৰোঁ? বহুত তেজেতো হাতত লাগিল। 'খুন কা হোলি' আৰু কিমান খেলিম? তইঁতৰ 'দাউ'ক তইঁতে এইবাৰ বিশ্ৰাম দে।"

ৰাতি টোপনিত 'দাউ' মাজে মাজে চিঞৰি উঠে। ৰক্তাক্ত দেহবোৰ চাৰিওকালে ঘূৰি ফুৰে—তলফীৰাম, নেতৰাম, যশৱন্তসিঙ, আৰু কিমানবোৰ। টোপনিৰ পৰা উঠি ওচৰত ৰখা ৰাইফলটো আঁতৰাই পেলায়! কপাক মাতি আনি কয়, "এইটো মোৰ সন্মুখৰ পৰা লৈ যা। মোক এদাল ভাল লাঠি আনি দে।"

জীৱনৰ শেষ অধ্যায় আৰম্ভ হল দস্যুৰাজ মানসিঙৰ। কিন্তু শেষ পাত ওলোটোৱাৰ আগতে তেওঁ জীৱনৰ দ্বিতীয় আঘাত পালে ১৯৫৪ চনৰ আগষ্ট মাহত।

ভুনডান-কা-পুৰাৰ ওচৰত সৰু এটা সংঘৰ্ষত তেওঁৰ সকলোতকৈ প্ৰিয় পুত্ৰ, তেওঁৰ চকুৰ মণি তহচীলদাৰসিং আহত হ'ল। দলৰ মানুহবোৰে তহচীলদাৰক এখন খাটত শুৱাই লৈ দিনৰ পিছত দিন ধৰি পলাব ধৰিলে। কিমান পলাব? চাৰিদিনৰ পিছত উত্তৰ প্ৰদেশৰ ইটাৱাৰৰ ওচৰত পুনৰ পুলিচৰ সন্মুখত পৰিল। আধাঘণ্টা তুমুল যুঁজৰ পিছত আহত তহচীলদাৰক পেলাই থৈ দলৰ আনবোৰ পলাল। যোৱাৰ আগতে তেওঁক এটা ৰাইফল আৰু কিছু গুলী শেষ চেষ্টা কৰিবৰ কাৰণে দি গ'ল।

তহচীলদাৰক ধৰিবলৈ পুলিচ আহিল। খাটৰ পৰা যন্ত্ৰণাত চিঞৰি চিঞৰি তহচীলদাৰ কিছু ওপৰলৈ উঠিল। বন্দুক দাঙি গুলী এৰে। শেষ চেষ্টা। কিন্তু এয়া কি? কায়াৰ তো নহয়। নিয়তিৰ কি নিৰ্মম পৰিহাস। লৰালৰিৰ কোবত দলৰ মানুহবোৰে তেওঁক ভুল এমিনিচন দি গৈছে। মানসিঙৰ প্ৰিয় পুত্ৰ চকুৰ মণি তহচীলদাৰ ধৰা পৰিল।

তহচীলদাৰ এতিয়া জেলত। দিন গণি আছে কেতিয়া তেওঁৰ ফাঁচী হ'ব। চুপ্ৰীম কোৰ্টত তেওঁৰ শেষ আপীল নামঞ্জুৰ হৈছে। শেষ চেষ্টা তেওঁ কৰিছিল জীয়াই থাকিবলৈ। কোৰ্টত গৈ ক'লে, "মই মানসিঙৰ ল'ৰা নহয়। মই আন এজন।" কোনোৱে সেই যুক্তি মনা নাই।*

মানসিঙৰ পক্ষে এই আঘাত সহ্য কৰা কঠিন হৈ পৰিল। কান্দোনত তেওঁ ভাঙি পৰিল। যশৱন্তসিং, আৰু পিছত তহচীল-দাৰসিং। আৰু কিমান তেওঁ সহ্য কৰিব! এবাৰ ৰাইফল আৰু এবাৰ লাঠিডালৰ ফালে ৫৮ বছৰৰ বৃদ্ধ মানসিঙে চায়। কোনটো ল'ব? লাঠি নে ৰাইফল? ৰাইফল নে লাঠি?

তেজ আকৌ উথলি উঠিল। অৰ্থ লাগে কোৰ্টত তহচীলদাৰৰ মোকৰ্দ্দমা চলাবৰ কাৰণে। সাক্ষীবোৰ আঁতৰ কৰিব লাগিব। ৰূপাৰ ফালে এবাৰ দাউয়ে কৰুণ চকুৰে চালে। আৰম্ভ হ'ল আকৌ হত্যালীলা। হত্যা, লুট। এজনৰ পিছত এজনকৈ ১৪ জন সাক্ষী মৃত্যু মুখত পৰিল। মানসিং তথাপিও ক্ষান্ত নহ'ল।

প্ৰতিশোধ, আৰু প্ৰতিশোধ। খুন কা বদলা খুন।

## ॥ তিনি ॥

মধ্যভাৰতৰ নতুন স্বৰাষ্ট্ৰমন্ত্ৰী শ্ৰীনৰসিং ৰাও দীক্ষিতৰ (এতিয়া মধ্যপ্ৰদেশৰ উপ-স্বৰাষ্ট্ৰমন্ত্ৰী) প্ৰেচ কনফাৰেন্স। তেওঁ প্ৰতিজ্ঞা কৰি ক'লে, "যদি এক বছৰৰ ভিতৰত মই মানসিঙক শেষ কৰিব নোৱাৰোঁ। তেতিয়া হলে মই পদত্যাগ কৰিম।" সেইদিনাখন বহুত

* সম্প্ৰতি ৰাষ্ট্ৰপতিৰ হুকুমত তহচীলদাৰৰ ফাঁচিৰ শাস্তি আজীৱন কাৰাবাসত পৰিবৰ্তিত হৈছে।

সাংবাদিকে যুবক মন্ত্ৰীৰ এই দাম্ভিক আস্ফালনৰ কাৰণে মিচিকিয়াই হাঁহিছিল। ১৯৫৫ চনৰ আগষ্ট মাহৰ প্ৰথম ফালৰ কথা। সজোৱা হ'ল থাৰ্ড স্পেচিয়াল আৰ্মড্ ফোৰ্চ প্লেটুন—ক্ৰ্যাক কোম্পানী। বছা বছা পাহাৰী আৰু গুৰ্খা চিপাহী। আৰম্ভ হল সিহঁতৰ প্ৰশিক্ষণ।

ইফালে খবৰ আহি আছে আজি মানসিং ইয়াত, কালিলৈ তাত। খবৰ আহে আৰু প্ৰায় লগে লগে পুলিচৰ অবিৰাম অনুসৰণ। চম্বল নদীৰ চাৰিওফালৰ পলোৱাৰ পথ 'চীল' কৰা হ'ল। চানপুৰা, বিউবাৰী, বেগুলাৰী, বহুত ঠাইত এন্‌কাউণ্টাৰ হ'ল, কিন্তু প্ৰতিবাৰতেই মানসিং পলায়। ক্ৰমাগত পোন্ধৰ দিনমান মানসিং আৰু পুলিচৰ মাজত লুকাচুৰিৰ খেল চলিল।

২৪ আগষ্ট ১৯৫৫। খবৰ পোৱা গ'ল মানসিঙে তেওঁৰ দলবল লৈ লাওৱান পাৰঁৰ ফালে গৈছে। ক্ৰ্যাক কোম্পানীয়ে অনুসৰণ কৰিলে। ভিণ্ডৰ পৰা চাৰে চাৰি মাইল দূৰৈত লাওৱান। পিছদিনাখন ৰাতিপুৱা কেপ্টেন চাফ্‌লেৰ নেতৃত্বত প্লেটুন গাওঁ পালেগৈ। হতাশা। আকৌ খবৰ আহিল মানসিং পুবফাললৈ গৈছে। কেইটিমান মুহূৰ্ত্তৰ ভিতৰতে কেপ্টেন চাফ্‌লে নিজৰ কৰ্ত্তব্য স্থিৰ কৰিলে। প্লেটুনক চাৰি ভাগত ভগালে। এদল গ'ল পুবফালে আৰু বাকী তিনিদল অন্য তিনি ফাললৈ।

তেতিয়া দুপৰীয়া প্ৰায় শেষ হৈ আহিছে। প্ৰথম দল লাহে লাহে লাওৱানৰ পৰা তিনি মাইল আগৰ বিচপুৰী কাকাৰণ-কা-পুৰাৰ ফালে। আগদিনাখন ৰাতি বৰষুণ হৈছিল। তিতি থকা কোমল মাটিৰ ওপৰেদি নিঃশব্দে ক্ৰ্যাক কোম্পানীৰ 'টুকৰী'ৰ (ডিটাচ্‌মেণ্ট) গধুৰ বুট থপ্-থপ্-থপ্‌কৈ গৈ আছে। পাৰঁৰ নাপিতে আৰু পুবফালে আঙুলিয়াই দেখুৱালে।

লাহে লাহে, আৰু লাহে লাহে। কিন্তু ক'ত? কোনোতো নাই। আৰু পুবফালে প্ৰায় হাজাৰমান গজ দূৰৈৰ ডাঙৰ ডাঙৰ বটগছৰ ওচৰতেই বাট শেষ। ওচৰত গৰু-গাড়ীৰ সংকীৰ্ণ পথ। দক্ষিণত

ওখ খেতিৰ মাটি, তাৰ পিছতে তো গিৰিপথ। গৰু-গাড়ীৰ বাটৰ হুকাযেতো মাকৈৰ খেতি। তেনেহলে ইমান সতর্কতা, ইমান পৰিশ্ৰম, সকলো মিছা।

সেয়া কোনোবা যেন গছৰ তলত শুই আছে। বোধহয় গাঁৱৰে মানুহ, তথাপিও চোৱা যাওক। লাহে লাহে 'টুকৰী' আগুৱাই গ'ল। তেতিয়াও বটগছ জোপা প্ৰায় দুশ গজ আঁতৰত।

জমাদাৰ ভাঁনওৱাৰী সিঙে ফুচফুচাই ক'লে, "শুই পৰা। বুকুত ভৰ দি আগুৱাই ব'লা। চোৱা তেওঁলোক কোন।"

বুকুত ভৰ দি চিপাহীহঁত আগুৱাই যাবলৈ ধৰিলে। সকলোৰে আগত স্কাউট চিপাহী গোবিন্দ বাহাদুৰ থাপা।

বটগছ ১০০ গজ দূৰৈত। এইবাৰ ৫০ গজ দূৰৈত……

গোবিন্দ বাহাদুৰ থাপা গছৰ পৰা মাত্ৰ ৫০ গজ দূৰৈত। ওচৰলৈ —আৰু ওচৰলৈ……

দুপৰীয়াৰ নিস্তব্ধতাত থাপাৰ নিশ্বাস শুনা গ'ল। হঠাতে সেই নিস্তব্ধতা ভংগ পেলাই কোনোবাই চিঞৰি উঠে "পুলিচ কে কুত্তা! ভাগো ভাগো।"

মাত্ৰ এক মুহূৰ্ত্তৰ কাৰণে থাপাৰ চকুত পৰিল চকচকীয়া বগা এজোৰ গোঁফ।

"ডাকু মানসিং"—থাপাৰ চিঞৰ শুনা গ'ল।

"ফায়াৰ"—জমাদাৰ ভাঁনওৱাৰী সিঙৰ ডিঙি কঁপি উঠিল।

জুইৰ শিখা। ৰাইফল গৰ্জি উঠে এচ্., এ. এফ. থাৰ্ড বেটেলিয়নৰ ক্ৰ্যাক কোম্পানীৰ। গছৰ সিপাৰৰ পৰা ৰাইফলৰ এজাক গুলী উভতি আহে। চম্বলৰ চাৰিওফালে গুলীৰ শব্দ প্ৰতিধ্বনিত হৈ উঠিল।

বিপদ, ভীষণ বিপদ। প্লেটুন কমাণ্ডাৰৰ কপালত ঘামে দেখা দিয়ে।

ডকাইতহঁতে গছৰ আঁৰৰ পৰা ফায়াৰ কৰিছে আৰু প্লেটুনে মুকলি ঠাইৰ পৰা। সকলোৱে মৃত্যু মুখত পৰিব। তাৰোপৰি পথ বন্ধ নকৰিলে যে চম্বলৰ গিৰিপথত ডকাইতহঁত অদৃশ্য হৈ যাব। সৰু দল এটাক গিৰিবৰ্ত্মৰ মুখলৈ পঠিয়াই দিলে।

মানসিঙে সকলো দেখা পালে। সমুখত পুলিচ, পিছত পুলিচ। এয়াই শেষ সুযোগ। লাহে লাহে বৃদ্ধ থিয় হ'ল, হাতত লাঠি। কাষত থিয় হৈ আছে তৃতীয় ল'ৰা সুবেদাৰসিং। আন ফালে ৰূপা। ছাৰৰামৰ ল'ৰা ৰূপা।

মুহূৰ্ত্ততে সুবেদাৰসিঙৰ হাতৰ পৰা বন্দুক কাঢ়ি লৈ বুকু ফুলাই বৃদ্ধ থিয় হ'ল। তেতিয়াহে বৃদ্ধ মানসিঙক ভালকৈ দেখা গ'ল। মুখত তেওঁৰ মৃদু হাঁহি। যি মানসিঙৰ কথা সিহঁতে ইমান বছৰে শুনি আহিছিল সেই মানসিং আজি সিহঁতৰ সন্মুখত মূৰ্ত্তিমান বিভীষিকাৰ দৰে থিয় হৈ আছে। প্লেটুনৰ চিপাহীহঁত থমকি ৰৈ গ'ল। সিহঁতৰ ট্ৰিগাৰৰ ওপৰত থকা আঙুলিবোৰ বোধহয় অলপ কঁপি উঠিল।

"মাৰো! ফায়াৰ! উচ্ বুদ্ধেকো মাৰো। চৰ্কেদ মুছওৱালে বুদ্ধেকো মাৰো। ফায়াৰ। মাৰো!—" থাপাই পাগলৰ দৰে চিঞৰি উঠে।

দৌৰি যায়গৈ থাপা। ছুটা জুইৰ শিখা। আকাশৰ বুকু ফালি ছুটি শব্দ শুনা গ'ল—সুঁই-সুঁই। এটা থাপাৰ বন্দুকৰ পৰা আনটো মানসিঙৰ বন্দুকৰ পৰা।

মানসিঙে অন্ধকাৰ দেখিছে। কাষত হাত খেপিয়াই, ৰূপা একালে, অন্যকালে সুবেদাৰ। ক'ত সিহঁত? চম্বলৰ গিৰিপথ যেন কঁপি উঠিছে। ক্ৰমাগত ঘূৰি আছে। নৈখনো যেন ঘূৰিব ধৰিছে।

"দুৰ্গা মাঈ......দস্যুৰাজ মানসিং লুটি খাই পৰে। বুকুৰ তেজত বটগছৰ তলৰ তকান মাটি ৰঙা হৈ পৰে।

সুবেদাৰ আৰু ৰূপাৰ হাতৰ ৰাইফল পুনৰ গৰ্জি উঠে। আটাই

গোবিন্দ বাহাদুৰ থাপাৰ ৰক্তাক্ত দেহ তাৰ নিজৰ ৰাইফলৰ ওপৰতে লুটি খাই পৰিল।

তেতিয়া সন্ধ্যা হৈ আহিছে। সুবেদাৰ আৰু কপাই কান্দি উঠি 'দাউ'ৰ মৃতদেহৰ ওপৰত পৰিল। কিন্তু কেইটিমান মুহূৰ্ত্তৰ কাৰণে। আকৌ থিয় হ'ল। চকুত সিহঁতৰ অগনি। এইবাৰ শেষ চেষ্টা।

তাৰ পিছৰ পঞ্চাশ মিনিট যি হ'ল তাৰ বিবৰণ দিয়া অসাধ্য। মানসিঙৰ মৃতদেহ লৈ কি কঢ়াকঢ়ি! 'দাউ'ৰ মৃতদেহ ডকাইতহঁতে পুলিচৰ হাতত এৰি নিদিয়ে। আৰু পুলিচেও জানে, মানসিঙৰ মৃতদেহ যদি সিহঁতে নিব নোৱাৰে, তেওঁৰ মৃত্যু-সংবাদত কোনোৱে বিশ্বাস নকৰিব। ব্যস্ত হৈ উঠিল দুই দল। এক এক গজ, এক এক ফুট কৰি মানসিঙৰ মৃতদেহ ডকাইতহঁতে পিছলৈ আনিবৰ চেষ্টা কৰে আৰু পুলিচৰ গুলীৰ জাকত এক এক গজ আৰু এক এক ফুট পিছুৱাই আহে।

পোহৰ কমি আহিছে। বেচি দূৰলৈ দেখা নাযায়। অন্ধকাৰ নামি অহাৰ আগতে যি হয় কৰিব লাগিব। বাপেকৰ মৃতদেহ সুবেদাৰে সাৱটি ধৰিলে। আন হাতত ৰাইফেল। চকুত পানী।

জমাদাৰ ভাঁনওৱাৰীসিঙৰ ৰাইফেলো গৰ্জি উঠে। বাপেকৰ মৃতদেহ সাৱটি লৈয়ে সুবেদাৰ বাগৰি পৰিল, পুনৰ উঠিব নোৱাৰিলে। তেতিয়া ৰাতি ন।

একোৱে দেখা নাযায়। অন্ধকাৰ হৈ আহিছে। গুৰুক দূৰৈৰ পৰা প্ৰণাম জনাই কপা চম্বলৰ গিৰিপথত মিলি গ'ল। চম্বলৰ হাত-বাউলক তেওঁ উপেক্ষা কৰিব নোৱাৰিলে। তেওঁৰ যে এতিয়াও বহুত কাম বাকী। খুন কা বদলা খুন!

পলোৱাৰ পথত কোনো এখন গাৱঁৰ মানুহক কপাই কৈ গ'ল, "দাউক হঠাতে পুলিচৰ কুত্তাহঁতে পাই মাৰিছে। যাওক, মই ইয়াৰ প্ৰতিশোধ লম। খুন কা বদলা খুন।" মানসিঙৰ অভিন্ন-হৃদয় বন্ধু পণ্ডিত ছাবৰামৰ ল'ৰা কপা। ল'ৰাক সঁপি দিছিল মানসিঙৰ

শেষ সময়তে। মানসিঙে অন্ধকাৰত কাষত খেপিয়াই খেপিয়াই ৰূপাক বিচাৰিছিল। তেওঁ যে কচম্ খাইছিল। সেইয়া তো ৰাখিব নোৱাৰিলে।

এইবাৰ কচম্ খালে ৰূপাই। তেওঁ বদলা ল'ব। লৈছিলো। সেয়া অন্য এক ইতিহাস। তাৰ কথা পিছত হ'ব।

পণ্ডিত ছাবৰামৰ আদৰৰ ল'ৰা ৰূপা ডকাইত হলে কি হ'ব, ব্ৰাহ্মণৰ ল'ৰাতো। কিছুদিন জ্যোতিষচৰ্চ্চা কৰিছিল। যিদিনাখন 'দাউ' লাওৱান গাৰ্ৰৰ ফালে ৰাওনা হৈছিল—ৰূপাই গণনা কৰি কৈছিল—"দাউ, আজকা দিন বড়া খাৰাব হ্যায়। আজ মৎ জানা উস্ দিশমে।"

মানসিঙে হাঁহি উকৰাই দিছিল ৰূপাৰ ল'ৰালি দেখি। তেওঁৰ বিশ্বাস জ্যোতিষ-শাস্ত্ৰত নোহোৱা হৈছে। তেওঁৰ ওচৰতেই তো বৃদ্ধ এক জ্যোতিষ পণ্ডিত আছিল। তেওঁতো কৈছিল, তহচীলদাৰ বহুত দিন জীয়াই থাকিব। কিন্তু তহচীলদাৰ তেনেহলে ধৰা পৰিল কিয়? ভাবিছিল, বৃদ্ধ জ্যোতিষীক সুধিব। কিন্তু তহচীলদাৰ গ্ৰেপ্তাৰ হোৱাৰ পিছৰ পৰা বৃদ্ধ জ্যোতিষী যেন কৰ্পূৰৰ দৰে উৰি গ'ল। তেওঁকতো পুনৰ বিচাৰি পোৱা নগ'ল।

কিন্তু তহচীলদাৰক যিয়ে গ্ৰেপ্তাৰ কৰিছিল, সেই ইন্সপেক্টৰ ৰাম উপাধ্যায়ক দাউয়ে ক্ষমা কৰা নাছিল। মথুৰাৰ ভাদোৰা পুলিচ ষ্টেচনৰ পৰা দিন দুপুৰতে তেওঁ তাক অপহৰণ কৰি আনে।

আবেলি পৰত চেলা লাখনসিঙে নিজ হাতে ৰামগোপালক গুলী কৰি মাৰে।

ৰাতি দহ বজাত স্বৰাষ্ট্ৰমন্ত্ৰী শ্ৰীদীক্ষিতে পুনৰ আহ্বান কৰিলে প্ৰেচ কনফাৰেন্স। এবছৰ নহয়, এমাহৰ ভিতৰতে তেওঁ তেওঁৰ প্ৰতিজ্ঞা ৰক্ষা কৰিছে। মানসিং শেষ।

কিন্তু সামান্য সমস্যা এটাই দেখা দিলে। কোনে বিশ্বাস কৰিব, যে মানসিং মৰিছে। মধ্যভাৰতৰ বহুতে কৈছিল "মানসিং কো মাৰণেওৱালী গোলী অব তক্ নহী বনী।" মানসিংক মাৰিব পৰা গুলী আজি পৰ্য্যন্ত তৈয়াৰ হোৱা নাই। কোনে চিনাক্ত কৰিব মানসিংৰ মৃতদেহ আৰু জোৰকৈ ক'ব—"এয়াই সেই মানসিং।"

জীপত কেইজনমান উদিতপুৰালৈ গাওঁলৈ গ'ল। লৈ আহিল মানসিংৰ স্ত্ৰী ৰুক্মিণীক।

মুখৰ ওপৰৰ পৰা বগা কাপোৰখন ৰুক্মিণীয়ে আঁতৰাই দিলে। কেই চেকেণ্ডমান। তাৰ পিছত কান্দি স্বামীৰ মৃতদেহৰ ওপৰত বাগৰি পৰিল। কপালত মাৰি হাতৰ খাৰু কেইপাত তেওঁ টুকুৰা-টুকুৰ কৰি ভাঙি পেলালে।

এদিনাখন এই খাৰুকে তেওঁ মানসিংক পিন্ধিবলৈ কৈছিল। তাৰ পিছত এই খাৰুকে মাটিৰ পৰা তুলি লৈ আনন্দতে বুকুত হেচি ধৰিছিল। আজি সেই খাৰু ভাঙি মাত্ৰ মানসিংকে চিনাক্ত নকৰিলে, নিজৰ বৈধব্যও ঘোষণা কৰিলে।

পুলিচ এইবাৰ নিঃসন্দেহ। মুহূৰ্ত্ততে খবৰ প্ৰচাৰ হ'ল। হাজাৰ হাজাৰ মানুহ মানসিংক চাবলৈ আহিল। বহুতৰ চকুত পানী।

অকিচাৰবোৰৰ ভবিত ৰুক্মিণী লুটি খাই পৰিল। "তেওঁৰ মৃতদেহ মোক দিয়া। তেওঁৰ নাতিহঁত জীয়াই আছে, তেওঁৰ মুখত সিহঁতে জুই দিব।" কোনোৱে মুশুনিলে। মানসিংৰ মৃতদেহ গোৱালিয়ৰলৈ লৈ যোৱা হ'ল।

পিছদিনাখন বাতিপুৱা গোৱালিয়ৰৰ ক্যাম্প ময়দানত মানসিংৰ মৃতদেহ ৰখা হ'ল জনতাৰ কৌতূহল নিবাৰণ আৰু 'দৰ্শন'ৰ কাৰণে। 'ৰজা মানসিং' সাধাৰণ খাটিয়াৰ ওপৰত জৰিৰে হাতে পিঠেয়ে বন্ধা। মুখত তেওঁৰ মৃদু হাঁহি। ওচৰত তেওঁৰ ল'ৰা সুবেদাৰৰ মৃতদেহ। সন্মুখত এখন বোৰ্ড, তাতে লিখা—

**Killed by special armed police at Kakran-ka-Pura, Bhind : 25-8-55 : Dacoits Mansingh and Subedarsingh.**

মধ্য ভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰীক তেওঁৰ সাফল্যৰ কাৰণে অভিনন্দন জনালে পণ্ডিত নেহৰু, গোবিন্দবল্লভ পন্থ আৰু ডঃ ৰাজেন্দ্ৰপ্ৰসাদে।

দুটা গুলী বুকুৰ মাজেদি পাৰ হৈ গৈছে। ডাক্তৰে পোষ্ট-মৰ্টেমৰ ৰিপোৰ্ট দিলে আৰু তাতে ইয়াকো জনালে, মানসিঙৰ হাৰ্ট বেয়া আছিল। বহুত Fat deposit। পিন্ধনত সেউজীয়া চেক চাৰ্ট আৰু লুঙী। ডিঙিত তুলসীৰ মালা। মুখত তিনি চাৰিদিনৰ মুখবোৱা দাড়ি। আঠুৰ ওচৰত আগতে খোৱা গুলীৰ দাগ। পকেটত ডায়েৰী। তাত বহুতো নাম-ঠিকনা। পিছত ডায়েৰীটো পুলিচৰ কামত আহিছিল। ওচৰত এডাল লাঠি পৰি আছিল।

"লাঠি কিয় ?" পুলিচৰ এজন ডাঙৰ বিষয়াক সুধিলোঁ।

"শেষ জীৱনত মানসিঙে বন্দুক ব্যৱহাৰ কৰা নাছিল। লগৰীয়া-হঁতেই যি কৰিছিল। এবাৰ শেষ সময়ত বন্দুক লৈছিল আৰু তাৰ আগতে শেষবাৰৰ কাৰণে বন্দুক লৈ নিজ হাতে নেতৰামক মাৰিছিল—তেওঁৰ বাপেকৰ হত্যাৰ প্ৰতিশোধ লোৱা।"

পুলিচৰ ৰেকৰ্ডত উঠিল—"End of the Scarlet Pimpernel of the under-world." ৰেকৰ্ডৰ ওজন হ'ল এক টন। মানসিঙৰ বিৰুদ্ধে হোৱা অভিযানত চৰকাৰী খৰচৰ মুঠ হিচাব হ'ল এক কোটি টকা। প্ৰায় বিশ বছৰৰ দস্যু-জীৱনত মানসিঙে ১৮৫টা হত্যা আৰু ১১১২টা ডকাইতি কৰিছিল। অপহৰণ কৰি টকা (ৰ্যানচম্) পাঁচ লাখৰ ওপৰ পাইছিল। লুট কৰি পাইছিল লাখ লাখ টকা। ১৯৫৪ ৰ পৰা তেওঁৰ লগত পুলিচৰ ৮০ বাৰ সংঘৰ্ষ হয়, আৰু সেই সংঘৰ্ষত পুলিচৰ ৩২ জন মৰে আৰু মানসিঙৰ পোন্ধৰজন।

তহচীলদাৰসিঙৰ গ্ৰেপ্তাৰ হোৱাৰ খবৰ শুনি মানসিঙে পায়, তেতিয়া তেওঁ কথাক কৈছিল—"বেটা মেৰী কমৰ টুট গই। অব

হুম্ জ্যাদা দিন নহী। ওৱাক্ত কৰীব আ গয়া।" জনা নাছিল বোধহয় ইমান সোনকালে তেওঁৰ 'ওৱাক্ত' আহি পাব।

কিছুদিন পিছত গোৱালিয়ৰৰ জয়বিলাস প্ৰাসাদত সৰু এটা অনুষ্ঠান হ'ল। মঞ্চৰ ওপৰত থিয় হলহি ক্ৰ্যাক কোম্পানীৰ স্কাউট চিপাহী গোবিন্দ বাহাদুৰ থাপাৰ বিধবা স্ত্ৰী আৰু অকণমান ছোৱালীজনী। চাইটেচন (Citation) পঢ়িব ধৰিছে—থাপাৰ বীৰত্বৰ কাহিনী। পদক দিবলৈ গৈ ৰাষ্ট্ৰপতি ডাঃ প্ৰসাদ অভিভূত হৈ পৰিল, তেওঁৰ চকুত পানী। থাপাৰ অকণমানি ছোৱালীজনীয়ে অবুজ চাহনিৰে অবাক হৈ চাৰিওফালৰ জাকজমকতা চাইছে। যেতিয়া ডাঙৰ হ'ব, যেতিয়া দস্যুৰাজ মানসিঙৰ নাম শুনিব, তেওঁৰ লগত তেতিয়া তেওঁৰ বাপেকৰ নামটোও শুনিব।

"উচ্‌কে বাদ ?"

"উচ্‌কে বাদ বেটা ? উচ্‌কে বাদ ক্যায়া ? উচ্‌কে বাদ সব খতম্।"

ৰুক্মিণীৰ কথা যেন বহু দূৰৈৰ পৰা উটি আহিছে। শীৰ্ণ হাতখন তুলি ধৰি আঙুলিৰ কৰ বিৰবিৰকৈ গণে—যশবন্তসিং, সুবেদাৰসিং, ধৰ্মনসিং, ধনবন্তসিং, হনুন্তসিং আউৰ উন্‌কে বাপ। পাঁচজন ল'ৰা আৰু সিহঁতৰ বাপেক। এজন বাকী, তহচীলদাৰসিং, তেওঁতো কাঁচী কাঠত ওলোমাৰ অপেক্ষাত। আজি নাইবা কালিলৈ। তাৰ পিছত ? তাৰ পিছততো সকলো খতম্।

ভবিষ্যতৰ কথা কিন্তু ৰুক্মিণীয়ে এতিয়াও ভাবে। তেওঁৰ নিজৰ ভবিষ্যত নহয়। সৰু সৰু নাতি-নাতিনীয়েকহঁতৰ ভবিষ্যত। বহুত অৰ্থ, যশ, মান আৰু প্ৰতিপত্তি তেওঁ দেখিছে। আজি তেওঁৰ দিন চলা টান। তেওঁৰ নিজৰ কথা এৰি দিলেও যি কেইটা সৰু সৰু নাতি-নাতিনীয়েকহঁত আছে, সিহঁতে কি কৰিব ? মানসিঙৰ

মাটি-বাৰী সকলো বাজেয়াপ্ত হৈছে। আইনৰ ওচৰত ৬২ বছৰৰ এক বৃদ্ধা আৰু তেওঁৰ নাতি-নাতিনীয়েকৰ চকু পানীৰ কোনো মূল্যাই নাই। 'গড়্হী'ত আজিকালি পুলিচৰ ঘাটি। বহুত চেষ্টা তেওঁ কৰিছে চৰকাৰৰ পৰা মাটি-বাৰী আৰু 'গড়্হী' ওভোটাই পাবলৈ, কিন্তু সেই চেষ্টা ব্যৰ্থ হৈছে।

"ইন্ বাচ্ছোঁকা ক্যায়া কচুৰ?" ৰুক্মিণীয়ে হঠাতে মোক প্ৰশ্ন কৰিছিল। এই সৰু সৰু নাতি-নাতিনীয়েকহঁত, সিহঁতে কি দোষ কৰিলে? সিহঁতৰ জানো জীয়াই থকাৰ অধিকাৰ নাই? ইহঁতৰ আতায়েক, ইহঁতৰ বাপেক ডকাইত আছিল বুলিয়ে জানো ইহঁতে সমাজৰ ওচৰত, দেশৰ ওচৰত, চৰকাৰৰ ওচৰত চিৰদিন অপৰাধী হৈ থাকিব? জীয়াই থকাৰ অধিকাৰ জানো নাপাব? দুবেলা দুমুঠি খাবলৈ জানো নাপাব?"

প্ৰশ্নৰ উত্তৰ মোৰ নাছিল, সেই কাৰণে দিব নোৱাৰিলোঁ। বহুতেই পৰা নাই। বহুতকে ৰুক্মিণীয়ে সুধিছে। এতিয়াও সোধে। কিন্তু পোৱা নাই তেওঁৰ প্ৰশ্নৰ উত্তৰ, হোৱা নাই তেওঁৰ সমস্যাৰ সমাধান।

সেইদিনাখন মনে মনে উদিতপুৰা গাওঁৰ পৰা ওলাই আহিছিলোঁ। গাওঁৰ বগা ধূলি উৰুৱাই যেতিয়া জীপখন ঘড়-ঘড় শব্দ কৰি ৰুক্মিণীৰ ঘৰৰ সমুখেদি গুচি আহে, দেখিলোঁ, হাত দুখন দুৱাৰত ভেজা দি ৰুক্মিণী বৈ আছে।

কাণত মাজে মাজে এতিয়াও ৰুক্মিণীৰ বেদনাভৰা কণ্ঠস্বৰ শুনিবলৈ পাওঁ, "ইন্ বাচ্ছোঁকা ক্যায়া কচুৰ?"

কোনোবাই যদি এই প্ৰশ্নৰ উত্তৰ দিব পাৰে, তেনেহলে কৈ থওঁ, ৰুক্মিণী উদিতপুৰা গাওঁত সেই উত্তৰ শুনিবৰ কাৰণে অপেক্ষা কৰি আছে। আজি পোন্ধৰ বছৰৰ পৰা অপেক্ষা কৰি আছে। মইতো পুনৰ উদিত-পুৰালৈ নাযাওঁ, কাৰণ আকৌ সেই প্ৰশ্নই ৰুক্মিণীয়ে মোক কৰিব, মই আকৌ মনে মনে গাওঁৰ পৰা পলাই আহিব লাগিব।

আজিৰ পৰা বহুতদিন পিছত, সেইদিনাখন হয়তো ৰুক্মিণী নাথাকে, মইও নাথাকোঁ, যদি কোনোবাই কোনোবাদিনাখন উদিতপুৰা বা তাৰ ওচৰে পাজৰে যায়গৈ, চম্বল পাহাৰ, গিৰিপথ আৰু সৰ্বনাশা সেই নদীৰ বুকুৰ পৰা হয়তোবা তেতিয়াও প্ৰতিধ্বনিত হ'ব ৰুক্মিণীৰ সেই প্ৰশ্ন, "ইন্ বাচ্ছোঁকা ক্যায়া কচুৰ।" হয়তো কাণ পাতিলে শুনিবলৈ পোৱা যাব এটি দীৰ্ঘশ্বাস। অভিশপ্ত চম্বলৰ দীৰ্ঘশ্বাস।

## ॥ চাৰি ॥

অভিশপ্ত চম্বল।

অতীতৰ চৰ্মন্বতী, আজি হৈছে চম্বল। যুগ যুগ ধৰি বৈ গৈছে তাৰ নিজস্ব গতিত, উত্তৰৰ পৰা দক্ষিণলৈ নহয়, দক্ষিণৰ পৰা উত্তৰলৈ। মধ্যপ্ৰদেশৰ পশ্চিমত 'মাউ'। তাৰপৰাই চম্বল ওলাইছে। তাৰ পিছত ৩০০ মাইল বেলেগ বেলেগকৈ উত্তৰ প্ৰদেশ আৰু ৰাজস্থানৰ মাজেদি। যাত্ৰা শেষ উত্তৰ প্ৰদেশৰ ইটাওৱাৰাৰ অলপ দূৰৈত। মিলিছে গৈ নীলা যমুনাত।

সৰ্বনাশা চম্বল।

তৃষ্ণা এতিয়াও পলোৱা নাই। আগতে বোলে পানী বগা আছিল। বহুত যুদ্ধ ইয়াৰ তীৰত হৈছে। তেজত ৰঙা হৈ উঠিছে চম্বলৰ নীলা পানী। শাণিত তৰোৱালৰ আঘাতত বহুত ছিন্ন শিৰ পানীত ছিটিকি পৰিছে, পানী আৰু ৰঙা হৈ উঠিছে। তথাপিও চম্বল শান্ত হোৱা নাই। লাগে তেজ আৰু তেজ। ধঙড, আক্ৰোশত আৰু তেজৰ তৃষ্ণাত চম্বল পাগলৰ দৰে বৈ গৈছে আৰু উটুৱাই লৈ গৈছে সকলো। বহুবৰ পিছত বহুব

ধৰি ওচৰ পাজৰৰ গাঁৱৰ খেতি-বাতি ডুবাই একাকাৰ কৰি পেলাইছে। মৰ্মান্তিক সেই কাহিনী। যি ঠাইত আছিল হাঁহি মুখৰ গাওঁ আৰু সেউজীয়া খেতি, তাতে আজি বিভীষিকাৰ দৰে থিয় হৈ আছে হাজাৰ হাজাৰ দুৰ্গম গিৰিপথ। মাইলৰ পিছত মাইল, ইপাৰৰ পৰা সিপাৰলৈ মাত্ৰ সৰু ডাঙৰ গিৰিসঙ্কট আৰু গিৰিপথ। যুগ যুগ ধৰি নিস্তব্ধ আৰু নিৰ্জান। যেতিয়া প্ৰবল ধুমুহা গিৰিপথৰ বুকুৰেদি বৈ যায়, ভাব হয় যেন শ শ অশৰীৰী প্ৰেতাত্মাই গুমৰি কান্দিছে। আৰু সেই প্ৰতিধ্বনি এনেহে লাগে যেন সেয়া লাখ লাখ দানৱৰ অট্টহাঁহি। ৰাতিৰ অন্ধকাৰত সেইবোৰক ভাব হয় যেন নাম নজনা শ শ প্ৰহৰী। ইহঁতে অদৃশ্য হাত-বাউল দি চম্বলক মাতে—"আহ, আওৰাই আহ। ভাঙ, ভাঙ, ভাঙ আৰু ভাঙ।" অভিশপ্ত চম্বল সেই মাত শুনিবলৈ পায়। আওৰাই বায়গৈ—ধ্বংসৰ গান গাই।

ভিণ্ড, মোৰেণা, শিৱপুৰী, গোৱালিয়ৰ আৰু দতিয়া। মধ্য-প্ৰদেশৰ এই পাঁচখন জিলাৰ মাজেদি বৈ গৈছে অভিশপ্ত চম্বল। তাৰ লগে লগে গৈ আছে কালীসিন্ধ আৰু কুঁৱাৰী। চম্বলৰ ধ্বংসৰ তৃষ্ণাই সৰু নদী কালীসিন্ধ আৰু কুঁৱাৰীকো পাগল কৰি তুলিছে। বহুত দূৰ ওচৰা-ওচৰিকৈ বৈ গৈছে চম্বল আৰু কুঁৱাৰী, হঠাতে এটা কোণত ইহঁত বেলেগ হৈছে। মানুহে কয়, চম্বল কুঁৱাৰীৰ প্ৰেমত আকুল হৈ আছিল। এদিনাখন কুঁৱাৰীৰ অভিমান হ'ল। মান ভাঙিবলৈ বহুত দূৰ পৰ্য্যন্ত চম্বল ওচৰে ওচৰে গ'ল, কিন্তু কুঁৱাৰীয়ে কোনো কথাই নকলে। কোণত সুযোগনে বেলেগ বেলেগ পথ ল'লে। চম্বল হৈ উঠিল সৰ্বনাশা। অভিশপ্ত চম্বল আৰু কুঁৱাৰী ধীৰ শান্ত গতিত বৈ গৈ ক'ৰবাত হেৰাই গ'ল। সেই তেতিয়াৰ পৰাই নাম হ'ল কুঁৱাৰী—কুমাৰী—কোনোদিনাখনেই তেওঁ বিয়া কৰোৱা নাই। আৰু ইফালে কালীসিন্ধ যে কেতিয়া ক'ত তীৱৰ লগত মিলি গ'ল কোনোৱে ক'বই নোৱাৰিলে। বৈ গ'ল

মাত্র অভিশপ্ত চম্বল। আৰু বৈ গ'ল চম্বলৰ অভিশাপ—আঠশ বছৰৰ পুৰণি মধ্যপ্ৰদেশৰ ডকাইতি সমস্যা, পুলিচী আৰু চৰকাৰী ভাষাত কোৱা হয় 'Dacoity menace'; সেই সমস্যাৰ সমাধান আজিও হোৱা নাই। কোনোবাদিনাখন হ'ব নে নাই কোনে জানে?

ভিণ্ড-মোৰেণাৰ মানুহবোৰে কয় যিমানদিনৰ পুৰণি এই সকলো 'বেহড়', তাতকৈও পুৰণি ডকাইতি সমস্যা। সঁচা মিছা কোনে জানে? তথাপিও উভতি যাব লাগিব বহুত দিন আগলৈ। বোধহয় দ্বাদশ শতাব্দীত। দিল্লীৰ গদীত তেতিয়া পৃথ্বীৰাজ চৌহান। ৰাজপুত-বিলাকৰ মাজত আৰম্ভ হ'ল গৃহ বিবাদ আৰু কন্দল্। 'তোমৰ' বংশীয় ৰাজপুতসকলক পৃথ্বীৰাজে নিজ বাহুবলেৰে দিল্লীৰ পৰা খেদি পঠিয়ালে। 'তোমৰ' বংশীয়সকল ভিণ্ড-মোৰেণা এলাকালৈ পলাই আহিল। কিন্তু ৰাজপুতৰ ধমনীত এই অপমান সহ্য নহল। পৃথ্বীৰাজ নিজেও ৰাজপুত, কিন্তু 'তোমৰ' ৰাজপুতসকলো কম নহয়। আৰম্ভ হ'ল তেওঁলোকৰ দিল্লীলৈ উভতি যোৱাৰ ব্যৰ্থ অভিমান। বছৰৰ পিছত বছৰ তেওঁলোকে পৃথ্বীৰাজৰ সৈন্য-সামন্তক আক্ৰমণ কৰিছে। চম্বলৰ নীলা পানী তেওঁলোকৰ তেজত ৰঙা হৈ গৈছে। প্ৰতিবাৰে উভতি আহিছে পৰাজয়ৰ গ্লানি লৈ, আক্ৰমণ কৰিছে দ্বিগুণ উৎসাহত। বছৰৰ পিছত বছৰ পাৰ হৈ গৈ আছে। তাৰ পিছত এদিনাখন পৃথ্বীৰাজ চৌহানৰ ৰাজত্বও শেষ হ'ল আৰু 'তোমৰ' ৰাজপুতো শেষ হ'ল। কিন্তু তেওঁলোকৰ বংশধৰসকলতো ৰ'ল। 'খুন কা বদলা খুন!' দিল্লীৰ বাদচাহ যিয়ে নাথাকক কিয়, দিল্লীলৈ বাদচাহৰ সৈন্যক হকৰাই যাবই লাগিব। এজন বাদচাহৰ পিছত আন এজন বাদচাহ আহিছে, কিন্তু 'তোমৰ'ৰ ক্ৰোধ শান্ত হোৱা নাই। তাৰ পিছত এদিনাখন লাহে লাহে দিল্লী অভিযান পৰিণত হ'ল ডকাইত আৰু দস্যুবৃত্তিত। জীয়াই থাকিব লাগিব 'তোমৰ' ৰাজপুত আৰু জীয়াই থাকিবৰ কাৰণে লাগে অৰ্থ। অৰ্থ পোৱাৰ সহজ উপায় হল লুট আৰু ডকাইতি। আৰম্ভ হ'ল সৰু সৰু যুদ্ধ—ব্ৰাহ্মণৰ লগত ৰাজপুতৰ, ঠাকুৰৰ লগত

জাঠৰ, গুজৰৰ লগত আহিবৰ। কালক্ৰমে সকলোৱে আৰম্ভ কৰিলে ডকাইতি।

দিল্লীৰ বাদচাহ শেৰচাহ সুৰী তেতিয়া ঠগ আৰু পিণ্ডাৰীহঁতক দমন কৰাত ব্যস্ত। ইফালে ভিণ্ড, মোৰেণা, গোৱালিয়ৰ, শিৱপুৰীৰ পৰাও ডকাইতৰ উৎপাত আৰু নৃশংসতাৰ বাতৰি ক্ৰমাগত আহিব ধৰিলে। তেওঁ দুহাজাৰ অশ্বাৰোহী সৈন্য পঠিয়ালে। সিহঁতে একোৱে কৰিব নোৱাৰিলে।

গোৱালিয়ৰৰ মহাৰাজ মাধোৰাও সিন্ধিয়াইও ডকাইতি সমস্যা লৈ চিন্তিত হৈ পৰিল। সম্পূৰ্ণ এক বেটেলিয়ন সৈন্য সাজু কৰিলে আৰু জমিদাৰ আৰু জায়গীৰদাৰৰ ওপৰত 'ফৰ্মাণ' জাৰী কৰিলে—যদি তেওঁ-লোকৰ এলেকাত কোনো ডকাইতি হয়, তেতিয়া হলে তেওঁলোকৰ জমিদাৰী আৰু জায়গীৰদাৰী বাজেয়াপ্ত হব। ফল হ'ল কিন্তু সামান্য। ডকাইতৰ অত্যাচাৰত মানুহ জৰ্জৰিত। ধন, মান, প্ৰাণ কাৰোৰেই সুৰক্ষিত নহ'ল।

ডোঙৰ-বটৰী, চুলতানা, ছুন্না, বলৱন্তা, ঘুৰগোলা, পঞ্চমসিং, চৰজামল্লাহ, চুলতানসিং—দস্যু-চৰ্দাৰহঁতৰ নামত আতঙ্কিত হৈ উঠিল। তাৰ পিছত আহিল মানসিং—দস্যু-সম্ৰাট মানসিং।

বছৰৰ পিছত বছৰ ধৰি কি দৰে এইবোৰ ডকাইতৰ দলে ৰজা-বাদচাহৰ সুসজ্জিত সৈন্যদলৰ প্ৰচেষ্টাক ব্যৰ্থ কৰিবলৈ পাৰিছে? ইয়াৰ উত্তৰ,—সৰ্বনাশা চম্বলে চিৰকাল আশ্ৰয় দিছে, পলোৱাৰ পথ সজাই দিছে আৰু দিছে ইহঁতক অসীম সাহস। প্ৰবাদ আছে চম্বলৰ পানী যিয়ে খাইছে তেওঁৱে হৈছে অমৰ। অমৰ ইহঁত হোৱা নাই, কিন্তু যিমানদিন ইহঁত জীয়াই আছিল, ইহঁতক বাধা দিব কোনোৱে পৰা নাই। মৃত্যুৰ পিছতো ইহঁতৰ নাম অমৰ হৈ আছে। এতিয়াও গাৱেঁ গাৱেঁ চুলতানা, মানসিং আৰু পুতলীৰ বীৰত্বৰ কাহিনীৰ গান মানুহে গায়।

উত্তৰ প্ৰদেশ, মধ্যপ্ৰদেশ আৰু ৰাজস্থান এই তিনি প্ৰদেশৰ

কোলাৰে বৈ গৈছে চম্বল আৰু তাৰ ওচৰে পাজৰে তৈয়াৰী হৈছে গিৰিপথ—ইয়াৰ মানুহে কয় 'বেহড়' বুলি। এই বেহড়েই হ'ল ইহঁতৰ 'আস্তানা'। কোনোবা ডকাইত হলে ইয়াৰ মানুহে নকয় যে অমুক ডকাইত হৈছে। ক'ব, "উচ্‌নে বেহড় পকড়্‌ লিয়া।" নেদেখিলে বিশ্বাস কৰিবলৈ টান যে কি বিভীষিকা এই 'বেহড়'। ভিণ্ড মোৰেণা গোৱালিয়ৰ শিবপুৰী আৰু দতিয়া জিলাৰ ৬০০০ বৰ্গমাইল এলাকাৰ মাজত মাত্ৰ 'বেহড়ে'ই হ'ল ১৬০০ বৰ্গমাইল। যিসকলে আমেৰিকাৰ গ্ৰেণ্ড কেনিয়ন দেখিছে তেওঁলোকেই কিছুখিনি আন্দাজ কৰিব পাৰে এই 'বেহড়' কাক কয়। মাইলৰ পিছত মাইল মাত্ৰ 'বেহড়'—কোনেবাটো পাচ ফুট, কোনেবাটো দহ পোন্ধৰ, এশ আৰু কোনেবাটো পাঁচশ ফুট ওখ। তলত খৰস্ৰোতা চম্বল। কোনো কোনো 'বেহড়'ত আকৌ সৰু সৰু গাওঁ আছে। দীঘল এটা 'বেহড়'ত পুৰা এটা বেটেলিয়ন পুলিচ যদি হেৰাইও যায় সিহঁতক বিচাৰি পোৱা টান হৈ পৰিব। ডকাইতহঁতৰ ওচৰত এই সকলোবোৰ 'বেহড়'ৰ বাট হাতৰ ৰেখাৰ দৰে। ইয়াৰ অলি-গলি সকলো মুখস্থ। কিন্তু পুলিচৰ ওচৰত এই 'বেহড়' দুৰ্ভেদ্য, অজানা, বিভীষিকা। ডকাইতি কৰি ইহঁত 'বেহড়'ৰ অন্ধকাৰত মিলি যায়গৈ, কিন্তু পুলিচৰ জীপ আৰু গাড়ী বহুত দূৰৈতে বৈ যায়। সেই কাৰণেতো কয়—"Yet another Grand Canyon in the heart of India."

এটি উদাহৰণ দিলে বুজা যাব কি সমস্যা এই 'বেহড়' লৈ। প্ৰতি বছৰ চম্বলে তৈয়াৰী কৰি আছে 'বেহড়'। লাহে লাহে খেতিৰ মাটি কমি আহিছে আৰু লগে লগে মানুহৰ উপাৰ্জনৰ বাটো বন্ধ হৈছে। চাৰ্ভে কৰি জনা গৈছে চম্বলৰ 'বেহড়ে' চাৰি লাখ একৰ ভূমি আত্মসাৎ কৰিছে। এই চাৰি লাখৰ মাজত অন্ততঃ আঢ়ৈ লাখ একৰ মাটিৰ 'বেহড়' ভাঙি খেতিৰ উপযোগী কৰিব লগা হলে ৰাজকোষ শূন্য হৈ যাব। এতিয়ালৈ ৮৯৪ একৰ 'বেহড়' ভঙা হৈছে আৰু তাৰ

কাৰণে খৰচ হৈছে পাঁচ লাখ টকা। চৰকাৰী আনুমানিক হিচাবত এক একৰ মাটিৰ 'বেহড়' ভাঙি খেতিৰ উপযোগী কৰিব লগীয়া হলে খৰচ হ'ব ৫০০০ৰ পৰা ১০০০০ টকা।

কোনোদিনাখন হয়তো সকলো 'বেহড়' ভাঙি আকৌ খেতি আৰম্ভ হ'ব, আৰু প্ৰতি বছৰেই চম্বলে আকৌ তৈয়াৰী কৰিব নতুন নতুন 'বেহড়' আৰু নতুন দস্যু-চৰ্দাৰ আৰু দস্যুদল।

বহুতবাৰ এই এলেকাত ঘূৰিছোঁ। প্ৰাণ হাতত লৈ, চাইকেলত, ঘোঁৰাত, জীপত মাইলৰ পিছত মাইল ঘূৰিছোঁ। জানিবলৈ চেষ্টা কৰিছোঁ—কিয় ইহঁত ডকাইত হয়? কেনেদৰে হয়? কিছু উত্তৰ পাইছো, কিছু পোৱা নাই। চম্বলৰ পানীত কি আছে নাজানো, কিন্তু ইয়াৰ মানুহৰ বীৰত্ব—চেন্স অৱ ব্ৰেভাৰি—মোক আচৰিত কৰিছে। বিংশ শতাব্দীৰ সভ্যতাৰ মানদণ্ড দি ইহঁতৰ বীৰত্বৰ তুলনা কৰা নাযায়। ইহঁতৰ বীৰত্ব ইহঁতৰেই। তাৰ মূলত আছে সেই সনাতন প্ৰতিশোধৰ প্ৰণালী 'খুন কা বদলা খুন'—তেজৰ সলনি তেজ। প্ৰতিশোধৰ কাৰণে হত্যা ইহঁতৰ সমাজত বীৰত্বৰ সৰ্বশ্ৰেষ্ঠ প্ৰমাণ। সৰু ল'ৰা-ছোৱালীক মাকহঁতে টোপনি নিয়াব খুজি কান্দি কান্দি কৈছে, "মেৰে বেটা, মেৰে লাল, তু বড়া হো যা, তু বহোত বড়া হো যা। খুব উচা, খুব লম্বা, খুব তাকতবৰ্। জলদী বড়া হোকে বেটা, তেৰে বাপ্‌কা খুন কা বদলা লেনা।"

ল'ৰাৰ বাপেকক কোনো খুন কৰিছে। তাৰ মাকে তাক কৈছে—"তই অতি সোনকালে ডাঙৰ হ, সোনকালে ডাঙৰ হ, আৰু ডাঙৰ হ, খুব ওখ খুব দীঘল, খুব শক্তিশালী হ। তই ডাঙৰ হৈ তোৰ দেউতাৰাৰ হত্যাৰ প্ৰতিশোধ লবি।" সদায় শুনিছে, দিনে ৰাতি তাৰ মাকৰ কান্দোন আৰু অনুৰোধ। ল'ৰা এদিনাখন ডাঙৰ হ'ল। পোনে পোনে গৈ বাপেকৰ হত্যাকাৰীক খুন কৰি আহিল আৰু তাৰ

মাকে সেই তেজৰ ফোঁটা নিজৰ কপালত লগাই হাতৰ খাৰু ভাঙি নিজকে প্ৰথম বিধবা বুলি ঘোষণা কৰিলে। যিমান দিন তেওঁৰ স্বামীৰ হত্যাৰ প্ৰতিশোধ লোৱা হোৱা নাই তেওঁ নিজকে বিধবা বুলি আনক ক'বলৈ দিয়া নাই, আনৰ মাতিবৰ সাহসো হোৱা নাই। তাৰ পিছত যিজন খুন হ'ল তাৰ ল'ৰাই—তাৰ বাপেকৰ হত্যাৰ প্ৰতিশোধ ললে। তাৰ পিছত তাৰ ল'ৰাই-তাৰ পিছত তাৰ লৰা'ই। বংশানুক্ৰমে সৰ্বনাশা চম্বলৰ অভিশপ্ত ছাঁয়াই এওঁলোকক অনুসৰণ কৰিছে। খুন মানে অপৰাধ, ধৰা পৰা, জেল, ফাঁচি। তাতকৈ ভাল পলাতক হোৱা। কিছুদিন পলাতক, তাৰ পিছত ডকাইতৰ দলত যোগ। এইয়াইতো সদায় ঘটিছে ভিণ্ড, মোৰেণা, দতিয়া, শিবপুৰী আৰু গোৱালিয়ৰ জিলাত।

"পুলিচৰ হাতত ধৰা পৰি জেললৈ যোৱাতকৈ অপমান এওঁ-লোকৰ জীৱনত আন একো নাই। সাধাৰণ কাজিয়া দুজনৰ মাজত হ'ল। এজনে আন জনক লাঠি মাৰিলে। পুলিচত দিলে ৰিপোৰ্ট। যিয়ে মাৰিছে সি ভাবিলে—যদি ধৰা পৰি জীৱনত সকলোতকৈ ডাঙৰ অপমান সহ্য কৰিব লগা হয়! তাতকৈ ভাল, পলোৱা। কিন্তু ক'লৈ? কিয়, সেইয়া যে 'বেহড়'। বচ্ সমস্যাৰ সমাধান হৈ গ'ল। গাঁৱৰ মানুহে পুলিচক ক'লে, "উচনে বেহড় পকড় লিয়া"। কিন্তু সেইদৰে কিমান দিন থকা যায়? গ'ল কোনো ডকাইতৰ চৰ্দাৰৰ ওচৰলৈকে, "মোক তোমাৰ দলত ভৰ্ত্তি কৰি লোৱা"।

"কিয়, কি হৈছে?" চৰ্দাৰে সোধে।

"—ৰ লগত কাজিয়া হৈছে।"

"যা, এই বন্দুক লৈ যা, তাক মাৰি তাৰ পিছত মোৰ ওচৰলৈ আহিবি।"

ৰাতিৰ অন্ধকাৰত বন্দুক লৈ খুন কৰি আহিল। অকল সেয়ে নহয়, মানুহক কৈ আহিল, "মই তাক খুন কৰিছোঁ আৰু এতিয়া মই— ৰ দলত যোগ দিবলৈ গ'লোঁ।"

ডকাইত চৰ্দাৰে জানে ইয়াৰ পিছত তাৰ দলৰ নতুন সভ্য, সভ্য-সমাজলৈ উভতি যাব নোৱাৰে। কাৰণ সি এতিয়া খুনী, ধৰা পৰিলেই ফাঁচি। সি হ'ব তাৰ অনুগত চেলা আৰু চেলাইও জানিলে, যেতিয়া এটা খুন কৰিলেও ফাঁচি আৰু এশ খুন কৰিলেও এবাৰেই ফাঁচি, তেতিয়া হলে খুন, লুট কৰি যোৱা। কি এনে আহে যায় ?

গাওঁৰ মানুহ মনে মনে থাকে। এইয়া তেওঁলোকৰ ওচৰত সাধাৰণ ঘটনা। ইমানদিনে সি 'বেহড়'লৈ গুচি গৈছিল মাত্ৰ, এতিয়া তাৰ সন্মান আৰু বাঢ়ি গ'ল, সি এতিয়া 'বাগী (বিদ্ৰোহী) হো গয়া'। গাওঁৰ মানুহেই তাক সাহায্য কৰে। তেওঁলোকেই তাক পুলিচৰ গতিবিধি কোনফালে এই বিষয়ে খবৰ দিয়ে। আৰু যিসকলে তাক সাহায্য নকৰে বা তাৰ বিৰুদ্ধে কাম কৰাৰ চেষ্টা কৰে, সেইসকলৰ জীয়াই থকাৰ দিন আঙুলি-মূৰত গণিব লগা হয়।

ভিণ্ডৰ জগন্নাথসিং এনেকুৱা এজন মানুহ আছিল। মানসিঙৰ সন্দেহ হয়, সিয়েই তেওঁৰ গতিবিধি সম্বন্ধে পুলিচক খবৰ দিয়ে—যাৰ ফলত তেওঁৰ প্ৰাণতকৈও মৰমৰ পুতেক তহচীলদাৰক পুলিচে গ্ৰেপ্তাৰ কৰিব পাৰিছিল। মানসিঙৰ চকুত প্ৰতিহিংসাৰ অগণি জ্বলি উঠিল। এটাৰ পিছত এটাকৈ ৪০ জন মানুহক তেওঁ হত্যা কৰিলে যাতে কোনোৱে তহচীলদাৰৰ বিৰুদ্ধে সাক্ষী দিব নোৱাৰে। কিন্তু জগন্নাথসিং। সি থাকে পুলিচৰ কঢ়া পহৰাত, থানাত নিজৰ প্ৰাণ ৰক্ষা কৰি। কিন্তু এদিনাখন সি এটা সামান্য ভুল কৰি পেলালে। এক আত্মীয়ৰ বিয়ালৈ যাবৰ কাৰণে গাওঁৰ ফালে ভৰি আগ বঢ়াওঁতেই ধুমুহাৰ দৰে মানসিং আৰু তেওঁৰ দল তাৰ ওপৰত জপিয়াই পৰিল। তাৰ পিছত যি নিৰ্মম অত্যাচাৰ তাৰ ওপৰত দুদিন ধৰি চলিল সেইয়া বৰ্ণনা কৰা নাযায়। প্ৰথমতে জগন্নাথৰ চকু দুটা উলিয়াই পেলোৱা হ'ল। হাত দুখন কটা হ'ল। দুবাৰে টুকুৰা-টুকুৰকৈ শৰীৰৰ মাংস কটা হ'ল। গোটেই ৰাতি তাৰ

আৰ্ত চিএৎবত গাঁৱৰ মানুহে বোলে শুব পৰা নাছিল। থানাত বহি বহি পুলিচৰ চিপাহীইঁত ঠক্-ঠক্কৈ ভয়ত কঁপিছে আৰু মাজে মাজে 'বেহড়'ৰ মাজৰ পৰা ভাঁহি আহিছে জগন্নাথসিঙৰ বুকু ফটা কৰুণ আৰ্তনাদ।

## ॥ পাঁচ ॥

"The case of Mansingh is representative of the peculiar problems of this area. He is reported to be a man with no private vices. Stories are told of him in hushed voices of admiration of how he helps good causes, kills informers and policemen only when pursued, just lifts few men who have money to spare, respects Brahmins who give him blessings and occasionally coerces *zamindars* to contribute to desirable objects like school buildings. His admirers often remark that he represents the high-water mark of dacoity nobly practised. Officers of Revenue, Customs and Education Department could run into him without fear. He could join marriage celebration attended by hundreds of people. Now however he is on the run. His case illustrates how the natural revulsion against heinous offences can be mellowed by adopting ingenious methods........"

কোনো ৰাজনৈতিক নেতাৰ বক্তৃতা নাইবা মোৰ কোনো খিচিৰ অংশৰ উক্তি নহয়। ভেতিয়াৰ মধ্যভাৰত (এতিয়া মধ্যপ্ৰদেশ) গৱৰ্ণমেণ্টৰ 'ক্ৰাইম চিচুয়েচন এনকোৱাৰী' কমিটিৰ ৰিপোৰ্টৰ অংশ। তেতিয়াও মানসিং জীয়াই আছে। চাৰিওকালৰ পৰা ক্ৰমাগত তেওঁৰ আৰু সৰু সৰু আন ডকাইত দলৰ অত্যাচাৰৰ

খবৰ বাতৰি কাকতত, জনসভাত, বাটে-ঘাটে, হোটেলত, ৰেস্তোৰাঁত গৱৰ্ণমেণ্টৰ কৰ্মহীনতাৰ কটু মন্তব্য আৰম্ভ হৈছে। গৱৰ্ণমেণ্টে কমিটি বহুৱালে ১৯৫২ চনত আৰু প্ৰায় এবছৰ পিছত কমিটিৰ ৪৫ পাতৰ ৰিপৰ্ট প্ৰকাশিত হ'ল।

গাৱেঁ গাৱেঁ ঘূৰি ফুৰি চাইছোঁ; কিন্তু এজনকো কোৱা শুনা নাই যে মানসিং বেয়া মানুহ আছিল। এতিয়াও মধ্যপ্ৰদেশৰ বহুত ঠাইত আৰু উত্তৰ প্ৰদেশৰ খেড়া-বাঠোৰ গাওঁৰ মানুহে 'ৰজা' মানসিঙৰ খ্যাতি আৰু বীৰত্ব লৈ গান ৰচনা কৰে আৰু গায়। আগ্ৰাৰ পৰা কিছুদূৰলৈ গলে গাওঁৰ মানুহে বটেশ্বৰনাথৰ মন্দিৰ দেখুৱায়। তেওঁলোকে কয় এই মন্দিৰ মানসিঙৰ ধনেৰে সজা হৈছে। আন গাওঁত শুনিবলৈ পোৱা যায় পাঠশালা সজাবলৈ অৰ্থ পোৱা গৈছিল মানসিঙৰ পৰা। আৰু আন গাওঁলৈ গলে হয়তো এনেকুৱা গৃহস্থও পোৱা যাব যি গৃহস্থৰ ছোৱালীৰ বিয়াৰ কাৰণে অকল অৰ্থই নহয় পাত্ৰও যোগাৰ কৰি দিছিল। পুলিচৰ সতৰ্ক পহৰাকো উপেক্ষা কৰি বছৰৰ পিছত বছৰ ধৰি কাৰ্ত্তিক-পূৰ্ণিমাৰ ৰাতি মানসিঙে বটেশ্বৰনাথৰ মন্দিৰৰ বিৰাট ঘণ্টা টানিছিল। তেওঁৰ মৃত্যুৰ পিছত ঘণ্টা টানিছিল তেওঁৰে বিশ্বস্ত অনুচৰ ৰূপাই। গাওঁৰ প্ৰতিজন মানুহেই জানে মানসিং আৰু ৰূপাই কেতিয়া কেনেদৰে ঘণ্টা বাজি গৈছে কিন্তু কোনোৱে হলে নকয়। যি কথাৰ দ্বাৰা 'দাউ'ৰ অনিষ্ট হয় এনেকুৱা কথা জানো ক'ব পাৰে।

অকল মানসিঙৰ কাৰণেই নহয়, বহুত ডকাইতৰ পক্ষেই এই কথা খাটে। গাওঁৰ মানুহে সিহঁতৰ গতিবিধি সম্পৰ্কে একোৱে নকয়। ডকাইত গাওঁলৈ আহে, থাকে, খোৱা-লোৱা কৰে, কিন্তু পুলিচে একো সাহায্যই নাপায় গাওঁবাসীৰ পৰা। মাত্ৰ দৃষ্টিভঙ্গীৰ পাৰ্থক্য। যি সভ্য সমাজ বা পুলিচৰ ওচৰত অপৰাধ, এওঁলোকৰ কাৰণে সেইয়া বীৰত্বৰ নিদৰ্শন। লাহে লাহে হয়তো এওঁলোকে বুজিব পাৰিব লুটপাত আৰু খুন-জখম বিংশ শতাব্দীৰ সভ্যতাৰ

আইনত নপৰে। আইন নিজ হাতত লোৱা নাযায়। বহুত সময় লাগিব। অলপমান গাৱঁৰ মানুহে বুজিব পাৰিছে আৰু সেই কাৰণে গৱৰ্ণমেণ্টৰ পক্ষৰ প্ৰায় ৮০০ গ্ৰামৰক্ষা সমিতিৰ (সভ্যসংখ্য মুঠ ২৬০০০) স্থাপন সম্ভৱ হৈছে।

গাৱঁৰ মুখীয়াল ইয়াত যি সকলক কোৱা হয় তেওঁলোকৰ কেইজনমানৰ লগতো কথা হৈছিল। "চাহাব, কেয়া বতায় হামাৰী মুচীবৎ। বতায়ে তো ডাকু মাৰতে হ্যাঁয় আউৰ নহী বতাঙ্গে তো পুলিচওৱালে মাৰতে হ্যাঁয়।" যদি এওঁলোকে ডকাইতৰ কথা পুলিচক কৈ দিয়ে তেনেহলে ডকাইতে প্ৰতিশোধ লয় ভীষণ ভাবে আৰু যদি নকয় পুলিচৰ অত্যাচাৰত গাৱঁত থকা টান হৈ পৰে। তাৰোপৰি গাৱঁতো জাত-পাতলৈ কাজিয়া আদি আছেই। সেই কাৰণে গাৱঁৰ 'ঠাকুৰ' অধিবাসীৰ এলাকাত যেতিয়া ডকাইতি হয় তেতিয়া ব্ৰাহ্মণসকলে ভয়ত মুৰ দাঙিব নোৱাৰে। ব্ৰাহ্মণ ডকাইত হলে বিপৰীত। 'গুজৰ' ডকাইতহঁতে হৰিজনৰ পৰা অৰ্থ আদায় কৰে। এনেকুৱাও উদাহৰণ আছে যি ঠাইত গাৱঁে গাৱঁে মাহৰ পিছত মাহ ধৰি ডকাইতহঁতক চাঁদা দিছে প্ৰাণ ভিক্ষাৰ সলনি।

সেই কাৰণে যেতিয়া মানসিঙ মৰিল তেতিয়া বহুতেই বিশ্বাস কৰিবলৈ টান পালে যে পুলিচে তেওঁক মাৰিছে। এতিয়াও বিশ্বাস নকৰা বহুত মানুহ আছে। তেওঁলোকে কোন কালেই নকৰিব, কাৰণ মানসিঙ তেওঁলোকৰ ওচৰত এই যুগৰ ৰবিনহুড, 'গৰিবোঁকা মাই-বাপ'; তেওঁ 'জালিম চৰকাৰকা দুষমন'। মানসিঙৰ মৃত্যুৰ পিছত বহু খবৰৰ কাকতত ওলাইছিল যে মানসিঙে নিজেই আত্মহত্যা কৰিছে কাৰণ তেওঁ 'বাগী' (বিদ্ৰোহী) আছিল। আকৌ বহুতে ক'লে মানসিঙক বিষ দিয়া হৈছিল তেওঁৰ লগত 'কনফিডেন্স ট্ৰিক' কৰি।

মধ্যভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰী নৰসিঙৰাও দীক্ষিতে দাম্ভিকতাপূৰ্ণ ভাবে যেতিয়া ১৯৫৪ চনৰ নৱেম্বৰ মাহত ঘোষণা কৰিলে যে, তেওঁ

যদি এবছৰৰ ভিতৰত মানসিঙক শেষ কৰিব নোৱাৰে তেনেহলে পদত্যাগ কৰিব, তেতিয়া তেওঁ হয়তো কিছু পৰিমাণে চিন্তিত হৈ পৰিছিল। এদিনাখন হঠাতে কি ভাব হ'ল সুদূৰ কাশ্মীৰলৈ গ'ল, ফুৰিবলৈ নহয়, অমৰনাথলৈ তীৰ্থযাত্ৰা কৰিবলৈ। শিৱলিঙ্গৰ সমুখত থিয় হৈ কৈছিল, "ভগবান মুঝে কুছ নহী চাহিয়ে মানসিঙকো খতম্ কৰ্ দে। মুঝে সফলতা দে"। আনৰ মুখৰ পৰা নহয়, দীক্ষিতজীৰ নিজ মুখৰ পৰা শুনা কথা। ভগবানে দীক্ষিতজীৰ কাতৰ প্ৰাৰ্থনা শুনিছিল। এবছৰৰ আগতেই মানসিঙ 'খতম্' হ'ল।

আকৌ উদিতপুৰা গাৱঁলৈ উভতি যাওঁগৈ মানসিঙৰ স্ত্ৰী ৰুক্মিণীৰ ওচৰলৈ। ১৯৫৪ চনৰ ঘটনা। ভাৰতৰ তেতিয়াৰ স্বৰাষ্ট্ৰমন্ত্ৰী ডাঃ কৈলাশনাথ কাটজু। মধ্যভাৰতৰ তৎকালীন স্বৰাষ্ট্ৰমন্ত্ৰী মনোহৰসিঙ মেহতাৰ লগত উদিতপুৰা গাৱঁলৈ গৈছিল। নিজৰ ঘৰৰ বাৰাণ্ডাৰ খাটিয়াত ৰুক্মিণীয়ে নাতি-নাতিনীয়েকৰ সৈতে বহি আছে। ঘৰৰ সমুখত হঠাৎ মানুহৰ ভীৰ দেখি আচৰিত হ'ল। আন কিবা বিপদ হ'ল বোধ হয়। ডাঙৰ নাতিয়েকক নিজৰ অজান্তেই ৰুক্মিণীয়ে বুকুলৈ টানি নিলে। মাত্ৰ অলপ সময়ৰ কাৰণে, তাৰ পিছত ৰুক্মিণী থিয় হ'ল। যেতিয়া গম পালে কোন তেওঁৰ ঘৰলৈ আহিছে, ঘৃণাত ৰুক্মিণীয়ে মুখ ওভোতাই ললে। তথাপিও কিবা মনত পৰাত, ঘৰৰ ভিতৰলৈ সোমাই গৈ বহুদিন আগতে লিখা দৰখাস্ত এখন উলিয়াই আনিলে—চৰকাৰলৈ পঠিয়াবৰ কাৰণে লিখিছিল। বহুত কাকুতি মিনতিৰে ভৰা সেই দৰখাস্তত ৰুক্মিণীয়ে চৰকাৰৰ ওচৰত আবেদন জনাইছিল যাতে তেওঁৰ স্বামী মানসিঙক চৰকাৰে ক্ষমা কৰে। তেনেহলে মানসিঙ পুনৰ সভ্যজগতলৈ উভতি আহিব আৰু বাকী কেইটাদিন ঘৰ-বাৰী লৈ বাকী জীৱন শান্তিতে কটাব। আজি তো 'চৰকাৰ' নিজৰ দুৱাৰ-দলিত; সেইকাৰণে খৰখৰকৈ দৰখাস্তখন ডাঃ কাটজুৰ হাতত দি হাতযোৰকৈ ৰুক্মিণী থিয় হৈ থাকিল।

দৰখাস্তখন কিছুসময় পঢ়ি লৈ ডাঃ কাটজুৱে ৰুক্মিণীক ক'লে, তেওঁ যেন মানসিঙক আত্মসমৰ্পণ কৰিবলৈ ক'য়।

"ক্যুঁ ?" ৰুক্মিণীৰ চকু দুটি জ্বলি উঠিল।

"ক্যুঁ কী, কানুনকো নজৰোঁ মে ৱোহ ডাকু আউৰ খুনী হ্যায়।" ডাঃ কাটজুৱে বুজায়, আইনৰ চকুত মানসিং ডকাইত আৰু খুনী।

"আচ্ছি বাত হ্যায়। তুম সব গাওঁকে লোগোঁকে পুছো। আগৰ এক ভী আদমী কহদে ৱহ খাৰাব আদমী হ্যায়, ম্যয় উচ্‌ চে কহুঙ্গী ৱহ্‌ পুলিচকে হাবালে হো যায়গা।"

ৰুক্মিণীয়ে অকাট্য যুক্তি দেখুৱাই। যদি ওচৰ-পাজৰৰ গাৱঁৰ এজন মানুহেও মানসিঙক 'খাৰাপ' বোলে তেনেহলে ৰুক্মিণীয়ে নিজে তেওঁক পুলিচৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ ক'ব।

ডাঃ কাটজুৱে হাঁহি তেওঁৰ কথা উৰুৱাই দিলে। কৃত্রিম খঙ দেখুৱাই ক'লে, "সেইবোৰ নহব। যদি মানসিঙে আত্মসমৰ্পণ নকৰে তেনেহলে কথা ভাল নহ'ব কৈ দিছোঁ।"

ৰুক্মিণী জ্বলি উঠিল। কি, ইমান সাহস। 'ৰজা' মানসিঙৰ স্ত্রীক চকু পকাই। "যাও যাও, তুম সে যো কুছ বনে কৰ্‌ লেনা।" তোমাৰ যি ইচ্ছা তাকে কৰাগৈ। দুমকৈ তেওঁৰ মুখৰ আগতে ৰুক্মিণীয়ে দুৱাৰখন বন্ধ কৰি দিলে।

মধ্যভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰী মনোহৰসিঙ মেহতাই ডাঃ কাটজুক বুজালে মানসিঙৰ জনপ্রিয়তাৰ কথা। ধৰ্মভীৰু মানসিঙক সকলোৱে ভক্তি কৰে। সাধাৰণ অপৰাধীৰ দৰেতো আকৌ নহয়। মদ আৰু তিৰোতা মানুহৰ পৰা মানসিঙ বহুত দূৰৈত। অকল সেয়ে নহয়, আজিলৈ কোনোৱে শুনা নাই কোনো ডকাইতিলৈ গৈ মানসিঙে ছোৱালীৰ গাত হাত দিয়া।

বহুতদিন আগৰ কথা। এখন গাৱঁত ডকাইতি কৰি মানসিঙে সদলবলে উভতি আহিছিল। গাৱঁৰ শেষ প্রান্তত থকা নাদৰ ওচৰত সকলো ৰ'ল পানী খোৱাৰ কাৰণে। ছোৱালীৰ ভীৰ এক:লে

আঁতৰি গ'ল। পানী খাই অলপ দূৰ আগুৱাই গৈ মানসিঙৰ হঠাতে ভাব হ'ল দলৰ এজন কম। ক'ত সি? কপাই নাদৰ কালে দেখুৱাই দিলে। গাৱঁৰ এজনী ছোৱালীৰ আচলত ধৰি সি টনাটনি আৰম্ভ কৰিছিল। দুখোজ মানসিঙ আগুৱাই গ'ল। ৰাইফল তুলি এটা গুলী মাৰিলে।

মানসিঙৰ নিজৰ ভনীয়েকৰ ল'ৰাৰ প্ৰাণহীন দেহ লুটি খাই নাদৰ পাৰত বাগৰি পৰিল। তিৰোতাৰ লগত অসভ্য ব্যৱহাৰ কৰাৰ চৰম শাস্তি সি পালে।

মানসিঙে উভতিও নাচালে। "আগে বঢ়ো", দলৰ আনবোৰক হুকুম দিলে।

বহুত সৰু ডাঙৰ কবিতা আৰু গল্পৰ কিতাপ আছে মানসিঙৰ বীৰত্ব লৈ। গাৱেঁ গাৱেঁ এতিয়াও মানুহে সেই কিতাপ পঢ়ে আৰু সৰু সৰু ল'ৰা-ছোৱালীবোৰক শুনায়। 'মানসিঙ কা জোহৰ', 'চম্বল কা শেৰ চৰ্দাৰ মানসিঙ', 'বাহাদুৰ মানসিঙ' আৰু কিমানবোৰ নাম। মানসিঙৰ জন্মৰ কথা লিখিবলৈ গৈ এখন কিতাপেই লেখা হৈছে—"সন্ধ্যা পাঁচ বাজি ছয়ত্ৰিশ মিনিট, বুধবাৰ, ৭ মাঘ, বিক্ৰমী ১৮৮৯ চনৰ কৃষ্ণপক্ষত, গঢ়ী-ৰুড্ডি, খেড়া-ৰাঠোৰ গাৱঁত মানসিঙৰ জন্ম হয়।"

গাৱঁৰ কবিয়ে 'আল্হা' গালে—

"ৰস্তা চলতা কোই নহী লুটা।
মিত্ৰো শুনলো কাণ লাগায়।
আপনা দুশমন জীয়ত না ছোড়া,
বায় গোলী সে দিয় উড়ায়॥
জাইগ্ৰাম মে মানসিং পোহঁচে,
খাত্তিৰ উচ্কী কৰে বনায়।
বাৰহ বৰ্ষ কো এক যুগ বীতো,
অব আগে কা সুণো হৱাল।"

অভিশপ্ত চম্বলৰ অভিশাপ, মানসিঙৰ কাহিনী প্ৰায় শেষ হৈ আহিছে। এদিনাখন পুলিচ ৰেকৰ্ড খেপিয়াওঁতে ২৫ আগষ্ট ১৯৫৫ চনৰ সেই ভয়ানক এনকাউণ্টাৰৰ এটা বিৱৰণ চকুত পৰিল। জমাদাৰ ভঁনোৱাৰীসিং, যাৰ অধীনত ক্ৰ্যাক কোম্পানীৰ গোবিন্দ বাহাদুৰ থাপাই দস্যুৰাজ মানসিঙৰ জীৱনৰ পৰিসমাপ্তি ঘটাইছিল, কাকৰাণ-কা-পুৰা গাৱঁত তেওঁৰ চাক্ষুষ বিৱৰণীত লিখিছে—

"As I and my men reached some distance from Kakran-Ka-Pura, we noticed some persons sitting in the open drinking milk and eating something. When we reached a distance of about 60 yards, we were greeted with a shower of bullets suddenly from that spot. Immediately, I ordered my men to take up positions and fire.

"The terrain was plain. I noticed a man in white whiskers firing a tommy gun from behind a peepul tree. From the description given to us, I was sure that, this was Mansingh. So I directed all my men to shoot him down............

"Thapa aimed his tommy gun, stood up and fired at the old man in white whiskers. Mansingh returned the fire with his tommy gun, but, he was the first to fall and next was Thapa. Then Mansingh's son Subedar Singh and his lieutenant Roopa tried to drag their leader's body.........Subedar and Roopa abused us saying "you dogs of the police go back otherwise we will kill all of you."

গোবিন্দ বাহাদুৰ থাপা আজি আৰু নাই। থকা হলে হয়তো মানসিঙৰ শেষ মুহূৰ্তৰ আৰু কিছু বিৱৰণ পোৱা গলহেঁতেন। কিন্তু তেওঁ জীয়াই আছে তেওঁৰ বীৰত্বৰ অনন্ত উদাহৰণ হৈ তেওঁলোকৰ ওচৰত—যি সকলে আজিও নিজৰ প্ৰাণৰ মায়া এৰি

মধ্যপ্ৰদেশৰ অভিশাপ মচি পেলাবলৈ অভিশপ্ত চম্বলৰ 'বেহড়'ত মাহৰ পিছত মাহ ধৰি ঘূৰি ফুৰিছে। মানসিং শেষ হৈছে কিন্তু শেষ হোৱা নাই ডকাইতি সমস্যা। আৰু যে বহুত আছে। চম্বলৰ তেজৰ তৃষ্ণা যে এতিয়াও পলোৱা নাই।

গোটেই মধ্যভাৰতত আনন্দৰ জোৱাৰ উঠিল। স্বৰাষ্ট্ৰমন্ত্ৰী নৰসিংৰাও দীক্ষিতে বহুতো ফুলৰ মালা পিন্ধিলে। ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ, প্ৰধানমন্ত্ৰী নেহৰু, স্বৰাষ্ট্ৰমন্ত্ৰী পন্থ,' সকলোৱে অভিনন্দন জনালে তেওঁক, মধ্যভাৰতৰ .চৰকাৰ আৰু পুলিচক। খবৰৰ কাকতত কলমৰ পাছত কলম লিখা হ'ল মানসিঙক লৈ। সঁচা-মিছা বহু কাহিনীৰে ভৰপূৰ। ইংলণ্ড আৰু আমেৰিকাৰ কাগজে বিংশ শতাব্দীৰ ইণ্ডিয়ান ৰবিনহুডক লৈ হৈ-চৈ লগালে। কেই-জনমান সংবাদদাতাই আকাশী জাহাজত ভাৰতবৰ্ষলৈকে আহিল। এই বিৰাট অভিশাপ আৰু সমস্যা—যিটো হয়তো শতাব্দীৰ পিছত শতাব্দী চলি আহিছিল, হঠাতে সেয়েই আজি গোটেই বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিলে।

সাফল্যৰ গৰ্বত মধ্যভাৰতৰ উৰ্দ্ধতন কৰ্মচাৰীসকল গজাটোপ ওকোন্দা দি ওকোন্দি উঠিল। বোধহয় ভাবি ললে যে মানসিঙৰ মৃত্যুৰ লগে লগে ডকাইতি সমস্যাৰো শেষ হ'ল। বোধহয় ভাবিলে, অভিশপ্ত চম্বললৈ শান্তি আহিল। কিন্তু কি ভুলেই যে তেওঁলোকে কৰিলে সেইয়া তেতিয়াও বুজিব নোৱাৰিলে। কিছুদিন পিছতে কঢ় সত্যৰ দৰেই বুজিব পাৰিলে অভিশপ্ত চম্বলত যি শান্তি আহিছিল সেইয়া মাত্ৰ ক্ষন্তেকৰ কাৰণে। সেই শান্তি আছিল শ্মশানৰ শান্তিৰ দৰে। জুই জ্বলিছিল উমি উমি। হঠাতে এদিনাখন পুনৰ দপ্-দপ্‌কৈ জ্বলি উঠিল।

## ॥ ছয় ॥

সেইদিনাখন আছিল ১৯৫৬ চনৰ ১ নৱেম্বৰ। ৰাতি বাৰ বাজি এক মিনিটত ২১ বাৰ তোপধ্বনি হ'ল। পুলিচ বেণ্ডত বাজি উঠিল 'জন গণ মন'। নতুন মধ্যপ্ৰদেশৰ জন্ম হ'ল নতুন ৰাজধানী ভূপালৰ 'মিণ্টো হল'ত। বহুদিন আগতে নবাব ছাহজাহান বেগমে লৰ্ড মিণ্টোৰ অভ্যৰ্থনাত মাত্ৰ এটি নৈশ-ভোজৰ কাৰণে তিনি লাখ টকা ব্যয় কৰি সজাইছিল এই মাৰ্বল-খচিত 'মিণ্টো হল'। সেই হলতে নতুন মন্ত্ৰীমণ্ডলীয়ে শপত গ্ৰহণ কৰিলে। নতুন প্ৰদেশ, নতুন ৰাজধানী। চাৰিওফালে উৎসাহ আনন্দৰ জয়োল্লাস।

কিন্তু এই উদ্দীপনা আৰু আনন্দ বেছি দিন নৰ'ল। শঙ্কিত হৈ উঠিল নতুন গভৰ্ণমেণ্ট ডকাইতৰ উৎপাতত। ৰাতৰিৰ পিছত ৰাতৰি আহি আছে, নতুন নতুন ডকাইত দলৰ ভয়ানক অত্যাচাৰৰ। মানসিঙৰ মৃত্যুৰ পিছত কিছুদিন চম্বল উপত্যকালৈ শান্তি আহিছিল। তাৰ পিছত মানসিঙৰ 'ৰাজত্ব' ডকাইতবোৰে নিজৰ মাজত ভগাই ললে। মানসিং জীৱিত থকা অৱস্থাতো কেইটিমান সৰু-সুৰা ডকাইতৰ দল আছিল, কিন্তু এতিয়া দল হ'ল ১৬টা। ২০০ দুৰ্ধৰ্ষ ডকাইত। ইহঁতক ধৰা বা মৰাৰ কাৰণে পুৰস্কাৰ দুই লাখ টকা। নতুন চৰকাৰৰ সকলো মান-সন্মান প্ৰতিষ্ঠা আৰু খ্যাতি ধূলিত মিহলাই ইহঁতে গোটেই প্ৰদেশতে তাণ্ডৱ নৃত্য আৰম্ভ কৰিলে। মানসিঙৰ দল পুনৰ কপাই গঢ়ি তুলিলে। ৰাতৰি আহিব ধৰিলে অ'ত ত'ত অত্যাচাৰ, ডকাইতি, অপহৰণ। লাখনসিঙে গাৱেঁ গাৱেঁ জুই লগাই আৰু অত্যাচাৰ কৰি লাখ লাখ টকা লুট কৰিলে। দুৰ্ধৰ্ষ দস্যু গব্বৰসিঙে কিন্তু এক অভিনৱ নৃশংস অভিযানত নামিল।

হঠাতে এদিনাখন সি প্ৰতিজ্ঞা কৰিলে, ১০১ টা নাক কাটিব। ভয়ানক সেই দৃশ্য গোৱালিয়ৰৰ হস্পিটালত। মানুহৰ পিছত মানুহ আহিছে, প্ৰত্যেকৰে নাক কটা। গোৱালিয়ৰ হস্পিটালত মই নিজে চল্লিশজন নাক-কটা মানুহক দেখিলোঁ। কল্লা-পুত্তলীৰ দলে দু'জন পুলিচ অফিচাৰক পৈশাচিকভাবে হত্যা কৰিলে। ডকাইত কোৰে অবিৰাম ভাবে কৰি গৈ থাকিল হত্যা আৰু লুট। গবৰ্ণমেণ্ট থিৰেৰে বোৱাটো টান হৈ পৰিল।

মুখ্যমন্ত্ৰী ডাঃ কৈলাশনাথ কাটজুই ডকাইত অধিকৃত এলাকা নিৰীক্ষণ কৰিবলৈ গ'ল। তেওঁ গৈ সুদূৰ গুড়া গাওঁ পালে, যিখন গাওঁৰ ওচৰে-পাজৰে নিৰ্বিবোধভাবে ডকাইতি কৰি গৈছিল দুৰ্ধৰ্ষ দস্যুদলে আৰু বাস্তবি আহিছিল সিহঁতৰ নৃশংস অত্যাচাৰৰ। ৰাতি-পুৱাই ডাঃ কাটজু আহি পোৱাৰ কথা। ৰাতিৰ অন্ধকাৰত ডকাইতৰ দল গুড়া গাওঁলৈ আহিল। নজন ব্ৰাহ্মণক ধৰি পিছৰ বেহভূলৈ লৈ গ'ল। হাত-ভৰি বান্ধি এজন এজনকৈ ন'জনকে গুলী কৰি হত্যা কৰিলে। যোৱাৰ আগতে কৈ গ'ল—"একো নহয়, ডাঃ কাটজুক মাত্ৰ অভ্যৰ্থনা জনাই গলোঁ।" পিছদিনাখন ৰাতিপুৱা মুখমন্ত্ৰী যেতিয়া গাওঁ পালেহি, তেতিয়া নজন ব্ৰাহ্মণৰ চিতাৰ জুই দপ্ দপ্‌কৈ জ্বলিছিল। ঘৰে ঘৰে কান্দোনৰ ৰোল। মনে মনে মুৰ তল কৰি গাওঁৰ পৰা কাটজু ওলাই আহিল। বাস্তবি আহিল সেই ৰাতিয়ে গৰুৰ সিডে দতিয়া জিলাত একেলগে চৌধ্যজন মানুহক হত্যা কৰিছে।

বহুত হৈছে আৰু নালাগে। কনফাৰেন্স আহ্বান কৰা হ'ল। খতিয়ান লোৱা হ'ল। এবছৰৰ খতিয়ান। ৩৬০টা ডকাইতি, ১৫৮টা হত্যা, ৫৮ জন মানুহ অপহৰণ আৰু প্ৰায় ২ লাখ টকাৰ সম্পত্তি লুট। সাজু কৰা হ'ল আঁচনি যাৰ দ্বাৰা চম্বলৰ অভিশাপ চিৰদিনৰ কাৰণে শেষ কৰিব পৰা যায়। প্ৰায় ৪০০০ বাছা বাছা চিপাহী আৰু অফিচাৰ সাজু কৰা হ'ল উত্তৰ প্ৰদেশৰ পাঁচখন

জিলাত। বিশেষ ডকাইতি-বিৰোধী অভিযান—'Special anti-Dacoity operation'।

২১ মে, ১৯৫৭। হাজাৰ হাজাৰ জীপ, ওৱাৰলেচ ষ্টেচন, নতুন নতুন অস্ত্ৰ। লাহে লাহে নিশ্চিতভাবে ফল হ'ব ধৰিলে। বহুত ডকাইত মৰা পৰিল। যদিও ডকাইতি সমস্যাৰ সমাধান নহ'ল; তথাপিও বহুত সৰু-সুৰা ডকাইতৰ দল শেষ হ'ল। দুবছৰত খৰচ হ'ল প্ৰায় তিনি কোটি টকা। দুবছৰত ডকাইতি হ'ল প্ৰায় ৭০০, হত্যা ২৬০, অপহৰণ প্ৰায় ১০০, সম্পত্তি লুট প্ৰায় ৪ লাখ টকাৰ। ডকাইত মৰিল ১৪, গ্ৰেপ্তাৰ হ'ল ৬৫০ আৰু হাজাৰ হাজাৰ গুলী-বাৰুদ, অস্ত্ৰ-শস্ত্ৰ পুলিচৰ হস্তগত হ'ল।

অভিযান এতিয়াও চলি আছে। হয়তো বছৰৰ পিছত বছৰ চলিব। ডকাইত মৰিছে আৰু নতুন ডকাইতৰ দল গঢ়ি উঠিছে। কেতিয়া যে এইয়া শেষ হ'ব কোনোৱে ক'ব নোৱাৰে। কিন্তু এই কথাও সঁচা যে, ডাঙৰ ডাঙৰ ডকাইত দলবো আয়ুস কমি আহিছে। ইহঁত শেষ হলে হয়তো ডকাইতি সমস্যা শেষ নহয়, কিন্তু হাজাৰ হাজাৰ বছৰৰ এই অভিশাপ অলপ হয়তো কম হ'ব। মানসিং, ৰূপা, অমৃতলাল, গব্বৰ, পুতলী, হজুৰী হয়তো পুনৰ নহয়। কোনে জানে! এতিয়াও লাখনসিং বাকী আছে। সেই কথা পিছত হ'ব।

ঝাঁসীৰ ওচৰত আৰ্মি কেম্প 'বাবিনা'। ইয়াতেই আৰ্মাৰিত হাবিলদাৰ আছিল লালসিং। মেট্ৰিক পাচ, সম্ভ্ৰান্ত বংশৰ ল'ৰা। হঠাতে ধৰা পৰিল লুকুৱাই ডকাইতক ৰাইফল বিক্ৰী কৰাৰ অপৰাধত। কোৰ্ট-মাৰ্চাল হ'ল। এদিনাখন বাতিপুৱা খবৰ পোৱা গ'ল, লালসিঙে কোৰ্ট-মাৰ্চালৰ লোহা ভাঙি ভাঙি পলাইছে। তাৰ পিছত লালসিঙৰ কোনো খবৰ বাতৰি নাই। দু'মাহ পিছত চম্বল উপত্যকাত এক দুৰ্ধৰ্ষ নতুন ডকাইতৰ আৱিৰ্ভাৱ হ'ল। নাম তাৰ লালসিং।

লালসিঙৰ কথা পিছত ক'ম। আক লালসিঙ কেনেদৰে মাৰিল তাকো ক'ম। সুন্দৰ সুপুৰুষ যুৱক ভোকে-পিয়াহে দিনৰ পিছত দিন চম্বলৰ 'বেহড়'ত পলাই ফুৰিছে। এমুঠি ভাত, এখন ৰুটী, এগিলাচ পানীৰ কাৰণে দিব খুজিছে এটা ৰাইফল, বহুতবিলাক কার্টিজ। পুলিচৰ গুলীত যেতিয়া লালসিং মৰিল, পোষ্ট-মৰ্টেমত তাৰ পেটত পোৱা গ'ল মাত্ৰ কেইটিমান বনৰীয়া ফল। সেই কথা পিছত হ'ব। লালসিঙৰ কথা ইয়াত কোৱাৰ উদ্দেশ্য মাত্ৰ ডকাইতহঁতে অস্ত্ৰশস্ত্ৰ পোৱাৰ সূত্ৰ লৈ অলপ আলোচনা। বহুতেই সুধিছে ক'ৰ পৰা ইহঁতে অস্ত্ৰশস্ত্ৰ আৰু গুলী পায়।

পুলিচ নাইবা মিলিটাৰীৰ খাকী ইউনিফৰ্ম পিন্ধিয়ে বেছি ভাগ ডকাইত থাকে। ক'ৰ পৰা যে যোগাৰ হয় সেই কথা আলোচনা কৰি লাভ নাই, মাত্ৰ এইখিনি কলেই যথেষ্ট, যে যোগাৰ কৰি লয়। দেশব্যাপী চলিছে অস্ত্ৰৰ অবৈধ ব্যবসায়, তাৰ বেছি ভাগেই ইহঁতৰ হাতলৈ আহে। হায়দৰাবাদ 'পুলিচ একচন' হোৱাৰ পিছত বহুত অস্ত্ৰ-শস্ত্ৰ ইফালে সিফালে যায় আৰু তাৰ এক বিৰাট অংশ ইহঁতে পায়। তাৰোপৰি পূৰণি মধ্যভাৰতত সৰু ডাঙৰ দেশীয় ৰাজ্যত অস্ত্ৰৰ আছিল অবাধ আমদানি। ভাবিলে আচৰিত হ'ব লাগে, কিছুমান ডকাইতৰ হাতত আধুনিক অস্ত্ৰও আছে—টি, এম, চি, লাইট মেচিনগান, টেলিস্কোপিক ৰাইফল, হেণ্ড-গ্ৰিনেড আৰু আৰু বহুত। যিদিনাখন ডকাইতে অস্ত্ৰশস্ত্ৰ পোৱাৰ পথবিলাক বন্ধ হ'ব সেইদিনাখন হয়তো ডকাইতি সমস্যাৰ শেষ অধ্যায় আৰম্ভ হ'ব।

সুদূৰ পঞ্জাবৰ হোচিয়াৰপুৰৰ পৰা ডকাইত অমৃতলালৰ ওচৰত ৰাইফল বিক্ৰী কৰিবলৈ এজন মানুহ আহিছিল। হঠাতে পুলিচৰ অমৃতলালৰ দলৰ ওপৰত চাপ পৰে। মানুহজন পলাব নোৱাৰিলে। শেষলৈ সি দলত ভৰ্তি হ'ল আৰু দলৰ মানুহক অস্ত্ৰ চলোৱা শিক্ষা দিব ধৰিলে। এনেধৰণৰ বহুত উদাহৰণ আছে। ডকাইতৰ ওচৰত অস্ত্ৰই সকলো। ডকাইতি কৰি যি অৰ্থ যোগাৰ হয় তাৰ

বেছি ভাগেই খৰচ হয় অস্ত্ৰ কিনোতে। সিহঁতে নগৰলৈ আহি হৈ-চৈ কৰি অৰ্থ খৰচ কৰিব নোৱাৰে।

লাখনসিঙৰ কথাই কওঁ। যি ৰাইফলৰ দাম খুব বেচি হয় ৭০০৲ ৮০০৲ টকা, লাখনসিঙে তাৰ দাম দিয়ে অতি কমেও ২০০০৲ টকা। এবাৰ এটা টেলিস্কোপিক ৰাইফলৰ দাম লাখনে ৭০০০৲ টকা দিছিল। এয়াতো, অলপতে গোৱালিয়ৰৰ এক সম্ভ্ৰান্ত জমিদাৰক ডকাইতক অস্ত্ৰ-শস্ত্ৰ চালান দিয়াৰ অপৰাধত পুলিচে ধৰিছে। ওচৰৰ এটা নাদৰ পৰা বহুতো বন্দুক, ৰাইফল ওলাল।

অকল অস্ত্ৰই নহয়। সকলোতকৈ দামী বস্তু হল কাৰ্টিজ। ভাবিলে আচৰিত হ'ব লাগে যে, প্ৰায় ডকাইতে অস্ত্ৰ চলোৱাত নিপুণ। সিহঁতৰ ওচৰত কাৰ্টিজৰ দাম বহুত; সেইকাৰণে সিহঁতে চাই-মেলি গুলী চলায়। য'ত পুলিচে ৰাউণ্ডৰ পিচত ৰাউণ্ড ফায়াৰ কৰে, ডকাইতে কৰে তাৰ এক-চতুৰ্থাংশ। কিন্তু সিহঁতে যেতিয়া ফায়াৰ কৰে সিহঁতৰ লক্ষ্য হৈছে অব্যৰ্থ। গল্প নহয়, সঁচা ঘটনা। লাখনসিঙৰ ওচৰলৈ যদি কোনোবাই ৰাইফলৰ গুলী বেচিবলৈ যায় লাখনে যেতিয়া হাতৰ ওপৰত গুলী থৈ সোধে, "কিতনা ওজন ইচ্‌কা ?" দলৰ এজনে পৰীক্ষা কৰি ক'ব "দো তোলা"। দুই তোলা। "আচ্ছী বাত্‌ হ্যায়। দো তোলা সোনেকো দাম দে দেও ?" দুই তোলা সোণৰ দাম দি সি কিনিব এটা গুলী! তেওঁৰ ওচৰত পাইচাৰ কোনো মূল্যই নাই কিন্তু এটা ৰাইফলৰ গুলী অমূল্য বস্তু।

এটা কথা এতিয়াও বুজিব পৰা নাই, কিয় বেছি ভাগ ডাঙৰ ডাঙৰ ডকাইতহঁতে ডায়েৰী ৰাখে। কোনো ডাঙৰ ডকাইত মৰা পৰিল প্ৰথমতে পুলিচে বিচাৰে তাৰ ডায়েৰী। বেছি ভাগ ক্ষেত্ৰত পায় আৰু সেই ডায়েৰীৰ পৰা জানিব পাৰে বহুতো মূল্যবান তথ্য। যেতিয়া পুতলীবাঈ মৰা পৰে তাইৰ ডায়েৰীৰ পৰা পুলিচে যিবোৰ গোপনীয় তথ্য পায় সেইবোৰ পুলিচে শত চেষ্টা কৰিলেও জানিব নোৱাৰিলেহেঁতেন। কিছুমান ঔষধৰ দোকানৰ নাম, কেইখনমান

কেচ মেমো, এজন ডাক্তৰ আৰু দুই এটা সোণাৰীৰ ঠিকনাও পুতলী-বাঈৰ ভায়েৰীৰ ভিতৰত পোৱা যায়।

ফাৰ্ষ্ট এইড্ বক্স, মাল্টি-ভিটামিন টেবলেট, পাউকটি, ব্ৰেণ্ডি, টিনড্ ফুড্, এন্টি-টিটেনাচ ইঞ্জেকচন, পেনিচিলিন—বেছি ভাগ ডাঙৰ ডকাইতৰ লগতে পোৱা যায়। তুলসীৰ মালা, গীতা, ৰামায়ণ, ভগবানৰ মূৰ্তিও বহুতৰ লগত থাকে। ৰূপাৰ পকেটত ভগৱানৰ সৰু মূৰ্তি এটা পোৱা গৈছিল। পিতলৰ মূৰ্তিটো চুই দিলেই ঘূৰিছিল আৰু লৰিছিল। এবাৰ ঘূৰাই দিলে মূৰ্তিটো যি ফালে নিশ্চল হৈ ৰৈ যায়, ৰূপাৰ বিশ্বাস আছিল সেইটো দিশেই নিৰাপদ।

●

ডকাইতি সমস্যাৰ আৰু এটা ফাল আছে, সেইয়া শুনিবলৈ বা লিখিবলৈ খুব ভাল নালাগে। সেইয়া হ'ল এই সমস্যাৰ লগত ৰাজনৈতিক দলাদলি। প্ৰত্যেক ৰাজনৈতিক দলেই অন্য বিপক্ষ দলক ডকাইতৰ লগত সেই দলৰ বন্ধুত্ব আৰু সম্পৰ্কলৈ অভিযুক্ত কৰে। অকল সেয়ে নহয়, মধ্যপ্ৰদেশৰ বিধানসভাতো প্ৰকাশ্যভাবে কেইজনমান ডাঙৰ ডাঙৰ নেতাকতো ডকাইতৰ বন্ধু বুলি অভিহিত কৰা হৈছে। সঁচা মিছা কোৱা টান, কিন্তু ডকাইতৰ ইলেকচনতো হস্তক্ষেপ কৰাৰ প্ৰমাণ আছে। যদি কোনো প্ৰাৰ্থী ডকাইতৰ বিৰাগভাজন হয় তেওঁৰ পক্ষেতো নিৰ্ব্বাচনত জয়লাভ টান হৈ পৰে। এই প্ৰসঙ্গ লৈ আলোচনা নকৰাই ভাল। মুখৰোচক হলেও ৰুচি-সম্মত নহয়। আকৌ প্ৰায়ে অভিযোগ শুনা যায়, পুলিচৰ কিছুমান মানুহ ডকাইতৰ লগত জড়িত। ইয়াৰো প্ৰমাণ আছে। কিছুদিন আগতে শিবপুৰী জিলাৰ পুলিচৰ এজন উৰ্ধতন কৰ্মচাৰীৰ লিখা এখন চিঠি ধৰা পৰে। চিঠিখন তেওঁ এজন চাব-ইন্সপেক্টৰক অনুৰোধ কৰি লিখে, তেওঁ যেন পুতাইসিংক জামিনত খালাচ কৰি দিয়ে, কাৰণ সি তেওঁৰ আত্মীয়। চিঠিখন এইধৰণৰ—

শ্ৰী

( Private and Confidential ) শিবপুৰী

শ্ৰীৰামচৰণসিংজী ২০।৭।৫৭

নমস্তে,

আপকে পাচ ইহ্ পত্ৰ লেকৰ শ্ৰীকোকসিং সাঃ পুত্ৰ চুলতানসিং আৰহে হঁয়। আপকে ইহাঁ কি ডকৈতীকে মামলে মে আপনে পুতিইসিং পুত্ৰ নাৰায়ণসিং কা গ্ৰিফতাৰ কৰ ৰখা হ্যায়, ইয়ে আপনে ৰিস্তেদাৰ হঁয়। আপ ইচ বাৰে মে······কোকসিংজী সে বাতচীত কৰকে মালুমাত কৰকে বহু জ্যায়সা বাতাবে কাৰবাই কৰনেকা কষ্ট কৰে। বৈসে তো ম্যায় স্বয়ং ভিণ্ড তক্ ইচ বাৰেমে আতা ব আপসে কহতা, মগৰ operation মে busy হোনে কে কাৰণ নহী আঁসকতা হুঁ। ইছলিয়ে পত্ৰ ভেজ ৰহা হুঁ, আপ ইচ লড়কে কি জৈসে ভী হো সকে জমানত কৰদে। ইহ্ আপনা নিজী কাম সমঝনা।

আপকা শুভচিন্তক<br>
Balbir Singh<br>
20. 7. 57

চিঠিখন অনুবাদ কৰিলে এনেধৰণৰ হয় :

"এই চিঠিখন লৈ শ্ৰীকোকসিং আপোনাৰ ওচৰলৈ গৈছে। আপোনাৰ তাত ডকাইতিৰ কাৰণে যিজন পুতইসিংক গ্ৰেপ্তাৰ কৰিছে, সি মোৰ আত্মীয়। এই সম্বন্ধে আপুনি কোকসিংৰ লগত কথা-বতৰা হৈ, সকলো কথা জানি লৈ তেওঁ যি কয় আপুনি তাকে কৰিব। মই নিজেই ভিণ্ডলৈ গৈ আপোনাক কলোঁহেতেঁন কিন্তু Operationত busy থকাৰ কাৰণে যাব নোৱাৰি এই চিঠিখন পঠাইছোঁ। আপুনি যেনেদৰে হয় ল'ৰাজনক জামিন দিয়াব। এইয়া আপোনাৰ নিজৰ কাম বুলিয়ে ভাবিব।"

মধ্যভাৰত গবৰ্ণমেণ্টৰ 'ক্ৰাইম চিটুয়েচন এনকোৱাৰী কমিটি'ৰ ৰিপৰ্টত ( Bhind and Morena Crime Situation Enquiry Committee ) ডকাইতি সমস্যা শেষ কৰা সম্বন্ধে অলপমান

'ৰিকমেণ্ডেচন' আছিল। কমিটিৰ সভ্য শ্ৰীৰাধাচৰণ শৰ্মাই ব্যক্তিগত অনুমোদন বেলেগভাবে কৰে। তেওঁ লিখিছিল :—

(1) Police officers and constables who appear to be kith and kin or sympathiser of dacoits should be removed from Bhind-Morena districts as soon as possible.........Government should make it a point to send only honest, diligent and intelligent police officers in the Bhind-Morena districts.

(2) The general feeling among the public is that the police force is inferior to dacoits in discipline, unity and co-operation among themselves. This inferiority should be done away with.

কমিটিৰ কেইটিমান চুপাৰিচ আছিল :—

(1) Genuine complaints against erring police officials should be speedily and effectively enquired into.

(2) Capable and unimpeachable judicial magistrates be posted in these districts to investigate the cause of failure of each criminal case that falls through, and to remedy the defects thus discovered.

(3) The executive should be armed with sufficient powers for preventive detention and externment of ostensibly respectable harbourers of offenders.

(4) The sources of supply of arms and ammunition to the criminals should be unravelled.

(5) Licenses for breech-loading weapons should be progressingly reduced.

অৱস্থা এতিয়া বহু ভাল; তথাপিও ডকাইতি সমস্যাৰ অন্ত এতিয়াও হোৱা নাই। কোনোবাদিনা হ'ব নে নাই কোনে জানে। কেনেকৈ শেষ কৰা যায় অভিশপ্ত চম্বলৰ এই ইতিহাস?

কোনো কোনোৱে কয়, কনষ্টিটিউচন বাতিল কৰা হওঁক আৰু 'প্ৰেচিডেণ্টৰ কল' জাৰী কৰা হওঁক। আৰু কাৰোবাৰ মতে মিলিটাৰীৰ হাতত এৰি দিয়া হওঁক। আকৌ বহুতৰ মতে জেনাৰেল এম্‌নেষ্টী ঘোষণা কৰা হওঁক। নানা মুনিৰ নানা মত। ইয়াৰ কোনটোৰ দ্বাৰা যে কাম হ'ব সেইয়া কোৱা টান কিন্তু বৰ্ত্তমান আইন-কানুনেৰে এই সমস্যাৰ সমাধান কৰা দুৰূহ। ডকাইত ধৰা পৰে। তাক কোৰ্টত থিয় কৰোৱা হয়, দহবছৰ পুৰণি কোনো হত্যাৰ অপৰাধত। ক'ত প্ৰমাণ? কোনে সাহস কৰি সাক্ষী দিব? কেইজন সাক্ষীয়েবা জীয়াই আছে? ফলত প্ৰায়ে আদালতৰ পৰা খালাচ পায়। গোৱালিয়ৰৰ মাধোৰাও চিন্ধিয়াই বোলে এবাৰ ডকাইতৰ উৎপাতত বিব্ৰত হৈ ঘোঁৰাত উঠি এখন গাৱঁলৈ গৈ ঘোষণা কৰিলে, যদি এঘণ্টাৰ ভিতৰত গাৱঁৰ মানুহে লুকুৱাই ৰখা ডকাইতক আনি তেওঁৰ সন্মুখত হাজিৰ নকৰেহি তেওঁ গোটেই গাওঁখনকে জ্বলাই দিব। এঘণ্টা অপেক্ষা কৰাৰ পিছত তেওঁ গোটেই গাওঁখনতে জুই লগাই দিছিল। এখনৰ পিছত এখনকৈ তেওঁ কেইবাখনো গাৱঁত এই পন্থা অবলম্বন কৰে। ফল হ'ল, কিছুদিনৰ কাৰণে ডকাইতি একেবাৰে বন্ধ। কিন্তু আজিৰ প্ৰজাতন্ত্ৰ যুগততো এইবোৰ কৰা নাযায়। সেই কাৰণে বেছি ভাগ ক্ষেত্ৰতে পুলিচে ডকাইত ধৰিবলৈ আগ্ৰহ খুব কম দেখুৱায়। কোনে মিছাকৈয়ে এইবোৰ বিপদত সোমাই অনাহকতে প্ৰমাণ আৰু সাক্ষী যোগাৰৰ দায়িত্বৰ বোজা চপাই ল'ব? তাতকৈ 'এন্‌কাউণ্টাৰ' কৰি শেষ কৰাই ভাল। কেইদিনমান আগতে মধ্যপ্ৰদেশত খুব হুলস্থুল হ'ল— যেতিয়া কিছুমানে অভিযোগ কৰিলে, কিছুমান ডকাইতক ধৰি পিছত (বহুত আত্মসমৰ্পণ কৰা বুলি কয়) পুলিচে গুলি কৰি মাৰি কৈছিল সিহঁত এন্‌কাউণ্টাৰত মৰা বুলি।

অৱশ্যে কিছুমান ডকাইত ধৰা পৰাৰ পিছত কোৰ্টত শাস্তিও

পাইছে। তাৰ প্ৰথম কাৰণ, পুলিচৰ অভিযানত গাওঁবাসীৰ কিছু পৰিমাণে আস্থা আৰু বিশ্বাস উভতি আহিছে, আৰু সেই কাৰণে সিহঁতে সক্ষী দিবলৈ আগুৱাই আহিছে। ইয়াত সকলো-তকৈ জলন্ত উদাহৰণ পোৱা গ'ল সেইদিনাখন যেতিয়া লাখন-সিঙৰ আত্মীয় দুৰ্ধৰ্ষ ডকাইত অভিলাখসিঙৰ ৭২ বছৰৰ কাৰাবাস হ'ল। অভিলাখ ধৰা পৰাৰ পিছত লাখনে সাক্ষীহঁতক ভয় খুৱাবৰ কাৰণে বহুত নিষ্ঠুৰ হত্যালীলা কৰিলে। কিন্তু তথাপিও কিছুমান সাক্ষীয়ে সাহস কৰি কোৰ্টলৈ আগুৱাই আহিল। ইয়াৰ ভিতৰত এগৰাকী নিৰ্ভীক গাৱঁৰ ছোৱালীও আছিল।

নতুন এক হৈ-চৈৰ সৃষ্টি হ'ল। ডকাইতৰ হৃদয়-পৰিবৰ্তন কৰিব লাগিব। ডকাইতহঁতক কোৱা হ'ল যাতে সিহঁতে আত্ম-সমৰ্পণ কৰে। বহুত ডাঙৰ ডাঙৰ মানুহ অভিযানত নামিছে—ডাঃ সুশীলা নায়াৰ, ৰাষ্ট্ৰপতিৰ ভূতপূৰ্ব সৈনিক-সচিব মেজৰ জেনেৰেল যদুনাথ সিং, আৰু বহুতো। আকৌ আচাৰ্য্য বিনোৱা ভাৱেও এই হৃদয়-পৰিবৰ্তন অভিযানত চম্বলৰ উপত্যকালৈ আহিছিল। হৃদয়হীন ডকাইতৰ হৃদয় পৰিবৰ্তন? ডকাইতহঁতে সকলো জানে, সকলো বুজে। আগ্ৰাৰ এখন খবৰ কাকতত হঠাতে এদিনাখন ডকাইত ৰূপাৰ চিঠি প্ৰকাশিত হ'ল পুলিচৰ অত্যাচাৰৰ বিৰুদ্ধে। আকৌ এজন ডকাইতে বিনোৱা ভাৱেৰ নামত এখন খোলা চিঠি লিখিলে।

ইন্দিৰা গান্ধী সেইসময়ত কংগ্ৰেচৰ সভাপতি। মধ্যপ্ৰদেশৰ ভিণ্ড-মোৰেণা এলেকালৈ টুৰ কৰিবলৈ আহিল। যেতিয়া কংগ্ৰেচৰ বৰমূৰীয়াসবে তেওঁৰ সম্বৰ্দ্ধনাৰ কাৰণে ১৫০০০৲ টকাৰ মোনা যোগাৰত ব্যস্ত, বাতৰি পোৱা গ'ল কেইখনমান গাৱঁৰ মানুহে ৩৫০০০৲ টকা চান্দা তুলি লাখনসিঙক দিছে। আকৌ বৃদ্ধা ৰুক্মিণীয়ে হাতত দৰখাস্ত লৈ ইন্দিৰা গান্ধীৰ সমুখলৈ আহিল। সেই একে প্ৰশ্ন হ'ল, "ইন্ বাচ্চোঁকা ক্যা কচুৰ?" দস্যুৰাণী পুতলীৰ

মাক বৃদ্ধা আচগৰী বাঈও দৰখাস্ত হাতত লৈ তেওঁৰ ওচৰলৈ গৈছিল। লগত পুতলীৰ ছোৱালী তাম্রো। তেওঁৰ মুখতো সেই একে কথা, "ইচ বাচ্চীকা ক্যা কচুৰ?" উত্তৰ তেওঁলোকে পোৱা নাই। কোনে উত্তৰ দিব? ইয়াৰ উত্তৰতো নাই ৰুক্মিণীয়ে মোকো এই একেটা প্ৰশ্নকে কৰিছিল। মই উত্তৰ দিব পৰা নাছিলোঁ। মূৰ তললৈ উদিতপুৰা গাঁৱৰ পৰা ওলাই আহিছিলোঁ।

## ॥ সাত ॥

"ছামথিং হট্ কুকিং হিয়াৰ"—সেইদিনাখন ৰাতিপুৱাতে ইন্সপেক্টৰ জেনেৰেল মিঃ ৰুস্তমজীৰ ফোন মোলৈ আহিছিল। "ৰান ডাউন টু দি হেডকোৱাৰ্টাৰ্চ।" একে উশাহতে পুলিচ হেডকোৱাৰ্টাৰ্চলৈ দৌৰিছিলোঁ। জানিছিলোঁ, কোনো ডাঙৰ ডকাইত হয়তো মৰা পৰিছে। কিন্তু কোন? ৰুস্তমজীৰ কোঠাত সোমাওঁতেই তেওঁ এটি মৃদু হাঁহি মাৰি মোলৈ চাইছিল। "ফৰ ওৱান্স ইউ আৰ ৰং মাই ডিয়াৰ," কৈয়ে ওৱাৰলেচ মেচেজৰ এটুকুৰা কাকত মোৰ কালে আগুৱাই দিলে। সক এটি মেচেজ আহিছে —মধ্যপ্ৰদেশৰ স্পেচিয়েল আৰ্মড পুলিচৰ ফোৰ্থ বেটেলিয়নৰ কমাণ্ডাণ্ট মিঃ কুইনৰ পৰা।

"On behalf of the men and officers of the 4th Battalion please accept my hearty congratulations on the liquidation of Roopa, leader of 'G' I, ninteen hours twenty sixth."

ৰূপা শেষ। মানসিঙৰ অভিন্নহৃদয় বন্ধু পণ্ডিত ছাৰৱাৰৰ ল'ৰা ৰূপা। দাউ'ৰ মৃত্যুৰ প্ৰতিশোধ লবলৈ "খুনকা বদলা খুন" বুলি কান্দি কান্দি কাকৰাথ-কা-পুৰা গিৰিপথৰ মুখত মানসিং

আৰু চুবেদাৰসিঙৰ ৰক্তাক্ত মৃতদেহ পেলাই চম্বলৰ অন্ধকাৰ গিৰিবৰ্ত্ত মিলি গৈছিল।

"ওৱেল, ওৱেল, ফৰ ওৱান্স ইউ আৰ ৰং মাই ডিয়াৰ," আকৌ ৰুস্তমজীয়ে কলে। মই তেতিয়াও ৰূপাৰ কথাকে ভাবিছিলোঁ। হঠাতে মনত পৰিল এদিনাখন ইন্সপেক্টৰৰ লগত তৰ্ক কৰিছিলোঁ। টেবুলত থপৰিয়াই জোৰকৈ কৈছিলোঁ, "ৰূপাক ইমান সহজতে আপোনালোকে নাপায়"। "ইউ কাণ্ট গেট ছ্যাট ৰূপা ইজিলি মিঃ ৰুস্তমজী।" ৰুস্তমজীয়ে তেতিয়া মোৰ কথাত বেচি প্ৰতিবাদ কৰা নাছিল। মোৰ দৰে তেৱোঁ জানিছিল মানসিঙৰ সোঁহাত স্বৰূপ ৰূপাক পোৱা সিমান সহজ নহয়। 'জি' ওৱান—গেঙ্ নম্বৰ ওৱানৰ নেতা ৰূপা। মানসিঙৰ মৃত্যুৰ পিছত তেওঁ বিনা বাধাই হত্যালীলা কৰি গৈছিল। গাৱঁৰ পিছত গাৱঁ ধ্বংস কৰিছে আৰু লাখ লাখ টকা লুট কৰিছে, কিন্তু পুলিচে তেওঁক কেতিয়াও পোৱা নাছিল। তেওঁৰ এনেকুৱা অপ্ৰত্যাশিত মৃত্যুৱে মোতকৈ মধ্যপ্ৰদেশৰ পুলিচকেই বেছি আচৰিত কৰিছে। "ইয়েচ, ফৰ ওৱান্স আই এম্ ৰং" বুলি কৈ সেইদিনাখন ৰুস্তমজীৰ কোঠাৰ পৰা ওলাই আহিছিলোঁ।

কাউণ্ট অব্ মণ্টিক্ৰিষ্টই নিজৰ ওচৰত এখন দীঘল নামৰ তালিকা ৰাখিছিল। এজন এজন শত্ৰু নিপাত কৰি কাউণ্টে তেওঁৰ তালিকাৰ পৰা নামটো কাটি পেলাইছিল। ইন্সপেক্টৰ জেনেৰেল মিঃ ৰুস্তমজীৰ টেবুলৰ আয়নাৰ তলতো এখন তালিকা আছিল। তাত নাম আছিল ১৬ জনৰ। অভিশপ্ত চম্বলৰ অভিশাপ ১৬ জন দুৰ্ধৰ্ষ ডকাইতদলৰ নেতাৰ নাম। ৰঙা পেন্সিলেৰে ৰুস্তমজীয়ে এটা এটাকৈ নাম কাটিছে আৰু সযত্নে তালিকাখন আয়নাৰ তলত সুমুৱাই থৈছে। মৃদু হাঁহি এটি মাৰি তালিকা খন আয়নাৰ তলৰ পৰা উলিয়াই আনি ৰঙা পেন্সিলডালেৰে নিৰ্মমভাবে 'ৰূপা'ৰ নামটো কাটি মোৰ ফালে চাই ক'লে—"লো ৰূপা অলচো গোন।" কিন্তু হঠাতে বাকী থকা আৰু তিনি

চাবিটা নামৰ ফালে তেওঁৰ চকু গ'ল। "উই উইল গেট দেম টু", কৈয়ে তালিকাখন আঁতৰাই থলে। হজুৰীসিং, পুতলী, বাবেলাল, লালসিং, শ্ৰীপালা, অমৃতলাল, গবৰসিং, কল্লা, শঙ্কৰসিং সকলো নামবোৰ কটা হৈ গৈছে—এইবাৰ কটা হ'ল ৰূপাৰ নাম।

লাহে লাহে আই-জি'ৰ কোঠাৰ পৰা ওলাই আহি পোনে পোনে টেলিগ্ৰাফ অফিচলৈ দৌৰিছিলোঁ। সেইদিনাখন বাতিপুৱা আমাৰ কাকতলৈ যিখন টেলিগ্ৰাম পঠিয়াছিলোঁ, সেইয়া আজিও মোৰ ফাইলত থোৱা আছে।

"Roopa repeat Roopa comma tallest among Chambal Valley dacoits is dead etwith his death comes adan end legend of Mansingh stop he was shot........"

পণ্ডিত ছাবৰামে জেলৰ মৃত্যুশয্যাত মানসিঙৰ হাত দুখন চেপি ধৰিছিল। "মেৰা বাচ্চা ৰূপাকো দেখনা সমঝনা; ৰূপা তেৰা ছোটা বেটা হ্যায়।"

"জৰুৰ দোস্ত।" মানসিঙে প্ৰতিজ্ঞা কৰিছিল।

"খাও কচম্।"

"কচম্।"

"যশবন্ত কা কচম্।"

যশবন্ত কা কচম্।" মানসিঙে নিজৰ মৃত ল'ৰাৰ নামত 'কচম্' খাই হুকহুকাই কান্দি পেলাইছিল।

মৃত্যুৰ সময়তো মানসিঙে অন্ধকাৰত ৰূপাক বিচাৰিছিল। 'কচম্' খাইছিল বন্ধুৰ ওচৰত! ৰূপাক চোৱাৰ প্ৰতিশ্ৰুতি দিছিল। কিন্তু 'কচম্' তেওঁ ৰাখিব নোৱাৰিলে।

কচম্ খাইছিল ৰূপাইও। প্ৰতিশোধ লোৱাৰ 'কচম্'। গুৰুৰ তৰিত ধৰি প্ৰণাম কৰি 'খুন কা বদলা খুন' বুলি অন্ধকাৰত চম্বলৰ গিৰিবৰ্ত্মত মিলি গৈছিল। মানসিংৰ 'লিজেণ্ড' তেওঁ শেষ হ'ব দিয়া নাছিল। 'দাউ'ৰ তাণ্ডৱ ককায়েক বৃদ্ধ, পঙ্গু, ৰুগ্ন নবাবসিঙক

কান্ধৰ ওপৰত লৈ দিনৰ পিছত দিন, মাইলৰ পিছত মাইল খোজ কাঢ়ি ঘূৰি ফুৰিছিল। 'দাউ'ৰ ওচৰত তেওঁ যে ঋণী। কিমান খিনিয়ে বা বয়স আছিল তেওঁৰ, যেতিয়া বাপেক ছাবৰাম কাৰাপ্ৰাচীৰৰ অন্তৰালত মানসিঙৰ হাতত তেওঁক সঁপি দি শেষ নিশ্বাস ত্যাগ কৰিছিল। তেতিয়াও ৰূপা স্কুলতে পঢ়ে। পণ্ডিত ৰূপনাৰায়ণ শৰ্ম্মা। বগা গাৰ ৰঙ, চকু কটা—সুন্দৰ চেহেৰা। কিটোনো বয়স আছিল তেতিয়া—দহ নে বাৰ। সেইয়া বহুদিন আগৰ কথা।

সেইদিনাখনৰ কথা ৰূপাই কোনোদিনাখনে পাহৰিব নোৱাৰে। হয়তোবা সেইদিনাখন সেই সৰু ঘটনাটো নঘটা হলে ছাবৰামৰ ল'ৰা, পণ্ডিত ৰূপনাৰায়ণ শৰ্ম্মাই হৈ থাকিলহেঁতেন। চম্বল গিৰিবৰ্ত্মৰ দুৰ্ধৰ্ষ দস্যু-চৰ্দাৰ 'ৰূপা মহাৰাজ' নহলহেঁতেন। ৰূপা তেতিয়াও গাওঁৰ আনবোৰৰ দৰে স্কুললৈ যায়। বাপেকৰ বন্ধু মানসিঙকো তেওঁ জানে। প্ৰায়ে মানসিঙৰ পলাতক ল'ৰাইতৰ খবৰ মানসিঙক জেলত দিছিলগৈ। কিন্তু কিটো বা তেওঁ বুজিছিল? কিন্তু সেই-দিনাখন বাস্তিপুৰা ৰূপাৰ জীৱনত যি ঘটিল সেয়াই গভীৰ ক'লা দাগ এটি থৈ গ'ল। বাপেক মৰিছে মাত্ৰ। ঘৰত কান্দোনৰ ৰোল তেতিয়াও থমা নাই, হঠাতে পুলিচৰ কেইজনমান মানুহ আহি তেওঁৰ খুৰায়েক পণ্ডিত মুৰাৰীৰামক ঘৰৰ পৰা জোৰ কৰি ধৰি লৈ গ'লহি। আবেলি তেওঁৰ একমাত্ৰ খুৰায়েকৰ মৃতদেহ পোৱা গ'ল গিৰিবৰ্ত্মৰ ওচৰত।

থানালৈ ৰূপা দৌৰি গ'ল। দাৰোগা চাহাবৰ হাতে-ভৰিয়ে ধৰি কান্দি কান্দি খুৰায়েকৰ মৃতদেহ ওভোতাই বিচাৰিলে আৰু শাস্তি বিছিব ক'লে—যিসকলে তেওঁৰ খুৰায়েকক বিনা কাৰণে নিৰ্ম্মমভাবে হত্যা কৰিছে। কিন্তু দাৰোগা চাহাবৰ পৰা ৰূপাই উত্তৰ হিচাবে পালে মাত্ৰ এযোৰ গধুৰ বুটৰ আঘাত। ছিটিকি পৰিল বাটৰ

ওপৰত। কান্দি কান্দি থানাৰ পৰা ঘৰলৈ উভতি আহোঁতে বাৰে বাৰে থানাৰ ফালে চাই বিৰ্-বিৰাই ক'লে, "আচ্ছা দেখ্ লেঙ্গে।"

পিছদিনাখনৰ পৰা ৰূপা পুনৰ স্কুললৈ নগ'ল। স্কুলৰ বহীৰ পৰা তেওঁৰ নাম কাটি পেলোৱা হ'ল। কিন্তু মানসিঙৰ ডায়েৰীত তেওঁৰ নাম উঠিল। তাৰপৰা নাম উঠিছিল ইন্সপেক্টৰ জেনেৰেল কস্তমজীৰ 'মন্টিক্রিষ্ট' তালিকাত।

অকল ৰূপাই নগ'ল, লগত লৈ গ'ল ডাঙৰ ভায়েক কানহাইক। আন দু'জন ভায়েক, লক্ষ্মীনাৰায়ণ আৰু তুল্লা তেওঁৰ আহ্বানক উপেক্ষা কৰি ভাগ্য অন্বেষণত ওলাই গ'ল। ঘূৰি ঘূৰি লক্ষ্মীনাৰায়ণ সুদূৰ আহ্‌মেদাবাদ পালেগৈ। কপোৰৰ মিলত কাম কৰিছে বছৰৰ পিছত বছৰ ধৰি আৰু মানুহৰ মুখত আৰু খবৰৰ কাকতত পঢ়িছে তেওঁৰ ভায়েকৰ কথা। মাজে মাজে ভাবিছে, তেওঁ দিনৰ পিছত দিন খাটি, কপালৰ ঘাম মাটিত পেলাই কিয়ে বা উপাৰ্জ্জন কৰিছে আৰু তেওঁৰে ভায়েক আজি হৈছে ৰূপা মহাৰাজ, লাখ লাখ টকাৰ মালিক। কিন্তু ৰূপাৰ ভায়েক, ডাকুৰ ভায়েক বুলি তেওঁ শুনিব লগা হৈছে বহুত গঞ্জনা আৰু খাব লগা হৈছে পুলিচৰ গালিগালাজ। সেইদিনাখন বাতিপুৱা মিলত কাম কৰি আছিল লক্ষ্মীনাৰায়ণে। কোনে খবৰ দিলে ৰূপা পুলিচৰ গুলীত মৰা পৰিছে। মেচিনৰ ঘৰঘৰণি শব্দ সত্বেও কথা কেইটা পৰিষ্কাৰ ভাবে তেওঁ শুনিছিল— "ৰূপা ডাকু মৰ্ গয়া"। লেতেৰা জুটৰেষ্টেৰে হঠাতে কপালত দেখা দিয়া ঘাম মচি পেলাবলৈ গৈ লক্ষ্মীনাৰায়ণে বোধহয় কেই-কোটামান চকুৰ পানীও পেলাইছিল। ছুটী লৈ মোৰেণালৈ গুচি আহিছিল। ৰূপাৰ শেষ সময়ত তেওঁক এবাৰ চোৱাৰ কাৰণে। পুলিচৰ পহৰাত যেতিয়া ৰূপাৰ মৃতদেহত জুই লগোৱা হৈছে— তেতিয়া লক্ষ্মীনাৰায়ণ স্থিৰ হৈ থাকিব নোৱাৰিলে। চুপাৰ চাহাবক অনুৰোধ জনাইছিল, মাত্ৰ এক মিনিটৰ কাৰণে মুখৰ কাপোৰখন আঁতৰাবলৈ। তেওঁৰ সেই অনুৰোধ চুপাৰ চাহাবে ৰাখিছিল।

ৰূপাৰ মৃতদেহৰ পৰা কাপোৰখন আঁতৰাই পেলোৱা হৈছিল। এইয়াতো ৰূপা! বগা গা'ৰ বৰণ, কটা চকু, কেকোৰা মূৰৰ চুলি, কেঁএল আঙুলিবিহীন বাওঁ ভৰিখন। ঠিক সেইদৰেই আছে। পাৰ্থক্য মাত্ৰ একজোড়া গোঁফ। মানসিঙৰ চেলা ৰূপা। নিজৰ গুৰুক অনুকৰণ কৰি এজোৰ বিৰাট গোঁফ ৰাখিছিল। লক্ষ্মীনাৰায়ণে সেইদিনাখন চিঞৰি কান্দি উঠিছিল। কিমানদিনৰ পিছত ৰূপাৰ লগত দেখা, কিন্তু ক'ত—ৰূপাইতো কথা নকলে। লক্ষ্মীনাৰায়ণৰ মনত পৰিল বহুদিন আগৰ কথা, যেতিয়া খুৰায়েক পণ্ডিত মুৰাৰী-ৰামৰ মৃতদেহ ওভোতাই আনিবলৈ গৈ দাৰোগা চাহাবৰ বুটৰ গোৰ খাই কান্দি কান্দি ৰূপা উভতি আহিল। ভায়েকহঁতক কৈছিল, "চল্ মেৰে চাথ্।"

"কাঁহা ?"

"বেহড় মে 'দাউ'কে পাচ।"

"কুঁ্য ?"

"খুন কা বদলা খুন।"

সেইদিনাখন লক্ষ্মীনাৰায়ণ যোৱা নাছিল। ৰূপাক কৈছিল তেওঁ ভুল পথে যাব খুজিছে। ৰূপাই তেওঁৰ কথা শুনা নাছিল। তেওঁৰ সমুখেদি গুচি গৈছিল, পুনৰ উভতি অহা নাছিল। উভতিল সেই-দিনাখন, বহুত বছৰ পিছত। দেখা হ'ল লক্ষ্মীনাৰায়ণৰ লগত, কিন্তু কেইটিমান মুহূৰ্তৰ কাৰণে। তাৰ পিছতে দপ্‌দপাই জ্বলি উঠিছিল চিতাৰ জুই।

অভিশপ্ত চম্বলৰ 'বেহড়'বোৰ তেতিয়ালৈকে জুইৰ উত্তাপত ৰঙা হৈ উঠিছিল। লক্ষ্মীনাৰায়ণৰ ভাব হ'ল, হাজাৰ হাজাৰ অশৰীৰী আত্মাই বোধহয় তেওঁক হাত বাউল দি মাতিছে। থতত, দুখত, ধীৰ, শান্ত লক্ষ্মীনাৰায়ণে 'বেহড়'ৰ সমুখত থিয় হৈ চিঞৰি অভিশাপ দিছিল অভিশপ্ত চম্বলৰ 'বেহড়'ক—"শালী, সৰ্বনাশ হো তেৰা।"

লক্ষ্মীনাৰায়ণ পুনৰ আহমেদাবাদলৈ উভতি যোৱা নাই।

কোনোবাই খবৰ বিয়পাই দিলে, এইবাৰ লক্ষ্মীনাৰায়ণ নিজে ৰূপাৰ দলৰ নেতা হ'ব। শঙ্কিত হৈ উঠিল লক্ষ্মীনাৰায়ণ। দৌৰি গ'ল কুসুমজীৰ ওচৰলৈকে। তেওঁৰ নামত যদি এই কলঙ্ক বিয়পে পুলিচে তেওঁক শান্তিত থাকিবলৈ নিদিয়ে। হয়তো চম্বলৰ 'বেহড়ে' এদিনাখন তেওঁক হাত বাউল দি মাতি লৈ যাব। ৰূপাৰ ভায়েক হলেও তেওঁ জীয়াই থাকিব খোজে সুখ-শান্তিত, লক্ষ্মীনাৰায়ণ শৰ্মা এই নামেৰেই। আন সকলো পৰিচয় তেওঁ পাহৰি যাব খোজে। অভয় দিলে কুসুমজীয়ে আৰু প্ৰতিশ্ৰুতি দিলে সাহায্যৰ। সৰু এখন দোকান খুলি আজিও লক্ষ্মীনাৰায়ণ গোৱালিয়ৰত আছে।

আৰু ছুন্না। ভাগ্যৰ অন্বেষণত তোৰোঁ বহুত দূৰলৈ গৈছিল। নাও চলোৱাৰ কন্‌ট্ৰেক্ট ৰাজস্থানত লৈছিল। শিক্ষিত যুৱক ছুন্না। কেতিয়াবা যদিওবা শুনিছে ৰূপা ওচৰতে ক'ৰবাত আছে, তেওঁ দেখিও চোৱা নাই। কোনে জানে হয়তোবা তেওঁ দেখা কৰিছেও। সুধিলে মাত্ৰ হাঁহে। আৰু কানহাই? তেৰোঁ দলত আছিল। দিন গণিছে আৰু ইফালে সিফালে পলাই ফুৰিছে। লগত আছিল —লুক্কা, লায়েক সিং, মেৰাৰাম, ৰামনাথ আৰু দুই এজন। লুক্কা হৈছিল ৰূপাৰ দলৰ নেতা। আগতে লুকমন শৰ্মা, এতিয়া হৈছে লুক্কা। ৰূপাৰ দৰে তেওঁও ব্ৰাহ্মণৰ ল'ৰা, কিন্তু ৰূপাতকৈ তেওঁ নিৰ্মম আৰু নিষ্ঠুৰ। মাত্ৰ ওঠৰ বছৰ বয়সত মানসিঙৰ দলত যোগ দিছিল। বহুত ডকাইতি, বহুত হত্যা লুকাই কৰিছিল। দলৰ মানুহে মাতে 'লুক্কা' পূজাৰী' বুলি। ৰাতিপুৱা আবেলি পূজা-অৰ্চনা আৰু জ্যোতিষশাস্ত্ৰ লৈ লুক্কা ব্যস্ত থাকে। আধুনিক চিকিৎসা আৰু আয়ুৰ্বেদতো লুক্কাৰ জ্ঞান প্ৰচুৰ। দলৰ ডাক্তৰ তেওঁ। ইন্‌জেকচন আৰু সৰু-সুৰা অপাৰেচন নিজ হাতেই কৰিছে। আহত দলৰ মানুহৰ শৰীৰৰ পৰা গুলী উলিওৱাত তেওঁ সিদ্ধহস্ত। আৰু আৰ উপৰি অস্ত্ৰ চলোৱাত তেওঁ ৰূপাতকৈও কোনো অংশতেই কম নাছিল। তেওঁৰ লগত মাত্ৰ সমানে কেৰ মাৰিব পাৰিছিল

লাখনসিঙে। মেচিনগান, টমীগান, ৰাইফল, হেণ্ড-গ্ৰেনেড, সকলো তেওঁৰ হাতত ল'ৰা-ধেমালি। তেওঁৰ প্ৰবল প্ৰতাপে আন আন ডকাইতদলক শঙ্কিত কৰি তুলিছিল। আনকি লাখনসিঙেও লুকাক সমাদৰ কৰিছিল। ৰূপাৰ মৃত্যুৰ পিছত লুকাই আকৌ তৈয়াৰী কৰিছিল তেওঁৰ দল সেইসকলক লৈ, যিসকলৰ নেতাসকল পুলিচৰ হাতত মৰিছিল।

ৰূপাৰ দলত আছিল নবাবসিং। মানসিঙৰ ডাঙৰ ককায়েক নবাবসিং। গুৰুৰ মৃত্যুৰ পিছত তেওঁক সসন্মানে ৰূপাই গদীত বহুৱাইছিল। তাৰ পিছত লাহে লাহে নবাবসিং হৈছে বৃদ্ধ, ৰুগীয়া আৰু পঙ্গু। আশী বছৰৰ নবাবসিঙক ৰূপাই নিজৰ কান্ধত লৈ মাইলৰ পিছত মাইল গৈছিল। দলৰ মানুহবোৰে আপত্তি কৰিছে। কিন্তু ৰূপাই তেওঁৰ গুৰুৰ ভায়েকক হলে এৰিব পৰা নাই। কিন্তু নবাবসিঙে হলে ঠিক বুজিছিল তেওঁক লৈ দলত কাজিয়া আৰম্ভ হৈছে। ঘাটৰ মৰা শ বৈ লৈ যাবলৈ কোনোৱে ৰাজী নহয়। এদিনাখন ৰাতি নবাবসিঙে দল এৰি গুচি গ'ল। ৰূপাই বহুত বিচাৰিলে, কিন্তু তেওঁৰ খবৰ হলে নাপালে। হঠাতে এদিনাখন ৰাজস্থান পুলিচৰ হাতত ধোলপুৰৰ ওচৰত ৮০ বছৰৰ বৃদ্ধ নবাবসিং ধৰা পৰিল। হাবিৰ এক মন্দিৰৰ ওচৰত—গেৰুৱা কাপোৰ পিন্ধি তেওঁক ঘূৰি ফুৰা দেখা গৈছিল। আগ্ৰা জেললৈ লৈ যোৱা হ'ল। কিছুদিন নিস্তব্ধ। কিন্তু সেইদিনাখন উত্তৰ প্ৰদেশৰ উৰ্দ্ধতন বিষয়া সচেতন হল—যিদিনাখন বাতৰি পোৱা গ'ল নবাবসিং আগ্ৰা জেলৰ পৰা পলোৱাৰ চেষ্টা কৰিছিল। সকলো ব্যৱস্থা সাজু। জেলৰ পৰা অলপ দূৰৈত গাড়ী বৈ আছিল—নবাবসিং, ৰামদত্ত আৰু পূৰণসিঙক লৈ পলোৱাৰ কাৰণে। শেষ সময়ত কি এটা গোলমালৰ কাৰণে সকলো আঁচনি ব্যৰ্থ হৈ গ'ল।

ৰূপাৰ কথা ক'বলৈ গৈ ইমানখিনি কথা আহি পৰিল। মানসিঙক মানুহে 'ৰজা মানসিং' আৰু 'দাউ' বুলিছিল, কিন্তু ৰূপাৰ নাম

হৈছিল 'ৰূপা মহাৰাজ'। ৰূপা মহাৰাজৰ মাজে মাজে দৰবাৰ বহিছিল। ঘন হাবিৰ মাজত গছৰ তলত অন্ধকাৰত এই দৰবাৰ বহিছিল। গাঁৱৰ মানুহে নজৰাণা লৈ আহিছিল। শাৰী পাতি নিজৰ নিজৰ নজৰাণা লৈ গাঁৱৰ মানুহবোৰ থিয় হৈছিল। এজন এজনকৈ আগুৱাই আহি প্ৰণাম কৰি ভৰিৰ ওচৰত থৈছিল যি জনে যি বস্তু লগত লৈ আহিছিল—টকা, চাউল, গম, বন্দুকৰ গুলী, কাপোৰ-কানি। সকলো কাপোৰ-কানি ৰূপাৰ দৰকাৰ নাছিল, সেই কাৰণে তেওঁ খাকী পেণ্ট আৰু চাৰ্ট বেচিকৈ দাবী কৰিছিল। দলৰ সকলোকে মিলিটাৰীৰ খাকী ইউনিফৰ্ম পিন্ধাইছিল। নিজেও দামী গেবাৰডীনৰ ইউনিফৰ্ম পিন্ধিছিল। কিন্তু দৰবাৰতে অকল নজৰাণাই লোৱা নাছিল, বিবাদৰও নিষ্পত্তি কৰিছিল। 'ল অৱ দি জঙ্গল' বুলিলে কি হ'ব, ৰূপা মহাৰাজৰ ন্যায় আছিল সৰ্বজনগ্ৰাহ্য। তেওঁৰ বিচাৰৰ মৃত্যুদণ্ডত নাছিল কোনো আপীল, নাছিল কোনো প্ৰতিবাদ। দুইজন মানুহে অভিযুক্তক 'বেহড়'ৰ পিছলৈ লৈ গৈছিল। কিছু সময় নিৰৱতা। তাৰ পিছত এটা চিঞৰ আৰু গুলীৰ শব্দ।

মানসিং যেতিয়া কাকৰাণ-কা-পুৰাৰ ফালে গৈছিল জ্যোতিষ গণনা কৰি ৰূপাই তেওঁক যাবলৈ বাধা দিছিল। তেওঁৰ কথা 'দাউ'য়ে শুনা নাছিল। কিন্তু সেইদিনাখন নিজৰ ভাগ্য গণনা ৰূপাই কৰিব পৰা নাছিল। যেতিয়া ১৯৫৯ চনৰ ২৬ অক্টোবৰৰ আবেলী মহুৱা গাঁৱৰ ওচৰত 'বেহড়'ত মাত্ৰ এটা গুলীত দস্যু-জীৱনৰ অন্ত হয়, সাত হাজাৰ টকাৰে কিনা টেলিস্কোপিক ৰাইফল এবাৰলৈও তোলাৰ সময় নেপালে।

দলৰ এজনে আন কথা কৈছিল। ৰূপা মহাৰাজে মদত ধৰিছিল আৰু তিৰোতাৰ নিচাই তেওঁক পাগল কৰি তুলিছিল। সেই কাৰণে জ্যোতিষ গণনাৰ শক্তি তেওঁ হেৰুৱাই পেলাইছিল।

## ॥ আঠ ॥

আগ্ৰা জিলাৰ 'বাহ' তহচীলৰ সৰু এখন গাওঁ—মধ্যপ্ৰদেশ আৰু ৰাজস্থানৰ গাতে লগা। ১৯৫৮ চনৰ ৩১ ডিচেম্বৰৰ মাজৰাতি সেই গাঁৱৰে এটা ঘৰত কেইটামান ছায়ামূৰ্তিৰ আবিৰ্ভাৱ হ'ল। মাত্ৰ কেইমিনিট মানৰ ভিতৰতে ঘৰৰ চাৰিজন টোপনিত লালকাল হৈ পৰি থকা মানুহৰ মুখত সোপা দি বাহিৰলৈ উলিয়াই আনিলে। কিছুসময় পিছত চম্বলৰ গিৰিবৰ্ত্মৰ বুকৰ পৰা ভাঁহি আহিল চাৰিটা গুলীৰ শব্দ আৰু তীক্ষ্ণ চিঞৰ। আগতেও ৩০ ডিচেম্বৰৰ দিনাখন মাজৰাতি ঠিক এনেভাবে আন এখন গাঁৱৰ চাৰিজন শোৱা মানুহক বিচনাৰ পৰা লৈ 'বেহড়'ৰ পিছলৈ লৈ গৈছিল কেইটামান ছায়া-মূৰ্তিয়ে। সেইবাৰো শুনা গৈছিল অন্ধকাৰৰ বুকুত গুলীৰ শব্দ আৰু তীক্ষ্ণ আৰ্ত্তনাদ।

'ৰূপা মহাৰাজে' নতুন বছৰ ১৯৫৯ চনক সম্বৰ্দ্ধনা জনালে এইদৰে আঠজন নিৰীহ মানুহক হত্যা কৰি। সিহঁতে কোনো অপৰাধ কৰা নাছিল। ৰূপাৰ সিহঁতৰ বিৰুদ্ধে কোনো বিদ্বেষ নাছিল। তেনেহলে কিয় হত্যাকাণ্ড? গৱৰ্ণমেণ্টক চেলেঞ্জ। কিছুদিন আগতে পুলিচৰ উৰ্দ্ধতন কৰ্মচাৰীৰ মিটিংত আলোচনা হৈছিল ৰূপাক নতুন বছৰৰ আগতে শেষ কৰিব লাগিব। আঠচল্লিচ ঘণ্টাৰ ভিতৰত আঠজন মানুহক নিৰ্মমভাৱে হত্যা কৰি ৰূপাই তেওঁৰ শক্তিৰ পৰিচয় দিলে।

মানসিঙৰ তথাপিও দয়া-মায়া আছিল, কিন্তু ৰূপা আছিল নিষ্ঠুৰ আৰু হৃদয়হীন। তেওঁৰ ল'ৰালি-কালৰ বন্ধুবোৰে এতিয়াও কয় যে, তেওঁ স্কুলত হঠাতে যাকে-তাকে ধৰি মাৰিছিল। ডকাইতি জীৱনত প্ৰায় ২০০ জনক হত্যা কৰি তেওঁৰ নিষ্ঠুৰতা কমা নাই, বৰং

বাঢ়িহে গৈছে। কিছুদিন হত্যা কৰিবলৈ নাপালে তেওঁৰ হাত দুখনে উচ্‌পিচাই থাকে। তেতিয়া হাবিত শিয়াল আৰু প্যান্থাৰ মাৰি ঘূৰি ফুৰিছিল ৰূপা মহাৰাজ।

কিন্তু আচৰিত কথা, হৃদয়হীন ৰূপাও এদিনাখন ১৯৩৬ চনৰ কলিকতাৰ সাম্প্ৰদায়িকতাৰ গণ্ডগোলত বিচলিত হৈ পৰিছিল। 'দাউ'ৰ অনুমতি লৈ এদিনাখন হঠাতে তেওঁ কলিকতাত উপস্থিত হৈছিলহি। মহানগৰীৰ বুকুত ৰূপা মিলি গৈছিল। জব চাৰ্ণকৰ নগৰত যেতিয়া দানৱৰ তাণ্ডবলীলা চলিছিল, ৰূপা মহাৰাজেও মনে মনে থকা নাছিল। কিছুদিন পিছত হাঁহি হাঁহি পুনৰ উভতি আহিছিল।

'দাউ'য়ে সুধিছিল, "ক্যা হুৱা বেটা?"

"কুছ নহী দাউ, সাত বদমাশকো গোলীসে উড়া দিয়া।"

"আচ্ছা কিয়া" বুলি মানসিঙে পিঠিত চপৰিয়াই দিছিল।

লাখ লাখ টকা উপাৰ্জন কৰিছে ৰূপাই মাত্ৰ অপহৰণ কৰি। ধনী ব্যবসায়ী আৰু জমিদাৰৰ ল'ৰাক অপহৰণ কৰিছে আৰু 'ৰেনচম্' লৈছে। পুলিচে বহুতবাৰ চেষ্টা কৰিও এবাৰো ধৰিব পৰা নাছিল। যিজনৰ ল'ৰা ৰূপাই চুৰি কৰিছিল, সেইজনেই মনে মনে গৈ টকা দি আহিছিল, পিছতহে পুলিচে খবৰ পায়। তেওঁৰ দস্যু-জীৱনত মাত্ৰ এজন হতভাগা বাপেকে সাহস কৰি পুলিচক খবৰ দিছিল। কিন্তু ৰূপাই সেই খবৰ আগতেই পাইছিল; সেই কাৰণে টকা লবলৈ নিৰ্দিষ্ট ঠাইলৈকে অহা নাছিল। কিন্তু প্ৰতিশোধ হলে ভয়ানক ভাবেই লৈছিল। ৰাতিৰ অন্ধকাৰত তেওঁক ধৰি লৈ আহিছিল। বাপেক পুতেকক বেলেগ বেলেগকৈ দুয়োজনক গছত বান্ধি এজনৰ সম্মুখত আন এজনক তিলতিলকৈ হত্যা কৰিছিল। তাৰ পিছৰ পৰা কোনোৱে পুলিচত খবৰ দিয়া নাই। মনে মনে টকা দি আহিছে। পুলিচে খবৰ পাই তদন্ত কৰিবলৈ আহোঁতে অম্লানবদনে কৈছে "ক'তা, মোৰ ল'ৰাজো চুৰি হোৱা নাই। সিটো

মোমায়েকৰ ঘৰলৈ গৈছিল।" সন্তুষ্ট হৈ হাবিলদাৰজী থানালৈ গৈ ডায়েৰীত ৰিপোৰ্ট লিখিছিল।

কিন্তু ইমান টকা ৰূপাই কি কৰিছিল? মদ আৰু তিৰোতাৰ ক্ষুধাই মাত্র কেইদিনমান আগতেহে তেওঁক আক্রমণ কৰিছিল। তাৰ আগতে? মানসিঙৰ দৰে তেওঁৰতো একো দয়া-মায়া নাছিল। মানসিঙে বাপেকক মাৰি পুতেকৰ হাতত টকা দি কৈছিল—"তোৰ বাপ মোৰ দুশমন আছিল, সেইকাৰণে তাক মাৰিছোঁ। কিন্তু তইতো একো দোষ কৰা নাই, সেইকাৰণে তোৰ কাৰণে টকা দি গলোঁ।" ৰূপাইতো মানুহক গুলীয়াই মাৰি পিছত দাবে আঙুলি কাটি আঙঠি পৰ্য্যন্ত লৈ গৈছিল। বহুত চেষ্টা কৰিছোঁ ক'ত ইমান তেওঁৰ অৰ্থ খৰচ হৈছিল জানিবলৈ। সকলো হয়তো ঠিক জানিব পৰা নাই কিন্তু যিমানখিনি জানিছোঁ তাৰপৰা ধাৰণা হয় ৰূপাৰ অৰ্থ খৰচ হৈছিল অস্ত্ৰ কিনোতে। নিজৰ দলৰ মানুহৰ কাৰণে তেওঁ আছিল মুক্তহস্ত। দলৰ প্ৰায় ৩০ জন সদস্যৰ কাৰণে দিনে তেওঁৰ খৰচ হৈছিল প্ৰায় ১৫০ টকা। তাৰ মাজতে বেছি ভাগ খৰচ হৈছিল ঘি আৰু বাদামৰ কাৰণে। তেওঁ হাজাৰ হাজাৰ টকা খৰচ কৰিছিল ৰাইফল আৰু কাৰ্টিজ কিনোতে। সকলো সময়তে তেওঁৰ ওচৰত পাঁচ হাজাৰ ৰাউণ্ড এ্যমুনিচন সাজু আছিল। এয়াতো মাত্র কেইদিনমান আগতে ৰূপাই বোলে একলাখ টকা খৰচ কৰি শক্তিশালী কেইটামান দূৰবীন, হ্যাণ্ড-গ্ৰিণেড, টেলিস্কোপিক ৰাইফল, দুটা টি. চি. এম্ আৰু এটা ওৱাৰলেচ চেট কিনিছিল। এক লাখ টকা খৰচ তেওঁ কৰে মাত্র মানসিঙৰ ল'ৰা তহচীলদাৰসিঙক কাঁচি-কাঠৰ পৰা বচাবলৈকে।

দুজন বিশ্বস্ত চেলা মানসিঙৰ, ৰূপা আৰু লাখনসিং। লাখনসিং বেছিদিন 'দাউ'ৰ লগত থকা নাছিল। নিজৰ দল বনোৱাৰ উদ্দেশ্যে বহুদিন আগতেই দল এৰি গৈছিল। ৰূপাই 'দাউ'ক এৰা নাছিল। শেষ মুহূৰ্ত্তলৈ তাৰ 'দাউ'ৰ ওচৰত আছিল। 'দাউ'ৰ

মৃত্যুৰ পিছত কিছুদিনৰ কাৰণে বাবু গুজৰৰ দলটো পৈছিল, তাৰ পিছত মানসিঙৰ দলক পুনৰ গঢ়ি তুলি নিজে হ'ল নেতা। নেতা হওঁতেই লাখনসিঙৰ লগত তেওঁৰ বিবাদ আৰম্ভ হ'ল। সাম্ৰাজ্য লৈ দুয়োজন ডকাইতৰ মাজত কাঢ়াকাঢ়ি লাগিল। ৰূপাই এদিন লুকাই কৈছিল—লাখনক মাৰি তাৰ পিছতহে মৰিম, তাৰ আগতে নহয়। সেই ইচ্ছা তেওঁৰ পূৰ্ণ নহ'ল। কিন্তু বহুতবাৰ তেওঁলোকৰ সংঘৰ্ষ হৈছিল।

মোৰেণা জিলাৰ ৰৰৈ গাওঁত বিবাদ হৈছিল 'ঠাকুৰ' আৰু ব্ৰাহ্মণসকলৰ মাজত। গাওঁৰ ঠাকুৰবোৰ লাখনৰ ওচৰলৈ গ'ল 'ঠাকুৰ'ৰ ইজ্জত ৰাখিবলৈ। এদিনাখন লাখনসিঙে দলবল লৈ ৰৰৈ গাওঁলৈ আহিল। ব্ৰাহ্মণৰ ঘৰে ঘৰে সোমাই ৰাইফল দেখুৱাই কৈ গ'ল "পুনৰ যদি ঠাকুৰক আলাতন কৰ একোকে বেহাই নিদিওঁ। যদি হিম্মত থাকে তেনেহলে আহক বচাবলৈ তুইঁতৰ ৰূপা মহাৰাজ।"

ৰূপাই খবৰ পাওঁতে পলম নহ'ল। কেইঘণ্টামান পিছত ৰূপাই দলবল লৈ ৰৰৈ গাওঁলৈ আহিল। লাখনসিঙৰ দল তেতিয়াও গাওঁৰ সীমা এৰি যোৱা নাই। দুই দলৰ মাজত তুমুল যুদ্ধ হ'ল। লাখন হাৰি পলাল। বিজয়গৰ্বে ৰূপা গাওঁলৈ সোমাই আহিল, আৰু তাৰ পিছত ঠাকুৰৰ ওপৰত যি অত্যাচাৰ হ'ল সেইয়া অবৰ্ণনীয়।

যি সকলে ৰূপাৰ লগত বিশ্বাসঘাতকতা কৰিছিল তেওঁ সেই সকলক কেতিয়াও ক্ষমা কৰা নাই। এবাৰ চেষ্টা কৰিছিল তেওঁৰে দলৰ এজন হৰিয়াই, কিন্তু তেওঁৰ শেষ পৰিণাম দেখি দলৰ বাকীবোৰ কঁপি উঠিছিল। এদিনাখন হৰিয়াই দস্যু-জীৱন ত্যাগ কৰি পুলিচৰ ওচৰত আত্মসমৰ্পণ কৰিলে। পুলিচৰ জেৰাত বহুত গুপ্ত কথা হৰিয়াই কৈ দিলে। পুলিচে ৰূপাৰ গতিবিধি, তেওঁৰ সাহায্যকাৰী কিছুমান মনুহৰ নাম আৰু দুই এটা গুপ্ত আড্ডাৰ ঠিকনা জানিব পাৰিলে। ৰূপাই হৰিয়াৰ ঘৰলৈ গৈ তেওঁৰ আত্মীয়সকলক ক'লে

হৰিয়াৰ খবৰ লবলৈ। পুলিচৰ পহৰাত হৰিয়া তেতিয়া ভিগুত। বাৰে বাৰে পুলিচে হৰিয়াক চহৰ এৰি যাবলৈ বাধা দিলে। নিজৰ আত্মীয়হঁতক বিশ্বাস কৰি হৰিয়া এদিনাখন চহৰ এৰি গাঁৱৰ পথত আগবাঢ়িলে। কেতিয়াও ভাবিব পৰা নাছিল যে তেওঁৰ নিজৰ আত্মীয়বোৰে তেওঁক ৰূপাৰ হাতত সঁপি দিব। নৃশংসতাৰ চৰম সীমাত গৈ ৰূপাই তেওঁক হত্যা কৰিলে।

ৰূপাৰ হাতত হৰিয়াই জীৱন দিলে, কিন্তু ৰূপাৰ বহুতো ক্ষতি তেওঁ কৰি গ'ল। ৰূপা পলাবলৈ আৰম্ভ কৰিলে। এবাৰ ৰাজস্থানলৈ যায়গৈ, পুনৰ পলায় উত্তৰ প্ৰদেশলৈ, তাৰপৰা মধ্যপ্ৰদেশলৈ। খুন কৰে, ডকাইতি কৰে, কিন্তু সকলো সময়তে "অন দি ৰাণ।" ইফালে ফোৰ্থ বেটেলিয়নৰ কমাণ্ডেণ্ট কুইন চাহাব ক্ৰমাগত ৰূপাৰ পিছত। ৰূপাইও জানে। দুইবাৰ চেষ্টা কৰিছিল কুইন চাহাবক গুলী কৰিবলৈ, এবাৰতো প্ৰায় শেষ হৈছিলেই। চাহাবৰ গুৰ্খা জীপ ড্ৰাইভাৰে অদ্ভুত সাহস দেখুৱাই গুলীৰ জাকৰ মাজেদি স্পীডত জীপ চলাই চাহাবক ৰক্ষা কৰিছিল।

মোৰেণাৰ ওচৰতেই নাগৰা গাওঁ—ফোৰ্থ বেটেলিয়নৰ হেড-কোয়াৰ্টাৰচ্‌। কমাণ্ডেণ্ট কুইন চাহাব গোৱালিয়ৰৰ পৰা নাগৰালৈ গৈছিল। পথত মহুৱা গাঁৱত বিশ্ৰাম লবলৈ ৰ'ল। মহুৱা থানাৰ দাৰোগা জানকীনাথ মিশ্ৰই চাহাবক একাষৰীয়াকৈ মাতি নি মনে মনে ক'লে, খবৰ পোৱা গৈছে দুই মাইলমান দূৰৈত 'বেহড়'ৰ পথেদি 'জি' ওৱান নাগৰাৰ ফাললৈ গৈছে। এক মুহূৰ্ত্তও সময় নষ্ট নকৰি কুইনৰ জীপৰ ওৱাৰলেচে 'কোড' পঠাবলৈ আৰম্ভ কৰিলে। কেইঘণ্টামানৰ ভিতৰতে ন প্লেটুন আৰ্মড্‌ পুলিচ চাৰিফালে ভাগ হৈ পৰিল—দুই প্লেটুন নাগৰালৈ, দুই প্লেটুন মহুৱালৈ, দুই প্লেটুন কালী-আড়োলীলৈ আৰু উজিতগড় আৰু পোৰচাত এক এক প্লেটুন। এক

প্লেটুন ব'ল বিজার্ভত। মহুৱাৰ প্লেটুনক কোৱাই নহ'ল কিয় ইমান হঠাতে খৰধৰ। লাহে লাহে পোৰচা, উদিতগড় আৰু কালী-আড়োলীৰ প্লেটুন নাগৰা আহি পালেহি। ছটা প্লেটুন লৈ নাগৰাৰ পৰা কমাণ্ডেণ্ট কুইনে মহুৱাৰ ফালে মাৰ্চ আৰম্ভ কৰিলে। আবেলি আঢ়ৈ বজাত পুনৰ মহুৱা গাওঁ পালেহি। প্লেটুন কমাণ্ডাৰৰ বাহিৰে আন কোনোৱে ক'ব নোৱাৰিলে ক'লৈ বা কিয় যোৱা হৈছে ইমান মনে মনে। কম্পানী কমাণ্ডাৰ কৰ্তাৰসিঙে এক প্লেটুন লৈ 'বেহড়'ৰ ওলোৱাৰ পথ 'চীল' কৰি 'এমবুশ' তৈয়াৰী কৰিলে তিনি মাইল পথৰ ওপৰত। তিনি মাইলৰ পিছতে চম্বল নদী। বাকী প্লেটুন তিনি ফালৰ পৰা 'বেহড়'ৰ ফাললৈ গ'ল।

'বেহড়'ৰ শেষত গছৰ তলত দিবানিদ্ৰাত ৰূপাৰ দল। মাত্ৰ এজনে পহৰা দিছিল। তাৰ চিঞৰ শুনা, গ'ল—"পুলিচকে কুত্তে ভাগো।" কেইমিনিট মানৰ ভিতৰতে আঠাইশটা সৰু সৰু দলত ভাগ হৈ পুলিচ আগবাঢ়িল যি ফালৰ পৰা আৰাম আহিছিল সেইফাললৈ। সন্ধ্যা হৈ আহিছিল। ৰূপাই ভাবিলে যুদ্ধ কৰা মিছা। এবাৰ যদি 'বেহড়'ৰ তলৰ ফালৰ বাট পোৱা যায়, বচ্ তেনেহলেই পলাব পৰা যাব। মাত্ৰ তিনি মাইল, তাৰ পিছতেতো চম্বল নদী আৰু চম্বলৰ সিপাৰৰ পৰাইতো ৰাজস্থানৰ সীমা। ৰূপাই দলবল লৈ তিনিফালে পলাল। চাৰিফালৰ পৰা গুলীৰ শব্দ আহিব ধৰিছে। বহুতখিনি আহিছে ৰূপা, আৰু মাত্ৰ আধা মাইল, তাৰ পিছতে চম্বল। শেষ সীমাত আছিল 'এমবুশ' পাৰ্টিৰ জমাদাৰ বালমসিং। মূৰ্তিমান বিভীষিকাৰ দৰে অন্ধকাৰত সম্মুখৰ পাহাৰৰ ওপৰত হঠাতে তিনিজন মানুহ উঠি থিয় হ'ল। বালমসিঙৰ টমী গানে গৰ্জি উঠিল। বালমসিঙে একোৱে দেখা নাপালে। তাৰ পিছত সকলো চুপচাপ। তেতিয়া ৰাতি আঠ বাজিছে; ঘন ক'লা এন্ধাৰ নামি আহিছে চম্বল আৰু মহুৱা গাওঁলৈ। সেইদিনাখনৰ কাৰণে কমাণ্ডেণ্ট কুইনে অপাৰেচন বন্ধ কৰিবলৈ হুকুম দিলে।

পিছদিনা চলপুৰাতে তেতিয়াও মহুৱা গাঁৱৈ সাব পোৱা নাই। কেইজনমান অফিচাৰক লগত লৈ আগদিনাখন ৰাতিৰ একচন্ হোৱা ঠাইলৈ গ'ল। ক'তা, কোনোতো নাই। সেইয়া তেজৰ দাগ। কুইনৰ বুকুৱে হুম হুম কৰে। কাৰ তেজ? আৰু আগত। আৰু আগত ওলোটা হৈ কোনোবা এজন পৰি আছে। ৰূপা নেকি? ওলোটাই চোৱা হ'ল। নহয়। এইয়াতো ৰূপা নহয়, এইয়াতো তেওঁৰ দক্ষিণ হাতস্বৰূপ বাজাৰাম। যাওক, তথাপিতো এজনক পোৱা হৈছে। কিন্তু কুইন চাহাবৰ মুখত হতাশাৰ ৰেখা ফুটি উঠিল। ক্ষুব্ধ মনে উভতিল। বাটৰ কাষত সৰু নলা এটা, তাৰ পিছতে চম্বলৰ 'বেহড়'। কিন্তু নলাৰ ওচৰত সেইটো কি? তেজ লগা 'হেভাৰস্যাক'। তেজৰ দাগ বিন্দু বিন্দু কৰি বেহড়লৈ গৈছে। কুইন চাহাব 'বেহড়'ৰ মাজলৈ দৌৰ দিলে। লগৰ অফিচাৰবোৰ আচৰিত। হঠাতে কমাণ্ডেণ্টৰ চিঞৰ শুনা গ'ল "উই হেভ গট হিম, উই হেভ গট হিম। জি ওৱান ইজ লিকুইডেটেড।" পলোৱাৰ সময়ত দলৰ আনবোৰে ৰূপাৰ দেহটো লৈ যাবলৈ চেষ্টা কৰিছিল। এক্ষাৰত সেইয়া সম্ভৱ হোৱা নাছিল। ভাবিছিল লুকুৱাই থৈ পিছদিনাখন পুনৰ লৈ যাব। মাত্ৰ এটা গুলী বুকুৰ মাজেদি গুচি গৈছিল। ওঠত মৃদু হাঁহিৰ ৰেশ লাগি আছে। চম্বলৰ আতঙ্ক (Chambal Terror) ৰূপাৰ কি পৰিণতি? এটা গুলীও এৰিবৰ সময় নাপালে। কিন্তু তেওঁৰ সাত হাজাৰ টকা দামৰ ৰাইফেল। সেইটো কি হ'ল? বহুত বিচৰা হ'ল—কিন্তু পোৱা নগ'ল। বোধহয় দলৰ কোনোবাই লৈ গৈছে।

ৰূপাৰ দামী গেবাৰডীনৰ পোছাকৰ পৰা পোৱা গ'ল এটা ডায়েৰী, ৬৬০ টকা নগদ, তুলসীৰ মালা আৰু সৰু এখন ৰামায়ণ আৰু সোণৰ গহনা। আৰু পোৱা গ'ল চাৰিটা খালি কাৰ্টিজ। খালি কাৰ্টিজৰ ৰহস্য আজিও জনা নগল।

ছুপনীয়া কুইন চাহাব পুনৰ আচৰিত হ'ল, যেতিয়া ৰাব-তেৰ

বছৰ বয়সৰ এজন ল'ৰা তেওঁৰ ওচৰলৈ আহিল। ভয়ত ঠকঠককৈ সি কঁপিছে। পোন্ধৰ দিন আগতে ৰূপাই তাক তাৰ গাৱঁৰ পৰা অপহৰণ কৰি লৈ আহিছিল। পোন্ধৰদিন ধৰি সি ৰূপাৰ দলৰ লগত আছিল। পুলিচক সি বহুত খবৰ দিলে। যেতিয়া ডকাইতহঁত পলাব ধৰে সেই সুযোগতে সি বেহড়ত লুকাই পৰে।

শকত বগা পেঞ্চিলেৰে দাগ দি কল্পমজী চাহাবে ৰূপাৰ নামটো কাটি দিলে। ক'লে, "What an inglorious end! He died unsung, unwept unlamented."

পিছদিনাখন ডাঃ কাটজুলৈ টেলিগ্ৰাম আহিল স্বৰাষ্ট্ৰমন্ত্ৰী পণ্ডিত গোবিন্দবল্লভ পন্থৰ পৰা :

* "Glad to know about excellent police work brought to an end criminal careers of Roopa dacoit and his associate Rajaram. Please accept congratulations and also convey them to State Police Force."

কিন্তু আৰু এক ৰহস্যৰ কথা বোধহয় কোনোৱে নাজানিলে। কিয়নো ৰূপা 'নাগৰা'ৰ ফাললৈ আহিছিল? লাখনসিংৰ জন্মভূমি নাগৰা গাওঁ। ৰূপাই খবৰ পাইছিল, সেইদিনাখন লাখনসিং গাৱঁলৈ আহিব। লাখনৰ লগত শেষ বুজাপৰা কৰিবলৈ তেওঁ আহিছিল। কিন্তু এনেকুৱা তেওঁৰ কপাল, লাখন নমৰিল, মৰিল তেওঁ নিজে। সেইদিনাখন যে লাখন আহিব সেইকথা পুলিচে গম নাপালে। নিজে মৰি ৰূপাই তেওঁৰ শত্ৰু লাখনসিঙক সেইদিনাখন পুলিচৰ হাতৰ পৰা ৰক্ষা কৰিলে।

উদিতপুৰা গাওঁত ৰুক্মিণীক কোনে যেন খবৰ দিছিল। অন্ধকাৰ ঘৰৰ এক কোণত বহি ৰুক্মিণীয়ে চকুপানী পেলাইছিল। সৰু ল'ৰা বাৰ বছৰ বয়সৰ সেই ৰূপাক কিমানদিন আগতে দেখিছিল। 'দাউ' যে ৰূপাক খুব ভাল পাইছিল! তেওঁৰ বন্ধু ছাব্বামৰ ল'ৰা আছিল যে ৰূপা। কিন্তু মাত্ৰ ৩৬ বছৰ বয়সত তেওঁৰ যে শেষ হ'ব,

সেইয়াতো কল্মিণীয়ে ভবা নাছিল। তেওঁ আৰু কিমান সহ্য কৰিব!

সেইদিনাখন আৰু এজনে চকুপানী টুকিছিল। মোৰেণা চহৰৰ আচগৰীবাঈ। কপাক তেৱোঁ চিনিছিল। তেওঁৰ ছোৱালীয়ে যে কপাক লৈ কিছুদিনৰ কাৰণে ঘৰ কৰিছিল।

॥ ন ॥

আচগৰীবাঈয়ে মোক একো কথাই কোৱা নাছিল। মনে মনে চকু-পানী টুকি মোৰ সম্মুখত বহি আছিল। জীৱনত বহুতবাৰ বহুত মানুহকেতো তেওঁ কৈছে, কিন্তু বাৰে বাৰে সেই একে প্ৰশ্নকে তেওঁক কৰা হৈছে? সেই একেই প্ৰশ্ন, একেই সহানুভূতি, একেই উত্তৰ। কিমানবাৰ তেওঁ ক'ব কেনেদৰে বাঈজীৰ ছোৱালী বাঈজী নহয় হ'ল ডকাইতৰ চৰ্দাৰ। কিমানবাৰ তেওঁ ক'ব নাতিনীৰ কালে চাই তেওঁৰ বুকুখন মাজে মাজে হু-হু কৰি উঠে। পুলিচ, খবৰৰ কাকতৰ মানুহ, মন্ত্ৰী, নেতা, সকলোৱে সেই একে প্ৰশ্নকে কৰে, পায় সেই একেই উত্তৰ—আৰু একেইভাবে নিজৰ নিজৰ কৌতূহল নিবাৰণ কৰি গুচি যায়। খবৰৰ কাকতৰ মানুহেতো ৰং চং লগাই কিমান কি তেওঁৰ নামত উলিয়াইছে। সঁচা-মিছাৰে তেওঁক তৈয়াৰী কৰিছে এক অদ্ভূত চৰিত্ৰ। গোটেই পৃথিৱীতে তেওঁৰ নাম হ'ল দস্যুৰাণী। বিদেশী কাকতত কোনোবাই নাম দিলে 'বেণ্ডিট্ কুইন'। কি দৰে তেওঁলোকক বুজাব তেওঁৰ ওচৰত তেওঁ মাত্ৰ পুতলী। তেওঁৰ নয়নৰ মণি পুতলী।

"কিন্তু তেওঁৰ কাৰণে জানো তোমাৰ কষ্ট হয়?" মোৰ মাতটো অদ্ভূত শুনালেও আচগৰীবাঈ হঠাতে সচেতন হৈ উঠিল। এয়া

আকৌ কেনে প্ৰশ্ন? এই প্ৰশ্নটো তেওঁক আগতে কোনোৱে কৰা নাছিল। পুতলীৰ কাৰণে তেওঁৰ কিবা কষ্ট হয় নে নহয়? কি দৰে ক'ব তেওঁৰ কেনেকুৱা লাগে যেতিয়া মোৰেণা চহৰৰ পথেদি নাতিনী তায়োৰ হাতত ধৰি তেওঁ মাজে মাজে যায়। আঙুলি তুলি মানুহে কয়, "ৱ জা ৰহী হ্যায় পুতলী ডাকু কী মা আউৰ উচকী লড়কী।" সেইয়া পুতলী ডকাইতৰ মাক আৰু তেওঁৰ জীয়েক যাব ধৰিছে।

মনে মনে থাকে আচগৰীবাঈ। দুয়ো চকু পুনৰ চলচলীয়া হৈ উঠে। ষাঠী বছৰৰ বৃদ্ধা আচগৰীবাঈৰ মনত পৰে বহুতদিন আগৰ কথা। তেওঁ যেতিয়া বহুত সৰু আছিল তেতিয়া তেওঁৰ মাকৰ লগত জন্মভূমি মোৰেণা জিলাৰ 'বাৰবৈ' গাওঁ এৰি উত্তৰ-প্ৰদেশৰ আগ্ৰা চহৰলৈ আহিছিল। লাহে লাহে ডাঙৰ হৈছে। তেতিয়া যৌৱন, ৰূপ, কণ্ঠ আৰু আছিল অদ্ভুত এযোৰ ভৰি। মনত পৰে তেওঁৰ পুৰণি দিনৰ কথা। বহুমূলীয়া কাৰ্পেটৰ ওপৰত ঘুঙুৰা পিন্ধি যেতিয়া তবলাৰ তালে তালে ভৰি মিলাইছিল, মেহফিল 'বাহ-বাহ' ধ্বনিৰে গুঞ্জিত হৈছিল। বহুতদিন আগৰ কথা। বহুত নাম জনা, নজনা মানুহ আচগৰীবাঈৰ মেহফিললৈ আহিছিল। আগ্ৰা, লক্ষ্ণৌ, কানপুৰ আদিত ঘূৰি ফুৰিছিল। ৰহমান খাঁৰ সাৰেঙ্গীৰ সুৰত বহুত গান গাইছিল। এতিয়াও কেইটিমান কলি মনত পৰে। কঁপা কঁপা মাতেৰে আচগৰীবাঈয়ে কৈ যায় হেৰাই যোৱা দিনৰ বিচাৰি পোৱা গানৰ কলি।

"সাবৰিয়া ৰে কাহে মাৰো নজৰীয়া
ইত বহে গঙ্গা, ইত বহে যমুনা
বীচ্ ঠাড়ো কানাইহাৰে
কাহে মাৰো নজৰীয়া—সাঁৱৰিয়া ৰে
বিন্দ্ৰাবন কি কুঞ্জ গলিয়ান মে
ম্যা মথুৰা কি গুজুৰিয়া ৰে......"

আৰু মনত নাই আচগৰীবাঈৰ। তাৰ পিছত আৰু বয়স হৈছে। কোলাত পুতলী আৰু তাৰা। ইহঁতক মানুহ কৰা কথা ভাবি মনলৈ চিন্তা আহিছে। ওস্তাদ ৰাখি শিকাইছে গান আৰু নাচ। তাৰাৰ এই জীৱন ভাল লগা নাছিল, কিন্তু পুতলী অন্য ধৰণে গঢ়া। ক্ষীণ চেহেৰা। ডিঙিৰ মাত অসম্ভৱ মিঠা আৰু শিকিছিল মন-ভুলোৱা নাচ। হৈ-চৈ পৰি গ'ল পুতলীৰ গানলৈ। 'আল্হা আৰু হোলী' গোৱাত তেওঁৰ সমকক্ষ নাছিল। মহোবাৰ চন্দেলা ৰজা পৰমালৰ ৰাজসভাৰ দুই বীৰ সেনাপতি আল্হা আৰু উদাল। তেওঁলোকৰ বীৰত্বৰ কাহিনী লৈ পৃথ্বীৰাজ চৌহানৰ সময়ত গান লিখা হৈছিল। সেই গান আজিও মধ্যপ্ৰদেশৰ গাৱেঁ গাৱেঁ মানুহে গায়। পুতলীয়ে সেই গান শিকিলে। পুতলীক গাওঁলৈ মাতিলে। বিয়া-বাৰুত 'আল্হা' গোৱাৰ বায়না বহুত আহিবলৈ ধৰিলে। কিন্তু পুলিচৰ কৰ্তাহঁতৰ চকু পৰিল পুতলীৰ ওপৰত। এদিনাখন বাস্তিপুৰা আচগৰী হঠাতে পুতলী আৰু তাৰাক লৈ উভতি আহিল সুদূৰ মোৰেণা জিলাৰ বাৰবৈ গাওঁলৈ আৰু তাৰপৰা মোৰেণা চহৰলৈ। আগচৰীবাঈ আজিও মোৰেণা চহৰত সৰু ছোৱালী তাৰা আৰু পুতলীৰ ছোৱালী তাৰ্য়োক লৈ আছে। কিন্তু পুতলী নাই। সেয়াও বহুতদিন আগৰ কথা।

সেইদিনাখনৰ কথা আচগৰীবাঈয়ে মনত পেলাবলৈ চেষ্টা কৰে। যেতিয়া খবৰ পাইছিল, তেওঁ বুকু ভুকুৱাই চিঞৰি কান্দি উঠিছিল। ডাঙৰ বায়না লৈ পুতলী চোলপুৰ বাজালৈ গৈছিল। গাওঁৰ পিছত গাওঁ উজাৰ হৈ উঠি আহিছে। মানুহে চাবলৈ আহিছিল পুতলীবাঈৰ নাচ আৰু শুনিবলৈ আহিছিল তেওঁৰ মধুৰ সঙ্গীত। তেতিয়া ৰাতি প্ৰায় দুই বাজিছে। গাওঁৰ জমিদাৰৰ প্ৰাঙ্গণত জলি আছে পেট্ৰ'মেক্স। মদৰ কোৱাৰা উঠি আছে আৰু পুতলীৰ নাচো চলি

আছে। বিৰাম নাই তেওঁৰ। জমিদাৰৰ ল'ৰাৰ বিয়া। বহুত টকা ইনাম পাব পুতলীবাঈয়ে। মাকে শিকোৱা পুৰণি গান গাব ধৰিলে পুতলীয়ে। শ্ৰোতাবোৰ তেতিয়ালৈকে গানৰ ছন্দে ছন্দে আবেশতে দুলিবলৈ আৰম্ভ কৰিছে।

> "সাঁবৰিয়াৰে কাহে মাৰো নজৰীয়া—
> ইত বহে গঙ্গা ইত বহে যমুনা
> বীচ ঠাড়ো কানাইহাৰে— ।"

তবলাৰ চম্ তেতিয়াও পৰা নাই, হঠাতে শুনা গ'ল গুলীৰ আৱাজ। এক মুহূৰ্ত্তৰ ভিতৰতে কি যেন হ'ল—গেচলাইটেই বা ক'ত, ক'তে বা চাৰেঙ্গীৱালা ৰহমান খাঁ, তবলচী ৰামদুলাল, ক'লৈ গ'ল মত্ত শ্ৰোতাবোৰ। পুতলীয়ে চকুৰে অন্ধকাৰ দেখিবলৈ ধৰে। এবাৰ ভাব হ'ল যেন দুখন সবল বাহুৱে তেওঁক সাবটি ধৰিছে। মুখৰ ওপৰত তপত নিশ্বাস। ক্ষন্তেকৰ কাৰণে পুতলীয়ে দেখিলে সুন্দৰ এখন মুখ লাহে লাহে তেওঁৰ মুখৰ ওপৰত নামি আহিছে। অস্ফুট এক আৰ্ত্তনাদ পুতলীয়ে কৰিব খুজিছিল কিন্তু নোৱাৰিলে। দুটি ওঠ নিবিৰভাবে তেওঁৰ নিজৰ ওঠত আহি মিলিছে। তাৰ পিছত মাত্ৰ মনত আছিল অন্ধকাৰ বাটেৰে তেওঁ ঘোঁৰাত উঠি আহি আছে—'বেহড়'ৰ ফালে। তেওঁ সমুখত বহি আছিল আৰু তেওঁক বাওঁ হাতেৰে ধৰি সোঁহাতেৰে লেকাম ধৰি পিছত বহি আন এজন।

কোনোৱে একো কথা কোৱা নাছিল। কিন্তু পিছদিনাখন যেতিয়া আচগৰীয়ে খবৰ পাই কান্দি উঠিছিল, মানুহৰ হাতে-ভৰিয়ে ধৰি তেওঁৰ নয়নৰ 'পুতলী'ক ওভোতাই আনিবলৈ অনুনয় বিনয় কৰিছিল। কিন্তু কাৰ ইমান শক্তি—যে চুলতান ডাকুৰ হাতৰ পৰা পুতলীক লৈ আহিব পাৰে? তেতিয়া একচ্ছত্ৰ আধিপত্য আছিল চুলতান ডাকুৰ। দুৰ্ধৰ্ষ ডকাইত, নিৰ্ম্মম, হৃদয়হীন দস্যু চুলতান।

কোনে নাজানিছিল যে পুতলীৰ প্ৰেমত চুলতান পৰিছিল। কিয়ে বা অন্যায় কৰিছে তেওঁ। সেই সনাতন প্ৰথাই তো তেওঁ অৱলম্বন কৰিছে। বীৰৰ দৰে তেওঁৰ প্ৰিয়তমাক নিজ বাহুবলেৰে জয় কৰি লৈ গৈছে।

তিৰোতামানুহক চুলতানৰ ভাল লগা নাছিল। সকলো অশান্তিৰ মূলতেতো এই তিৰোতাবোৰ। তাৰোপৰি ডকাইতৰ লগত তিৰোতা মানুহ ৰখাত বিপদ বহুতো। সুপুৰুষ, সুদৰ্শন চুলতান। বহুত ছোৱালীয়ে তেওঁক প্ৰেম নিবেদন কৰিছিল, কিন্তু সকলোকে হাঁহি-মুখে প্ৰত্যাখ্যান কৰিছিল। "মহব্বৎ, ইয়ে মহব্বৎ হ্যায় কিচ চিড়িয়াকা নাম? কোই কিমৎ নেই মেৰে পাচ"—দলৰ আনবোৰক বহুতবাৰ এই কথা কৈছে। কিন্তু সেই চুলতান ডকাইতৰ মনৰ একোণ কেতিয়া যে পুতলীয়ে অধিকাৰ কৰি লৈছিল সেইয়ো তেওঁ নিজেও গম পোৱা নাছিল। বহুত গাওঁত পুতলীক তেওঁ দেখিছিল। ছোৱালীজনীক কেনেকুৱা যেন অন্য ধৰণৰ ভাব হৈছিল। অদ্ভুত তেওঁৰ চকুৰ চাউনি। ক'তা, এনেদৰে তো কোনোৱে চোৱা নাছিল। ভীতা হৰিণীৰ দৰে চঞ্চল সেই চাউনি, কিন্তু বুদ্ধিদীপ্ত। ৰাতি টোপনিৰ মাজতে মাজে মাজে সেই চকু দুটিয়ে তেওঁক বহুদিন নিদ্ৰাহীন কৰিছিল। চঞ্চল, অস্থিৰ হৃদয়ক তেওঁ বহুত বুজাইছে, কিন্তু বেচ বুজিব পাৰিছিল কিহৰ এক নিচাই তেওঁক পাইছিল। কোনো এক অদৃশ্য শক্তিয়ে তেওঁক টানিছিল। তাৰ পিছত এদিনাখন হঠাতে ৰাতি জমিদাৰৰ মেহ্ফিল লণ্ডভণ্ড কৰি পুতলীক লৈ আহিছিল। কামটো ভাল কৰিলে, নে বেয়া কৰিলে, তেওঁ একো বুজিব নোৱাৰিলে। দলৰ আনবোৰে ফিচফিচ আৰু কোৱামেলা কৰে কিন্তু চৰ্দাৰৰ ৰঙা চকু দেখি একোকে ক'বলৈ এজনৰো সাহস নহ'ল।

'বেহড়'ৰ গভীৰ আস্তানালৈ পুতলীক লৈ গ'ল। হেস্তাকণ্ডাকৰ পৰা বিলাতী মদ উলিয়ালে। সাৱটি ধৰিছে পুতলীক। পুতলীয়ে প্ৰাণপণে বাধা দিছে। কিন্তু এদিনাখন নিজে ক'ব নোৱাৰাকৈ আত্ম-

সমৰ্পণ কৰিছিল। সেই ৰাতি 'বেহড়'ত উৎসৱ হৈছিল। মদৰ নিছাত পুতলী চুলতানৰ বুকুত ঢলি পৰিছিল। "নাচ পুতলী নাচ, আউৰ নাচ", সাবটি লৈ চুলতানে কৈছিল আৰু গোটেই ৰাতি পুতলীয়ে নাচিছিল।

বাইশ বছৰৰ নাচনেৰালী আচগৰীবাঈজীৰ ছোৱালী পুতলীৰ জীৱনৰ বাট ঘূৰি গ'ল। বাঈজী নহৈ তেওঁ হ'ল দস্যু-চৰ্দাৰৰ প্ৰেয়সী। দলৰ আনবোৰক চুলতানে হুকুম দিছিল, পুতলীক যেন সিহঁতে চৰ্দাৰৰ দৰেই সন্মান কৰে। পুতলীৰ হুকুম যেন কেতিয়াও অমান্য কৰা নহয়। সকলোৰে কাৰণে দেশী মদ কিন্তু পুতলীৰ কাৰণে দূৰ দূৰ ঠাইৰ পৰা বিলাতী মদ আহিছিল। আৰু আহিছিল লিপষ্টিক, পাউদাৰ, নতুন নতুন কাপোৰ আৰু গহনা। কিন্তু ৰঙীন নিছাতে কিমানদিন এনেদৰে চলিব! লগত থকা অৰ্থ শেষ হৈ আহিল। আৰম্ভ হ'ল পুনৰ চুলতানৰ আগৰ সেই জীৱনযাত্ৰা। গাঁৱৰ পিছত গাওঁ জ্বলাই পুৰি পুনৰ আৰম্ভ কৰিলে লুট, খুন-জখম। সেইবোৰ ভয়াবহ দৃশ্য দেখি পুতলী শিয়ৰি উঠিছিল। তেজৰ নদী দেখি ভয় আৰু ঘৃণাত চুলতানৰ ওচৰৰ পৰা আঁতৰি আহিছিল, কিন্তু পুনৰ যেতিয়া দিনৰ শেষত চুলতানে নিবিড়ভাবে সাবটি ধৰি কৈছিল— "পুতলী, তু মেৰী ৰাণী হ্যায়," তেওঁ তেতিয়া নিজকে সমৰ্পণ কৰিছিল; মনে প্ৰাণে তেওঁক ভাল পাইছিল।

কিন্তু ৰাতি টোপনিতে কেতিয়াবা কেতিয়াবা পুতলী চিঞৰি উঠিছিল। তেজ, তেজ, ছাবিওফালে তেজ! ৰাতিপুৱা উঠি চুলতানক কয় "মুঝে ছোড় দে চুলতান, মুঝে জানে দে।"

আশঙ্কাত চুলতান কঁপি উঠিছিল। "নহী মেৰী ৰাণী, ম্যা মৰ জাউঙ্গা। তু মেত জানা পুতলী।" কিন্তু এদিনাখন পুনৰ পুতলীৰ আগ্ৰহক পেলাব নোৱাৰিলে। পুতলীক গাৱৰ সীমা পৰ্য্যন্ত আগুৱাই থৈ গ'ল। যোৱাৰ আগতে চুলতানে বাৰে বাৰে কৈছিল, "পুতলী পুনৰ ভাবি চা। সভ্য-সমাজে পুনৰ তোক মাতি নিনিয়ে। ভই

যাব নালাগে। উভতি আছ।" কান্দোন দমাই বাখি পুতলীয়ে মনে মনে চুলতানক ক'লে, "তেওঁৰ কোলালৈ চুলতানৰ সন্তান আহিছে।"

মোবেণাত তেওঁৰ মাক আচগৰীবাঈ আৰু ভনীয়েকে পুতলীক আকৌ পায় কান্দি বুকু ভঁহাই দিছে। আচগৰীৰ নয়নৰ পুতলী উভতি আহিছে। মাক-ছোৱালীৰ সুখ-দুখৰ খবৰ লোৱা তেতিয়াও শেষ হোৱা নাছিল, হঠাতে দুৱাৰৰ সম্মুখত পুলিচৰ মানুহ আহি বিভীষিকাৰ দৰে থিয় হ'লহি। তেওঁক থানালৈ লৈ গ'ল। চুলতানৰ খবৰ জানিবলৈ তেওঁৰ ওপৰত অকথ্য অত্যাচাৰ কৰা হ'ল। পিঠিত গধুৰ বুটৰ দাগ লৈ পুতলী উভতি আহিল। দিনৰ পিছত দিন ধৰি তেওঁক জেৰা কৰা হৈছিল। ৰাতিৰ পিছত ৰাতি দাৰোগা চাহাবৰ ঘৰলৈ আমন্ত্ৰণ কৰিছিল। কি কৰিব পুতলীয়ে? চুলতানেতো ঠিকেই কৈছিল—সভ্য সমাজত তেওঁৰ স্থান নাই। আকৌ মনৰ কোণত অনুভৱ কৰিছে বেদনা। ৰাতি বিচনাত শুই শুই অনুভৱ কৰিছে চুলতানৰ তপত নিশ্বাস আৰু দুখন সবল বাহুৰ আলিঙ্গন। বেহড়ৰ পৰা শুনিবলৈ পাইছিল "পুতলী তু মেৰী ৰাণী হ্যায়।" আৰু অনুভৱ কৰিছিল তেওঁৰ মাকৰ সংসাৰত গতানুগতিক জীৱনযাত্ৰাৰ বিস্বাদ। ক'ত সেই অদ্ভুত ৰোমাঞ্চ? ক'ত সেই বন-জঙ্গল আৰু বেহড়ৰ অন্ধকাৰৰ ৰূপ? ক'ত সেই এড়ভেঞ্চাৰৰ নিশা? মাকৰ ঘৰত কেৱল উঠা-খোৱা-লোৱা-জীৱনৰ সাৰ্থকতা ক'তা? ক'ত চুলতানৰ 'মহব্বত' আৰু দলৰ আনবোৰে দিয়া সন্মান আৰু ইজ্জত? আৰু ক'তেইবা চুলতানৰ প্ৰিয় চাকৰেদ বাবু লোহাৰীৰ ঈৰ্ষাভৰা আৰু লালায়িত সেই দৃষ্টি? উভতি গলে তেওঁ চুলতানক কৈ দিব বাবু লোহাৰী মানুহজন ভাল নহয়। পুতলীয় জানে চুলতানে তেওঁৰ কথা শুনি হাঁহি উৰুৱাই দিব। ক'ব, "বাবু লোহাৰী মোৰ সকলোতকৈ বিশ্বাসী চাকৰেদ"। কিন্তু চৰ্দাৰেতো নাজানে বাবু কেনেকুৱা সাংঘাতিক মানুহ। বিজনে নিজৰ চৰ্দাৰৰ ৰাণীৰ ওপৰত

কু-দৃষ্টি দিয়ে সি আকৌ ভাল মানুহ। সকলো ক'ব, এদিনা-খন পুতলীয়ে সকলো ক'ব। পুতলীয়ে জানে চুলতান একোতে সম্মত নহয়। হয়তোবা তেওঁৰ ওপৰতে খণ্ড কৰিব। চুলতানে প্ৰায়ে কয় নহয় যে সকলো অশান্তিৰ মূলতেই ঐ 'আউৰাত'বোৰ। সেইয়া তেওঁ ভাবক। যদি দৰকাৰ হয়, তেনেহলে শেষলৈ সেই বাস্তিৰ কথা চুলতানক কৈ দিব। তেতিয়াহলে চুলতানে বাবুক খুদাই নেবে। এতিয়াও পুতলীৰ মনত পৰে সেই বাস্তিৰ কথা। ডকাইতি কৰিবলৈ চুলতান বহুদূৰলৈকে গৈছিল। দলৰ তিনিজনৰ উপৰিও বাবু লোহাৰীক চৰ্দাৰে পুতলীৰ ওচৰত থাকিবলৈ কৈ গৈছিল। সেইদিনাখন নিদ্ৰা অলপ বেছিয়ে হৈছিল। কিমান সময় অকলে থকা যায়! হেভাৰশ্যাকৰ পৰা বটল উলিয়াই বেচ কিছু খাইছিল। তাৰ পিছত মনত নাই কেতিয়া তেওঁৰ তন্দ্ৰা আহি শুই পৰিছিল। হঠাতে অনুভৱ কৰিছে তপত নিশ্বাস। জোৰে জোৰে। নিজৰ অজানিতে পুতলীয়ে মুখখন নিজৰ ওচৰলৈ টানি আনিবৰ কাৰণে হাতদুখন আগবঢ়াই দিছিল। দুখন হাতে তেওঁৰ হাতদুখন টানিছিল। অস্ফুট আৰ্তনাদ কৰি উঠিছিল পুতুলীয়ে। ক'তা, এইয়াতো চুলতানৰ নিশ্বাস নহয়। তেওঁৰ নিশ্বাসৰ প্ৰতিটো উঠা-নামা আৰু উষ্ণতা যে তেওঁৰ জনা আছিল। ক'তা, এই দুখন বাহুতো সেই শক্তি নাই। সেই বাহুৰ প্ৰতিটো মাংসপেশী, প্ৰতিটো স্নায়ুক যে তেওঁ চিনি পায়।

বাবু লোহাৰীৰ কপালত বিন্দু বিন্দু ঘাম, আধা অন্ধকাৰ আধা পোহৰত ঠিক এটা বাঘৰ দৰে দেখা গৈছিল। মুখৰ পৰা লেলাৰুতি ওলাই পৰিছিল। নিশ্বাসৰ লগত দেশী মদৰ বেয়া গোন্ধ ওলাইছিল। পুতলীয়ে চিঞৰি উঠিছিল। "মেৰী জান, চল মেৰে সাথ ভাগ চলে"—বাবু লোহাৰীয়ে পাগলৰ দৰে কৈ উঠিছিল। পুতলীক সাৱটি ধৰিব খুজিছিল। সকলো পুতলীৰ মনত নাই, কিন্তু এইখিনি হলে মনত আছিল, বেচ কিছুপাতিত লৌ-তৰিৰে জোৰে

বাবুৰ মুখত আঘাত কৰিছিল। পাঁচ হাত দূৰৈত বাবু গৈ ছিটিকি পৰিছিল।

"শালে কুত্তে! নমকহাৰাম, শূৱাৰ"—পাগলীৰ দৰে পুতলী চিঞৰি উঠিছিল। মনে মনে 'বাবু' ঘৰৰ পৰা ওলাই গৈছিল। খোৱাৰ আগতে মাত্ৰ এবাৰ ৰঙা চকু দুটি মেলি পুতলীক চাইছিল।

পুতলী অস্থিৰ হৈ পৰিছে। পুনৰ সহ্য নহয় এই বৰ্ণ বৈচিত্ৰ্যহীন জীৱনযাত্ৰা। সহ্য নহয় দিনে দিনে পুলিচৰ অকথ্য অত্যাচাৰ। সৰু ভনীয়েক তাৰাও কোনো কামৰ নহয়। সেই ৰাতিপুৱাৰ পৰা ৰাতিলৈ মাত্ৰ উঠা, গা-ধোৱা, শোৱা। সেই ৰাতিপুৱাৰ পৰা মাকৰ কান্দোন। বহুতদিন পিছত পুতলী পুনৰ ৰাতি গাবলৈ বহিল। চাৰেঙ্গীৱালা ৰহমান খাঁও নাই, আৰু তবলচী ৰামহুলাবো। আচগৰীবাঈ আৰু পুতলীবাঈৰ চাকৰি এৰি হয়তো আগ্ৰা, দিল্লী, লক্ষ্ণৌ ক'ৰবাত কোনো বাঈজীৰ সঙ্গত কৰিছে। অকলে বহি পুতলীয়ে গাইছে—

> "সাবৰিয়াৰে কাহে মাৰো নজৰীয়া
> ইত বহে গঙ্গা, ইত বহে যমুনা
> বীচ ঠাড়ো কানাইহাৰে।
> কাহে মাৰো নজৰীয়া—"

দুদিন পিছতে আচগৰীবাঈৰ ঘৰ নৱজাত শিশুৰ কান্দোনত মুখৰিত হৈ উঠিল। ঘৰ পোহৰ কৰি পুতলীৰ কোলালৈ সন্তান আহিল। চুলতানৰ সন্তান। নাম হ'ল তাল্লো। আচগৰীয়ে বুকুত সাবটি ললে নাতিনীক।

আৰু দুমাহ পিছত গানৰ বায়না লৈ পুতলী বাৰবৈ গাবলৈ গ'ল। সেই ৰাতি পুনৰ চুলতানৰ দল গাবলৈ আহিল। পুতলীৰ কোনো খবৰ পোৱা ন'গল।

আকৌ চুলতানৰ আস্তানাত উৎসৱ হ'ল। পুতলী ৰাণী উভতি

আছিছে। সেইভাবেই, ঠিক সেইভাবেই আকৌ চর্দাৰে তেওঁক নিজৰ ওচৰলৈ টানি নিছে।

"ক, মোক পুনৰ ভই এৰি নাযাবি," চুলতানে প্ৰতিশ্ৰুতি দাবী কৰে।

"নাই, তোক এৰি পুনৰ কেতিয়াও নাযাওঁ।" কথা দিয়ে পুতলীয়ে।

আৰম্ভ হ'ল পুতলীৰ নতুন জীৱন। আজি ইয়াত, কালিলৈ তাত। চকুৰ সমুখত ক্ৰমাগত খুন, ডকাইতি, লুট চাই গৈছে। নিজেই লুটৰ মাল ভাগ কৰি দিছে। তেওঁৰ বিচাৰ কোনোৱে অমান্য কৰা নাছিল। লাহে লাহে পুতলী তললৈ নামি গ'ল, আৰু তললৈ। চুলতানে বুজাইছিল, এনেদৰে বহি থাকিলেতো নহ'ব, বন্দুক চলাবলৈ শিকিব লাগিব, পিস্তল চলাবলৈ শিকিব লাগিব। আৰু শিকিব লাগিব ডকাইতি। পুতলী ভয়তে কঁপি উঠিল। মাত্ৰ কেইদিনমানৰ কাৰণে। তাৰ পিছত তেওঁও এদিনাখন হ'ল দস্যুৰাণী—Bandit Queen—পুতলী। তিনি মাহ তেওঁৰ ট্ৰেনিং হ'ল। অব্যৰ্থ নিচান। পিস্তল আৰু ৰাইফল মৰাত দলত তেওঁৰ কোনো সমকক্ষ নাছিল। পিঠিত থপৰিয়াই চুলতানে কৈছিল—"চাবাচ মেৰে ৰাণী, চাবাচ!"

ক'ৰবাত কোনো পুলিচ অফিচাৰৰ বহীত লেখা হ'ল কেচ-হিষ্ট্ৰী।

"The martial songs that she had sung had gone to her head like a heady wine, and with misconceived notions of romance she plunged into the vortex of lawlessness which soon sucked her deep into its swirling currents."

তেজ দেখি পুতলী ভয়ত শিয়ৰি উঠিছিল, প্ৰথম হত্যা কৰি মাত্ৰ কিছু সময়ৰ কাৰণে তেওঁ বিচলিত হৈছিল, তাৰ পাচত দৃঢ় ধীৰ পদক্ষেপেৰে আগুৱাই গৈছিল গহত বাঢ়ি থোৱা মানুহজনৰ কালে,

আৰু বন্দুক তুলি মাত্ৰ তিনি ফুট দূৰৈৰ পৰা তাৰ মূৰৰ খোলা উকৰাই দিছিল।

ডকাইতি কৰি দলেবলে উভতি আহিছিল। আহোঁতে এজন গাৱঁৰ নিৰীহ মানুহক ধৰি লৈ আহিছিল। হঠাতে চুলতানৰ মনত কি খেলালে, মানুহজনক গছত বান্ধি পেলালে। বন্দুক উলিয়াই পুতলীৰ হাতত দি ক'লে, "যা, মানুহজনক মাৰি আহগৈ।"

"মই ?"

"ওঁ। ভয় কিহৰ ? সিটো পুলিচৰ কুত্তা।"

বন্দুকটো লব খোজোঁতে পুতলীৰ হাত কঁপি উঠিল। এয়া কি কৰিব ওলাইছে! ডকাইতৰ দলত আহিছে বুলি জানো তেওঁ নিজে খুন কৰিব! তিৰোতা মানুহ হৈ এজন নিৰীহ মানুহক হত্যা! নাই নাই, তেওঁ নোৱাৰে।

"যা পুতলী, আগুৱাই যা। খুব ওচৰলৈ যা গৈ। মূৰত 'তাক্' কৰ।"

"নাই নাই, মই নোৱাৰোঁ। তই এইবোৰ কি কৈছ ?"

"যা বুলি কৈছোঁ"—চুলতান জ্বলি উঠিল।

পুতলী আগুৱাই গ'ল। 'বেহড়'ৰ চৌদিশে কাতৰ আৰ্তনাদত ভৰি উঠিল। "মোক এৰি দে, মোক তইঁতে এৰি দে, মোক নামাৰিবি।" পুতলী আগুৱাই গৈ আছে, ওচৰলৈ, আৰু ওচৰলৈকে। —"মাইয়া মুঝে ছোড় দে। বেটী মুঝে ছোড় দে।"

শিশুৰ দৰে অসহায় মানুহজনে এবাৰ মা বোলে আৰু এবাৰ জীয়েক বুলি পুতলীক মাতিছিল। মুহূৰ্তৰ কাৰণে পুতলী বিচলিত হৈ পৰিল। মাত্ৰ কেইটামান মুহূৰ্তৰ কাৰণে। তাৰ পিছত মূৰলৈ লক্ষ্য কৰি গুলী এৰিলে। তাৰ পিছত একোৱে মনত নাই। সকলো যেন ঘূৰি যাবলৈ ধৰিলে। দলৰ আনবোৰৰ চিঞৰ আৰু হাত চাপৰি কাণলৈ আহিব ধৰিলে আৰু বুজিব পাৰিলে তুখন সবল

বাহুৰে - তেওঁক সাবটি ধৰিছিল। মুখৰ ওপৰত তপত নিশ্বাস লাগিছিল। "চাবাচ মেৰী ৰাণী, চাবাচ!"

পুতলী,—নাচনেৱালী পুতলী, দস্যুৰাণী পুতলী হ'ল খুনী। সভ্য-সমাজলৈ উভতি যোৱাৰ সকলো পথ চিৰদিনৰ কাৰণে বন্ধ হৈ গ'ল। তেজৰ নিছাই তেওঁক পালে। এজনৰ পিছত এজনকৈ খুন কৰি গ'ল। বাপেকৰ সমুখত ল'ৰাক, স্বামীৰ সমুখত স্ত্ৰীক, মাকৰ সমুখত পুতেকক নিৰ্দয়ভাবে হত্যাৰ তাণ্ডবলীলাত মত্ত হৈ উঠিল পুতলী। চুলতানৰ ভয় হ'বলৈ ধৰিলে পুতলীৰ সেই ৰূপ দেখি। কিন্তু পুতলী নিৰ্বিকাৰ। ভাবনা নাই, চিন্তা নাই, মাত্ৰ হত্যা আৰু হত্যা।

সেইদিনাখন ৰাতি সকলো ডকাইতি কৰিবলৈ যোৱাৰ কাৰণে সাজু হৈছিল। ৰাতিপুৱাতে ওলাব লাগিব, পুতলী কিছুসময় শুবৰ কাৰণে বিছনাত শুইছিল। ভাবিছিল তেওঁৰ মাকৰ কথা, ভনীয়েক তাৰাৰ কথা, তেওঁ পেলাই অহা দিনৰ কথা আৰু মনত পৰিল সৰু এটি দুৰন্ত শিশুৰ কথা। পুতলী চঞ্চল হৈ উঠিল। কিমান ডাঙৰ হৈছে হোৱালীজনী! চখ কৰি নাম ৰাখিছিল তান্নো। মাক আচগৰীয়ে বিবেৱা থবলৈ কৈছিল, কিন্তু নামটো পুতলীৰে পছন্দ নহ'ল—সেই কাৰণে তান্নোকে ৰাখিছিল। চুলতানৰো নামটো খুব ভাল লাগিছিল।

পুতলী বিছনাত উঠি বহিল। ছোৱালীজনীক এবাৰ চাই আহিবলৈ মনটোৱে কান্দি উঠিল। মাত্ৰ এবাৰ। এবাৰ মাত্ৰ কোলাত তুলি লৈ চুমা খাব। তাইক নকয় যে তেওঁ তাইৰে মাক। কি লাভ হ'ব জীয়েকক কৈ যে তাইৰ মাক ডকাইত—দস্যুৰাণী পুতলী। তাতকৈ এয়াই ভাল। 'দাদী'ৰ ওচৰতে মানুহ হওক, লেখা-পঢ়া শিকক, ডাঙৰ হওক। মানুহে সুধিলে ক'বই লাগিব যে তাইৰ মাক মৰিছে। সঁচাকৈয়েতো। পুতলীতো সেইদিনাখনে মৰিছে যিদিনাখন ঢোলপুৰৰ সেই মেহ ফিলৰ পৰা ৰাতি চুলতানে

উঠাই লৈ আহিছিল। তেওঁতো সেইদিনাখনে মৰিছে, যিদিনাখন গাঁৱৰ নিৰীহ মানুহজনৰ মূৰৰ খোলা উকৰাই দিছিল। মাত্ৰ এবাৰ তেওঁ তাম্লোক চাব। তাৰ পিচতে আঁতৰি আহিব। পুতলী থিয় হ'ল। এতিয়াই যাত্ৰা কৰিব লাগিব। তেতিয়াহে দুদিনৰ ভিতৰত বাৰবৈ গাওঁ পাবগৈ। কিন্তু চুলতান? তেওঁতো যাবলৈ নিদিব। তেওঁতো বহুতবাৰ তেওঁক কৈছিল তেওঁ খুনী, ওভোতাৰ কোনো পথেই নাই। কিন্তু মাত্ৰ কেইদিনমানৰ কাৰণেহে সাৰধানে গৈ উভতি আহিলেই হ'ব। পুলিচে গমেই নাপাব। কিন্তু পুতলীয়ে এই কথাও জানে, চুলতানে প্ৰাণে গলেও তেওঁক যাবলৈ নিদিয়ে। যাওক, কিনো এনে কথা। মনে মনে গুচি গলেই হ'ল। মাত্ৰ চুলতানে এবাৰ খঙহে কৰিব। দুদিন পিছত পুনৰ আগৰ দৰেই হ'ব। তেওঁতো চুলতানক জানে। এতিয়া ক'বলৈ গলেই বিপদ। তাৰোপৰি আজি ডকাইতি কৰিবলৈ যাব লাগিব, চুলতানৰ মেজাজ হয়তো ঠিক নাই। তাতকৈ মনে মনে গুচি যোৱাই ভাল।

তেতিয়াও ৰাতিপুৱা হোৱা নাই। পুতলী লাহে লাহে বাহিৰলৈ ওলাই আহিল। ওচৰতে দলৰ মানুহবোৰৰ কথাবাৰ্তা শুনিবলৈ পালে। সকলো সাজু ৰাওনা হোৱাৰ কাৰণে। চুলতানৰ মাত শুনা গ'ল, "চল্ পুতলী, জলদি আ। এয়াই সময়। পুনৰ পলম কৰিলে সকলো মাটি হৈ যাব।"

"আৰে আতী কুঁ্য নহী? দেৰ হো ৰহী হ্যায়"—চুলতানৰ স্বৰ একেবাৰে ওচৰত।

হঠাতে গুলীৰ শব্দ। মুহূৰ্তৰ ভিতৰতে কি যেন হ'ল। মাত্ৰ শুনা গ'ল চুলতানৰ চিঞৰ, "ভাগো ভাগো, পুলিচকে কুত্তে।" আৰু শুনা গ'ল, "পুতলী কহাঁ গই জলদী ভাগ।" খৰখেদাকৈ পুতলী লুকাই পৰিল। তেতিয়াও অবিৰাম গুলী আহি আছে। কিন্তু দলৰ কোনোৱে ওচৰে পাজৰে নাই। সকলো পলাইছে।

ৰাতি পুৱাল আৰু পুতলী লাহে লাহে 'বেহড়'ৰ পৰা ওলাই

আহিল। সন্মুখতে পুলিচৰ দল। পোনে পোনে পুলিচৰ ওচৰলৈ গৈ ক'লে, "মই পুতলী, মই আত্মসমৰ্পণ কৰিছোঁ। ব'লা কলৈ যাব লাগে।"

বিজয়গৰ্বে পুলিচৰ দলে পুতলীক লৈ আহিল। পুতলীৰ মনত বহুত চিন্তা। কামটো জানো ভাল হ'ল? কি হ'ব? তেওঁৰ বিৰুদ্ধে কি প্ৰমাণ আছে? হয়তো কেইদিনমান পিছতে এৰি দিব। তাৰ পিছত তেওঁ পোনে পোনে বাৰবৈ গাৱঁত থকা মাকৰ ওচৰলৈ, ভনীয়েক আৰু তেওঁৰ তাম্নোৰ ওচৰলৈকে। সকলোবোৰকে লৈ কোনোবা দূৰ ঠাইলৈ গুচি যাব।

আগ্ৰাৰ তাজগঞ্জ থানালৈ পুতলীক লৈ গ'ল। তাৰপৰা ঢোলপুৰলৈ। জামিনত খালাস পালে কিন্তু তেওঁক বাৰবৈ লৈ উভতি যাবলৈ দিবলৈ দাৰোগা চাহাব ৰাজী নহল। তেওঁৰ আছিল দুটা চৰ্ত। প্ৰথম, পুতলীয়ে তেওঁৰ ভনীয়েক তাৰাক ঢোলপুৰলৈ মাতি আনিব লাগিব। তেওঁ কিছুদিনৰ কাৰণে দাৰোগা চাহাবৰ ওচৰত থাকিব লাগিব। আৰু দ্বিতীয়তে, তেওঁ হ'ব লাগিব পুলিচ ইনফৰমাৰ। খবৰ দিব লাগিব চুলতানৰ দলৰ। আৰু তেওঁ জনাই দিলে, চুলতানৰ ধৰণা হৈছে যে পুতলীয়েই সেইদিনাখন পুলিচক খবৰ দিছিল, সেই কাৰণে বাজৈ গাৱঁত হঠাতে তেওঁলোকৰ দলক পুলিচে আক্ৰমণ কৰিব পাৰিছিল। প্ৰথম চৰ্ত মানিবলৈ পুতলী ৰাজী নহ'ল। নিজৰ জীৱন নষ্ট হৈছে বুলিনো তেওঁৰ সৰু ভনীয়েকৰ জীৱনও তেওঁ নষ্ট কৰিবনে? নাই, বায়েক হৈ তেওঁ নোৱাৰে। দ্বিতীয় চৰ্ত তেওঁ ভাবি চাব। ভাবি চোৱাৰনো কি আছে? জনালে যে তেওঁ ৰাজী। এবাৰ পলাব পাৰিলে তেওঁৰ খবৰ কোনো পায়। দাৰোগা চাহাবে সহজতে এৰি দিয়া বিধৰ নহয়। ক'লে—"তেনেহলে তয়ো মোৰ ওচৰত কেইদিনমান থাক। নিজৰ ইচ্ছাত যদি আহিবলৈ সন্মত নহৱ, তোৰ মা, ভনী সকলোকে ধৰি লৈ আহিম। তোৰ মাক জেলত থম আৰু তোৰ সন্মুখতে তোৰ মৰমৰ ভনীয়েৰাক ঘৰলৈ লৈ যাম।"

নাই নাই, সেইয়া হুবলৈ দিব নোৱাৰে পুতলীয়ে। তেওঁৰে থাকিব পুলিচৰ ওচৰত। জৰুৰী কামত দাৰোগা মফঃস্বললৈ গ'ল। কথা ৰ'ল, তেওঁ পিছদিনাখন ৰাতিহে উভতিব, পুতলীয়ে যেন তেওঁৰ কাৰণে অপেক্ষা কৰে। নিশ্চয়, তেওঁ এতিয়াই দাৰোগা চাহাবৰ ঘৰলৈ যাব। আৰু পিছদিনাখন ৰাতি? এনেকুৱা গান আৰু নাচ চাহাবক শুনাব যে চাহাবৰ ভবিষ্যৎ খুচ্ হৈ যাব।

পিছদিনাখন আবেলি দাৰোগা চাহাব উভতিল। লগত মদৰ বটল আৰু দুজন বন্ধু। কিন্তু পুতলী ক'ত? চৰাই উৰি গৈছে। খালি বিছনাত মাত্র পৰি আছে নীলা দুপাট্টা। তেতিয়ালৈকে পুতলী চুলতানৰ ওচৰ পাইছেগৈ। শ্রান্ত, ক্লান্ত, ভোকাতুৰ, বহুত দূৰৈৰ পৰা খোজ কাঢ়ি চুলতানৰ ওচৰ পাইছেহি।

চুলতান গম্ভীৰ ভাবে বহি আছিল। এই কেইদিনৰ ভিতৰতে যেন তেওঁৰ বয়স বহুত বাঢ়ি গৈছে। চুপচাপ। এটাও কথা কোৱা নাই। ওচৰলৈ আহি বহুত সময় বহিছে পুতলী, তথাপিও কথা কোৱা নাই।

"চুলতান"—আহতৰ দৰে পুতলীয়ে মাতিছে।

"নিকল্ যা মেৰে চামনেসে। বেইমান কাঁহিকি!" চুলতান জ্বলি উঠিল।

পুতলীয়ে জানিছিল যে এয়া হবই। দাৰোগা চাহাবে আগতেই কৈছিল—দলৰ কি ধাৰণা তেওঁৰ ওপৰত হৈছে। গোটেই ৰাতি জাগি থাকি সকলো কথা পুতলীয়ে বুজাইছে। সকলো কথা কৈছে। অলপ অলপ চুলতানে বুজিছে, অলপ হয়তো বুজা নাই। আকৌ দুহাতেৰে তেওঁক ওচৰলৈ টানি নিছে, কিন্তু আলিঙ্গনৰ সেই উষ্ণতা পুতলীয়ে পোৱা নাই—ক'ৰবাত কিবা এটাই যেন চুলতানক বিন্ধি আছে। পুতলীয়ে সকলো বুজিলে। পুনৰ বোধহয় জোৰা নালাগিব। বুজিব পাৰিলে বাবু লোহাৰীয়ে চুলতানৰ মনত বিষ বিয়পাইছে। তথাপিও পুতলীৰ আশা আছে, লাহে লাহে সকলো ঠিক হৈ যাব।

চুলতানে পুনৰ পুতলীক বুজিব পাৰিব যে পুতলী অকল তেওঁৰেই। পুতলী সেই একে ৰকমে আছে। পুতলী তেওঁৰেই 'ৰাণী'। পুতলী অলপো সলনি হোৱা নাই। প্ৰমাণ যদি লাগে একনিষ্ঠতাৰ, সেয়াও দিব। দিনৰ পিছত দিন ধৰি পুতলী চুলতানৰ লগত ডকাইতিলৈ গৈছে। আচৰিত কৰি তুলিছে দলৰ আনবোৰক তেওঁৰ নিৰ্মমতা আৰু হৃদয়হীনতাৰ পৰিচয় দি। এদিনাখন পঁচিশ মাইল বাট খোজ কাঢ়ি দেখুৱাইছে যে তেওঁ একোতে কম নহয়। পুলিচৰ ওপৰত সোঁৱে-বাওঁৱে গুলী এৰিছে। মাৰিছে পুলিচৰ বহুত মানুহক। সেই দাৰোগা চাহাবকো এৰা নাই। প্ৰতিশোধ লৈছে কুকুৰৰ দৰে গুলী কৰি। তিৰোতাৰ কাণ ছিঙি আনিছে সোণৰ ফুল, হাত কাটি উলিয়াই আনিছে চুড়ি আৰু আনিছে আঙুলি কাটি আঙুঠি। আৰু প্ৰমাণ লাগে? আৰু—

নবীন উৎসাহত চুলতানসিঙে পুনৰ আৰম্ভ কৰিলে তেওঁৰ দস্যু জীৱন। তেতিয়াও মানসিং জীয়াই আছে। চুলতান নিজৰ দললৈ-লাখনসিঙকো আনিলে। এই দুই দলে মিলি যি আৰম্ভ কৰিলে সেইয়া যেনেকুৱা ভয়াবহ ঠিক তেনেকুৱা নিষ্ঠুৰ। পুলিচৰ বিষয়াসকলে হাবাথুৰি খালে। একোতেই একোকে কৰা নাযায় চুলতান-লাখনৰ দলক। পুতলীৰ কিন্তু লাখনক ভাল লগা নাছিল। মানুহজন বৰ টেঙৰ। চকু দুটি দেখিলেই ৰাহি-জোৰা নিমিলে। এদিনাখন ভাঙন ধৰিবই আৰু সেই দিন আসন্ন। সেইয়া হ'ল—আৰম্ভ হ'ল সৰু-সুৰা কথালৈ মনোমালিন্য কিন্তু খোলাখুলি ভাবে বিবাদ নহল। লাখনৰ লগত তেতিয়া বচা বচা মানুহ—পাহাড়া, হজুৰী, কল্লা আৰু বহুতো।

সেইদিনাখনৰ কথা পুতলীয়ে পাহৰা নাই। জীৱনৰ শেষ মুহূৰ্ত পৰ্য্যন্ত পাহৰা নাই। সেই জঘন্য বিশ্বাসঘাতকতা, সেই ঘৃণিত কাপুৰুষতা, তেওঁ কেতিয়াও পাহৰা নাই। ভাবিছিল নিৰ্মমভাবে তেওঁ প্ৰতিশোধ লব, কিন্তু ভাগ্যৰ কি খেলা বিজনক তেওঁ

সকলোতকৈ বেছি ঘৃণা কৰিছিল তেওঁৰ অপৰাধৰ কাৰণে, তেওঁৰে লগত জীৱনৰ বাকী কেটাদিন জীৱন-সঙ্গী হৈ কটাই দিলে। জীৱনৰ শেষ মুহূৰ্তলৈকে তেওঁক এৰি যোৱা নাছিল আৰু তেওঁ৷ এৰি যোৱা নাছিল।

সেইদিনাখনৰ কথা অলপো পাহৰা নাই। তাৰিখটো তেওঁৰ মনত আছে : ৫ মে, ১৯৫৫। মোৰেণা জিলাৰ 'নাগৰা'ৰ ওচৰতে অৰ্জ্জুনপুৰ 'বেহড়'তেই তো ঘটিছিল সেই ঘৃণিত অপৰাধ। তেওঁ জানো পাহৰিব পাৰে? হঠাতে পুলিচৰ আক্ৰমণ হৈছিল। তেতিয়া ৰাতি বাৰ বজা। চম্বলৰ 'বেহড়'ৰ পৰা যেন জুইহে ওলাইছে। পুতলীৰ সমুখতে পুলিচৰ গুলীত চুলতানৰ প্ৰিয় চাকৰেদ মৰা পৰিল। দলৰ মানুহবোৰ পলাব ধৰিলে। চুলতানে পুতলীক ক'লে, "তই 'বেহড়'ৰ সেইফালে লুকাই থাক। তই নপলাব যেন।" চুলতানৰ মনত পুনৰ সন্দেহ জাগিছে। ইঁাহি পুতলীয়ে তেওঁৰ কথামতে লুকাই পৰিল। তাৰ পিছত? এইবাৰ মই অলপ সময় ৰ'ব লাগিব। পুতলীৰ মুখতে শুনা যাওক—

"চুলতান সৰু টিলা এটিৰ ওপৰত থিয় হৈ আছিল। মোৰ পিছত থিয় হৈ বাবু লোহাৰী। চুলতানে তেওঁক মোক চাবলৈ কৈ গৈছে। হঠাতে দেখিলো, লাখনসিঙে কল্লাক ইচাৰা দি চুলতানৰ ফালে ইঙ্গিত কৰিলে। কল্লাই লাহে লাহে ৰাইফল দাঙি পিছৰ পৰাই চুলতানক গুলী কৰিলে। চুলতান বাগৰি পৰিল। চুলতানৰ প্ৰিয় ঘোৰা 'বাহাদুৰে' সজল নয়নে তাৰ মৃত প্ৰভুৰ ফালে চাই থাকিল।"

তাৰ পিছত পুতলীয়ে চকুৰে অন্ধকাৰ দেখিছে। চিঞৰিব খুজিছিল, কিন্তু কোনোবাই যেন তেওঁৰ মুখখন চেপি ধৰিছিল। দুখন হাতে তেওঁক বেহড়ৰ ভিতৰলৈ দাঙি নিছে। তেতিয়াও গুলীয়া-গুলী চলি আছিল। এখন কুৎসিত মুখ তেওঁৰ মুখৰ ওপৰলৈ নামি আহিছে আৰু তেওঁৰ ওঁঠৰ ওপৰত এযোৰা ওঁঠে কামোৰ বহুৱাই দিছে, যেন সাপৰ কামোৰহে। বাবু লোহাৰী!

তাৰ পিছত ? তাৰ পিছত পুতলী যেতিয়া মাটিৰ শয্যা এৰি উঠিছে, তেওঁ তেতিয়া সকলো হেৰুৱাইছে—অকল চুলতানকে নহয়, তেওঁৰ সকলো। ফটা ব্লাউজটো বুকুত চেপি ধৰি পুতলীয়ে হুক-হুকাই কান্দি উঠিছিল।

অলপ আগতে পুতলীৰ কথা শুনিবৰ কাৰণে মই যে বৈছিলোঁ তাৰ কাৰণ হ'ল: চুলতানৰ মৃত্যু লৈ বিবাদ এতিয়াও শেষ হোৱা নাই। পুলিচে জাহিৰ কৰিছিল যে চুলতানক তেওঁলোকে মাৰিছিল। সঁচা-মিছা হয়তো আজি আৰু জনা নাযায়। আজি চুলতান নাই, পুতলীও নাই। বাবু লোহাৰী আৰু কল্লাও নাই। ওঁ, অৱশ্যে লাখনসিং আছে। কিন্তু তেওঁ জানো ক'ব সঁচা কথা ? কাৰ ওচৰতে বা ক'ব ? বহুত বিচাৰিছোঁ। বহুত চেষ্টা কৰিছোঁ লাখনৰ লগত দেখা কৰিবলৈ। এবাৰ হৈছিলও, কিন্তু থাওক সেই কথা। লাখনৰ কথা পিছত হ'ব। কিন্তু পুতলীয়ে তেওঁৰ কথা মোক কৈছিল। মাত্ৰ মোকে নহয়, তেওঁতো পণ্ডিত নেহৰুকো চিঠি লিখি সকলো কথা জনাইছিল। এইয়াতো সিদিনাখনৰ কথা।

পুতলীৰ জীৱনলৈ হতাশা আহিল। কেনেকুৱা যেন সকলো খালি হৈ গ'ল। ইফালে বাবু লোহাৰী হৈছে দলৰ নেতা। কল্লা আৰু পাহাড়া দুজনেই হল পুতলীৰ পাণিপ্ৰাৰ্থী। পুতলীয়ে ভাবিবই নোৱাৰে। কল্লাই যে চুলতানক খুন কৰিছিল, কোন সাহসত তেওঁৰ ওচৰলৈ প্ৰেম নিবেদন কৰিবলৈ আহিছে! আৰু বাবু লোহাৰী ? দিন গণিছে পুতলীয়ে। এদিন সময় আহিব, সেই দিনাখন তেওঁ সকলোৰে লগত বুজাপৰা কৰিব। ইমান সোনকালে যে সেই দিন আহিব পাৰে সেই কথা তেওঁ জনা নাছিল আৰু ভাবিবও পৰা নাছিল। চাৰি পাঁচ মাহো হোৱা নাই। হঠাতে এদিনাখন মোৰেণাৰ ওচৰত খাম-কি-ভূমিয়াত পুলিচৰ লগত 'এন্‌কাউণ্টাৰ' হ'ল। 'বেহড়'ৰ ওপৰত থিয় হৈ বাবু লোহাৰীয়ে পহৰা দিছিল আৰু দলৰ বাকীবোৰে গুলী কৰিছিল। একোৱে শুনা

নাযায়, মাত্ৰ গুলীৰ শব্দ। ওচৰতে মিৰজাপুৰ। পলাব পাৰিলেই সকলোতকৈ ভাল।

এইবাৰো অলপ ৰ'ব লাগিব। শুনিব লাগিব পুনৰ পুতলীৰ মুখত।

"মই বাবুক ওখ টিলাৰ ওপৰত থিয় হৈ পুলিচৰ মানুহ গাৰঁৰফালেও আছে নে নাই চাবলৈ ক'লোঁ। মোৰ কথামতে বাবু টিলাৰ ওপৰত উঠিলগৈ। মই অলপ সময় মনে মনে থাকিলোঁ। লাহে লাহে ৰাইফল দাঙি মাত্ৰ এটা গুলী এৰিলোঁ। বাবু লোহাৰী টিলাৰ ওপৰৰ পৰা বাগৰি বাগৰি 'বেহড়'ৰ তলত পৰিলগৈ।"

আকৌ সেই বিবাদ। পুলিচৰ মানুহে ক'ব, বাবুক তেওঁলোকে মাৰিছে, আৰু ইফালে পুতলীয়ে কয় বাবুৰ বিশ্বাসঘাতকতাৰ প্ৰতি-শোধ লৈছে। কোনোতো নাই। পুতলীয়ে মোক তেওঁৰ কথা কৈছিল। আৰু বাবুৰ নামত কৈছিল, "শালা কুত্তা।" মাত্ৰ অকল মোকে নহয়, বাবুক মৰা কথাটো তেওঁ পণ্ডিত নেহৰুকো চিঠি লিখি জনাইছিল।

তাৰ পিছত পুনৰ আহিছে নিৰাশাৰ ভাৱ। আহিছে পাহাড়া সিং। জনাইছে প্ৰেম। কাঠৰ পুতলাৰ দৰে পুতলীয়ে তেওঁৰ সঙ্গ লৈছে। পাহাড়াই দিছে তেওঁক এটি ল'ৰা—সুৰেন্দ্ৰ। আজি সি ক'ত কোনে জানে? তাম্লো কিন্তু আছে। তাৰ পিছত এদিনাখন পুলিচৰ গুলীত পাহাড়াইও জীৱন দিছে। তাৰ পিছত এদিনাখন আহিছে কল্যাণসিং—কল্লা। পুতলীয়ে ভাবিবই পৰা নাছিল তেওঁ যে কেনেকৈ কল্লাক ভাল পাইছিল। সেই কল্লাই —যে লাখনৰ হুকুমত চুলতানক গুলী কৰিছিল। কিন্তু কল্লা এওঁলোকতকৈ কেনেকুৱা যেন বেলেগ। চুলতানৰ ছোৱালী তাম্লো আৰু পাহাড়াৰ লৰা সুৰেন্দ্ৰৰ দায়িত্ব তেওঁ নিজে লব খুজিছিল। তেওঁৰ বাহুতে পুতলীয়ে সেই শক্তি আৰু সেই উষ্ণতা পাইছিল। কল্লাৰ বলতে তেওঁ পাইছিল সকলোতকৈ বেচি সম্মান। তেওঁ-

আছিল কল্লাৰ স্ত্রী, নার্চ, তেওঁৰ সকলো। বহুত ভাবি চিন্তি এদিনাখন পুতলীয়ে পণ্ডিত নেহৰুলৈ চিঠি লিখিলে। নৱেম্বৰ ১৯৫৬ চনৰ কথা। নেহৰুৰ জন্মদিনত সেই চিঠি পুতলীয়ে পঠিয়াইছিল। লিখিছিল :—

"যদিও নাৰী হিচাবে ডকাইতৰ লগত হাবিয়ে-বননিয়ে আৰু বেহড়ত ঘূৰি ঘূৰি মই জীৱনত বহুত কষ্ট আৰু অবর্ণনীয় দুখ-সহ্য কৰিব লগা হৈছে, মোৰ ভয় হয় মোৰ জীৱনো শেষ হ'ব ডকাইতৰূপেই। এইয়াই মোৰ ভাগ্য-লেখা।"

প্ৰধানমন্ত্ৰীৰ ওচৰত দস্যুৰাণী পুতলীয়ে আবেদন জনাইছিল তেওঁক ক্ষমা কৰিবলৈ। বিচাৰিছিল সাধাৰণ জীৱন-যাপন কৰাৰ মাত্ৰ এটা সুবিধা।

পুতলীয়ে উত্তৰ পোৱা নাছিল। বহুদিন অপেক্ষা কৰিছে কিন্তু পোৱা নাই। এইয়া তেওঁৰ ভাগ্যৰে লিখন যে তেওঁৰ শেষো হয়তো হ'ব ডকাইতৰূপেই।

॥ দহ ॥

সেইদিনাখনো আচগৰীবাঈৰ ঘৰৰ পৰা মুৰ তলকৈ মনে মনে ওলাই আহিছিলোঁ। ঠিক সেইদৰেই, যি দৰে উদিতপুৰা গাওঁ এৰি আহিছিলোঁ। ৰুক্মিণীৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি। আচগৰীয়ে কোনো প্ৰশ্নই মোক কৰা নাছিল, কিন্তু মোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ হুক-হুকাই কান্দি পেলাইছিল। একো বুজিব নোৱাৰি তাইৰো দাদীৰ চকুপানী দেখি কান্দি পেলাইছিল। আৰু পুতলীৰ ভনীয়েক তাৰা? মনে মনে বহি আছিল। অতিকষ্টেৰে ওঠ দুটা চেপি ধৰি ইঙ্গিতেৰে মোক আঁতৰি আহিবলৈ কৈছিল। চকুৰ কোণত গভীৰ ক'লা দাগ। মাজে মাজে জ্বৰ উঠে। অলপ

অলপ কাহো আৰম্ভ হৈছে। তেওঁলোকে জানে তেওঁৰ কি হৈছে। মোক আগুৰাই দিবলৈ আহি কৈছিল, "ভালেই হৈছে : মই আৰু বেছিদিন জীয়াই নাথাকোঁ। এইবোৰ দৃশ্য মই বেছিদিন চাব নালাগে।"

আচগৰীক প্ৰশ্ন কৰিছিলোঁ, "পুতলী এতিয়া ক'ত আছে জানানে ?"

প্ৰশ্ন হঠাতে এনেয়ে কৰিছিলোঁ, কিন্তু এবাৰ কথা কৈতো ওলোতাই লব নোৱাৰি। কিছুসময় স্থিৰ দৃষ্টিৰে মোৰ ফালে চাই থাকি আচগৰীবাঈয়ে হুক্-হুকাই কান্দি পেলাইছিল।

"তাকেই যদি জানিলোঁহেতেন তেনেহলে কান্দি কান্দি চকু কণা কৰাৰ একো অৰ্থই নাছিল। আৰু যদি জানিলোঁহেতেন তাকে কৈ তাইৰ জানো সৰ্বনাশ মাতি আনিব পাৰোঁ ?"

"কিন্তু মোক বিশ্বাস কৰিলে একো ক্ষতি নহ'লহেঁতেন। তাৰোপৰি মই অলপ অলপ আন্দাজো কৰিছোঁ তেওঁ আজিকালি ক'ত আছে।"

আচগৰী পুনৰ ঠিক থাকিব নোৱাৰিলে। "যদি পাৰা মাত্ৰ এবাৰ মোক দূৰৈৰ পৰা দেখুৱাই দিয়া। হতভাগীক মাত্ৰ এবাৰ চাই লম। দূৰৈৰ পৰা তাইক তায়োক দেখুৱাম। তাইক মাত্ৰ ক'ম আৰু কিমান দিন এইক বুকুৰ মাজত বাখিম। মইতো নোৱাৰা হৈছোঁ।"

তাৰা বুদ্ধিমতী ছোৱালী। মাকক ভিতৰলৈ মাতি লৈ গৈছে। মুখত পানী ছটিয়াই প্ৰকৃতিস্থ হৈ পুনৰ ওলাই আহিছে। তায়োক ওচৰলৈ মাতি আনি টফিৰ বাকচ এটা দিছোঁ। হাঁহি হাঁহি তায়োই সুধিছে, মই পুনৰ কেতিয়া আহিম। কৈছিলোঁ অতি সোনকালে আহিম।

"বহোত জলদী ?" চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি সুধিছিল।

"হাঁ, বহোত জলদী।"

"ফিৰ মিঠাই লাওগে ?"

"যব যব আউঙ্গা মিঠাই লাউঙ্গা।"

"হামেচা ?"

"হাঁ, হামেচা।"

আনন্দতে তাম্নো হাঁহিত উৎফুল্ল হৈ পৰিছিল। তাৰ পিছত তাম্নো আৰু আচগৰীক বহুৱাই লৈ ফটো তুলিছিলোঁ। যোৱাৰ আগতে আচগৰীয়ে মোক একাষৰীয়াকৈ মাতি নি কৈছিল, "মোক এখন পুতলীৰ ফোটো দিয়া। মই কাকো নকওঁ। বাকচৰ এটা কোণত থৈ দিম। মাত্র মাজে মাজে চাম। কোনোৱে ক'বও নোৱাৰিব। আল্লাই তোমাৰ মঙ্গল কৰিব।"

সেইদিনাখন আচগৰীক ফটো দিয়া নাছিলোঁ বা দিব পৰা নাছিলোঁ, কিন্তু প্ৰতিজ্ঞা কৰিছিলোঁ বহোত জলদী তেওঁক ফটো পঠাই দিম। তাম্নোকো কৈছিলোঁ বহোত জলদী তাইৰ কাৰণে মিঠাই লৈ আহিম। কিন্তু সেই 'জলদী' যে ইমান 'জলদী' হ'ব সেইয়াতো জনা নাছিলোঁ।

পুতলী কল্লাৰ লগত মিলি গ'ল। এটাৰ পিছত এটা অপৰাধ। কিন্তু কল্লাৰ ওচৰলৈ শেষবাৰৰ কাৰণে যোৱাৰ আগতে ৰূপাৰ ওচৰলৈ গ'ল। চুলতানৰ বন্ধু আছিল ৰূপা; চুলতানক সম্মান কৰিছিল। কিন্তু ৰূপা ৰাজী নহ'ল। এনেয়ে ব্ৰাহ্মণ, তাৰ ওপৰত কোনো ছোৱালীকে নিজৰ দলত লবলৈ ৰূপাই ইচ্ছা নকৰিলে। তথাপিও পুতলী কেইমাহমান ৰৈ গ'ল। ৰূপাৰ দলত দলাদলি আৰম্ভ হ'ল। লুক্কাই ৰূপাক দলৰ মনোভাব জনালে। ছোৱালীজনীৰ ভাগ্যই বেয়া। যি দলৰ লগতে আছে সেই দলৰ চৰ্দাৰেই পুলিচৰ গুলীত মৰিছে। জ্যোতিষবিদ্যাত পাৰদৰ্শী ৰূপাই এই ভয়ানক সঙ্কেত অগ্ৰাহ্য কৰিব নোৱাৰিলে। পুতলীয়ে সকলো শুনিলে। এদিনাখন ৰাতিৰ অন্ধকাৰত পুনৰ 'বেহড়'ত

মিলি গ'ল। সেই কাৰণে যেতিয়া ৰূপা মৰিছিল, আচগৰীবাঈয়ে বোধহয় সেইদিনাখনও অলপ কান্দিছিল। হাজাৰ হলেও কিছুদিনৰ কাৰণে পুতলী ৰূপাৰ লগত আছিল।

পুতলী কল্লাৰ ওচৰলৈ উভতি গ'ল। কিন্তু কল্লাই এটাও প্ৰশ্ন কৰা নাছিল কিয় বা ক'লৈ তেওঁ গৈছিল। কোনো সন্দেহ মনত ওপজা নাছিল। সেইভাবেই বুকুৰ ওচৰলৈ টানি নিছিল। চুলতানতকৈও নিবিড় আলিঙ্গন। পুতলীয়েও নিজকে কল্লাৰ লগত মিলাই দিলে। দুখ নহয়, অনুশোচনাও নহয়, আনন্দত। এনেকুৱা আনন্দ জীৱনত তেওঁ কেতিয়াও পোৱা নাছিল।

কিছুদিন পিছতে নতুন ডকাইতদলৰ আবিৰ্ভাব হ'ল। কল্লা-পুতলীৰ দল। কল্লাৰ দললৈ আহি পুতলীয়ে সমান অধিকাৰ পালে। ডকাইতি কৰিবলৈ গৈ দলৰ মানুহবোৰে উল্লাসতে চিঞৰিছিল—"পুতলী কি জয়!" খিলখিলাই পুতলীয়ে হাঁহি কল্লাৰ বুকুত ঢলি পৰিছিল। ডকাইতিৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ইন্সপেক্টৰ জেনাৰেল চাহাবৰ অফিচত 'গ্ৰাফ' ওপৰলৈ উঠিব ধৰিলে। কল্লা-পুতলীৰ দল পুলিচৰ কবলৰ বাহিৰত। ডকাইতিৰ পিছত ডকাইতি হয়। হত্যালীলা অবিৰাম চলিছে, কিন্তু এওঁলোকে এন্‌কাউণ্টাৰৰ সুযোগ নিদিয়ে। বৰ বৰ বিষয়াসকল চিন্তিত হৈ পৰিল। হুকুম হ'ল, যি দৰে পাঁৰা দলৰ লগত এন্‌কাউণ্টাৰ কৰা। বাতৰি আছে, পুতলী এইখন গাৱঁলৈ আহিছে। পুলিচে খেদি যায়, কিন্তু ক'তা? ক'তে বা পাব পুতলীক? সেই গাৱঁতে হয়তো পুতলীয়ে মূৰত এহাত দীঘল ওৰণী লৈ পাচলি কুটি আছে।

কিন্তু এদিনাখন গোৰমী গাৱঁৰ ওচৰৰ 'বেহড়'ত এন্‌কাউণ্টাৰ হ'ল। সকলোৰ সন্মুখত থিয় হৈ পুতলীয়ে গুলী এৰি আছে। দূৰৈৰ পৰা পুলিচে দেখিছে দস্যুৰাণী পুতলীক—এক হাতেৰে কোলাত এটি শিশু, আনখন হাতত ৰাইফল। পাহাড়াৰ ল'ৰা সুৰেন্দ্ৰ। আজি ক'ত সি, কোনোৱে নাজানে। জানিলেও কোনোৱেও

নকয়। আচগৰীয়ে তাৰ কাৰণেও কান্দে। মোক কৈছিল "মুঝে ঢুড় দেও কাহাঁ হ্যায় ওহ্ বাচ্ছা।" ক'ৰ পৰা সুৰেন্দ্ৰক বিচাৰি আনি দিম, আচগৰীয়ে নুবুজে।

গোৰমী গাওঁৰ 'বেহড়'ত তেতিয়াও পুতলীৰ ৰাইফলৰ গুলীৰ শব্দৰ প্ৰতিধ্বনি আছে। হঠাতে তীক্ষ্ণ চিঞৰ শুনি কল্লাই উভতি চালে। পুতলীৰ হাতৰ পৰা সুৰেন্দ্ৰ পৰি গ'ল; বাওঁহাতখন চেপি ধৰি পুতলী পলাব ধৰিলে। চাব-ইন্সপেক্টৰ ভাজেকাৰৰ অব্যৰ্থ নিচান। বাওঁহাতৰ হাড়ৰ মাজেদি গুলী পাৰ হৈ গৈছে। কল্লাই পুতলীক কান্ধত তুলি লৈছে। চাৰি মাইল ধৰি তেওঁক দাঙি লৈ পলাইছে, গিৰিপথৰ ওপৰত ৰঙা তেজ। পিছদিনাখন পুলিচে তেজৰ দাগ চাই চাই বিচাৰি গৈছিল; কিন্তু এজনকো নাপালে। গোটেই ৰাতি ওচৰৰ এখন গাওঁত পুতলী অজ্ঞান হৈ পৰি আছিল। পুলিচৰ ভয়ত যন্ত্ৰণাত চিঞৰিবও পৰা নাছিল।

তাৰ পিছত দুইমাহ পুতলীৰ কোনো খবৰ নাই। পুলিচে স্বস্তিৰ নিশ্বাস পেলাইছিল। কিন্তু বেছিদিন বিশ্ৰাম কৰিব নালাগিল। এদিনাখন খিতোলী গাওঁৰ পৰা খবৰ আহিল। তাতে কল্লাৰ দলৰ আবিৰ্ভাৱ হৈছে। চাৰিটা প্লেটুনৰ দ্বাৰা গাওঁ আবৰি পেলোৱা হ'ল। চাব-ইন্সপেক্টৰ ভাজেকাৰে প্ৰত্যেকটো ঘৰ চাৰ্চ কৰিব ধৰিলে। দুটাতকৈ বেছি ঘৰ তেওঁ চাৰ্চ কৰিব লগা নহ'ল। তৃতীয় ঘৰৰ বাৰান্দাত ভৰি দিয়াৰ লগে লগে এটা ৰাইফলৰ গুলী খিৰিকীৰে আহি তেওঁৰ বুকুত লাগিলহি। উঠিবৰ সময় নাপালে। মৰাৰ আগতে তেওঁ মাত্ৰ কৈ গৈছিল তেওঁক পুতলীয়ে মাৰিছে। ইয়াকো কৈছিল, পুতলীৰ বাওঁহাতখন কটা। তেওঁ সেই কটা হাতৰ ওপৰত ৰাইফল থৈ গুলী চলাইছিল। বহুতেই ভাজেকাৰৰ কথা বিশ্বাস কৰা নাছিল। পিছত কিন্তু সঁচাই তেওঁলোকৰ ভুল ভাঙিছিল। কানাইপুৰাত পুনৰ যেতিয়া কিছুদিন পিছত এন্-কাউণ্টাৰ হ'ল, কল্লা-পুতলীৰ দলে মাত্ৰ থাকিবলৈ বহিছিল। পলোৱাৰ

সময়ত প্রাণপাতৰ ওপৰত নোখোৱা কটি আৰু তৰকাৰী পেলাই গৈছিল। আৰু পোৱা গৈছিল পুতলীৰ লিপষ্টিক্।

কোনোৱে গম পোৱা নাছিল কেতিয়া পুতলী গোৱালিয়ৰ নাইবা লক্ষ্ণৌলৈ গৈ এজন বিখ্যাত ডাক্তৰৰ ওচৰত নিজৰ হাতখন কাটি আনিছিল। ডাক্তৰৰ পাৰিশ্রমিক দিছিল বাইশ হাজাৰ টকা। হাত কটাৰ পিছত পুতলী আগতকৈও নির্মম আৰু নিষ্ঠুৰ হৈ উঠিছিল। হত্যা আৰু ডকাইতিৰ সংখ্যা বাঢ়ি গৈয়ে আছে। ১৯৫৭ চনৰ ডিচেম্বৰ মাহত দুদিনৰ ডকাইতিত পুতলীয়ে ৭৫০০০৲ টকা লুট কৰিছিল। ভিণ্ড, মোৰেণা, শিৱপুৰী, গোৱালিয়ৰ, এই চাৰিখন জিলাত কল্লা-পুতলীৰ দল আতঙ্ক হৈ উঠিছিল—একালে কল্লা-পুতলী আৰু আনকালে লাখনসিং। ঠিক হ'ল, আগতে লাখনসিঙক শেষ কৰা যাওক, তাৰ পিছত দেখা যাব কল্লা-পুতলীক।

২৩ জানুৱাৰী, ১৯৫৮ চন। মোৰেণালৈ খবৰ আহিছিল, লাখনসিং কোঁথাড় গাঁৱলৈ খুন কৰাৰ কাৰণে আহিছে। কোঁথাড় গাঁৱলৈ পুলিচ ফৰ্চ পঠোৱা হ'ল আৰু লাখনসিঙৰ সকলো পলোৱা পথ বন্ধ কৰি পেলোৱা হ'ল। ওচৰতেই কুঁৱাৰী নদী। কুঁৱাৰীৰ আনটো পাৰতে ৰখা হ'ল এটা প্লেটুন। 'আড়োখী' বেহড়ৰ ওচৰত আন এটা দল ৰ'ল। চেউনিয়া, লেপা, চান-গোলী, সকলো গাঁৱৰেই চাৰিওকালে পুলিচ। তৰচুমা গাওঁ, তাৰ পিছতে বুত মাহৰ খেতি। আৰু অলপ দূৰৈত 'বেহড়' আৰু তাৰ পিছতেই কুঁৱাৰী নদী। একোটা মিনিট সময় এনে লাগে যেন এক এক যুগহে। প্রতীক্ষা কৰিচে পুলিচৰ দলে। তেতিয়াহে চম্বলৰ সকলোতকৈ ডাঙৰ অভিশাপ মচি পেলাব পাৰিব। আশঙ্কাত, আশাত আৰু উত্তেজনাত সকলো অধীৰ হৈ উঠিল।

উত্তৰৰ হাবিৰ ওচৰতে হঠাতে দেখা গ'ল আঠ-নহজন মানুহক। মুহূর্ততে চাৰিওফালৰ পৰা পুলিচ ফোর্চ অগ্রসৰ হ'ল। কিন্তু এয়া কি? কাৰ ইমান সাহস যে পুলিচৰ এনেকুৱা বিৰাট দলৰ ওপৰত

প্ৰথমে গুলী এৰে ? এইয়াতো লাখনসিং নহয়। তেনেহলে কোন ? সেইয়া দূৰৈত থিয় হৈ অকলে ৰাইফল চলাইছে। কমাণ্ডাৰ কৈলাস-সিঙে চিপাহীৰ চিঞৰ শুনিবলৈ পালে, "হুজুৰ, পুতলীবাঈ।" পুতলী-বাঈ ? কৈলাসসিং উত্তেজনাত কঁপি উঠিল। এয়া কি হ'ল ? লাখনৰ কাৰণে পতা জালত ধৰা দিছে দস্যুৰাণী পুতলী। মুহূৰ্ত্ততে আক্ৰমণ আৰম্ভ হ'ল। কল্লাই দেখিলে বিপদ। ছত্ৰভংগ দলক ভাগ কৰি পেলালে। পুতলীৰ লগত থাকিল দহজন আৰু তেওঁ ললে মাত্ৰ পাঁচজনক। জীৱনৰ সকলোতকৈ ডাঙৰ বিপদৰ সন্মুখত থিয় হৈও কল্লাই প্ৰথমে পুতলীক বচোৱাৰ কথাকে ভাবিছে। কিন্তু ইমানবোৰ পুলিচৰ আগত্তে তেওঁলোকে কি কৰিব পাৰিব ? "ভাগো পুতলী, ভাগো।" কল্লাই সকলোকে পলাবলৈ ক'লে। কিন্তু পলাব ক'লৈ ? চাৰিওফালৰ পৰা জাকে জাকে গুলী আহি আছে। এক এক গজকৈ পুতলী পলাবলৈ ধৰিলে। পিছলৈ উভতি চায় আৰু ৰাইফল চলায়। পলায় আৰু ৰাইফল চলায়। সন্মুখতে বুতমাহ খেতি। খেতিৰ মাজেদিয়ে পুতলীয়ে দলবল লৈ পলাল। যেই কোনো এটা 'কভাৰ' লাগে। কিন্তু ক'ত 'কভাৰ' ? খেতিৰ মাজত ভঙা দেৱাল, সেয়াও পুলিচৰ হাতত। পুতলী পাগলৰ দৰে 'বেহড়'ৰ ফালে পলাল। পিছলৈ এবাৰ উভতি চালে। খেতি তেজেৰে ভঁাহি গৈছে। তেওঁৰ দলৰ নজনৰ তেজ। মৃত্যু-যন্ত্ৰণাত সিহঁতে চিঞৰিছে। পুলিচে খেদি আহিছে। ওচৰলৈ, আৰু ওচৰলৈ। পুতলী সন্মুখৰ ফালে যাবলৈ ধৰিলে। হাতবাউল দি তেওঁক 'বেহড়ে' মাতিছে। শুনিবলৈ পাইছে—সৰ্বনাশা কুঁৱাৰীৰ আহ্বান। আৰু অলপ। আৰু অলপ আগুৱাই গলে তেওঁৰ সকলো বিপদ আঁতৰি যাব। এক জাপ কুঁৱাৰীত, বচ, তাৰ পিছত সিপাৰ। আৰু কল্লাও বোধহয় পলাই আহিব পাৰিব। পুতলী বেহড়ৰ ওপৰত থিয় হ'ল। তলত, প্ৰায় এশ ফুট তলত কুঁৱাৰী বৈ গৈছে। পুতলীয়ে এক মুহূৰ্ত্ত ভাবিলে। তাৰ পিছত দিলে জাপ। বেড়িয়া পুলিচৰ দল

বেহড়ৰ পাৰ পাইছেহি পুতলী তেতিয়া মাজ-পানীত। উশাহ্ শেষ হৈ আহিছে, তথাপিও সাঁতুৰিয়ে আছে। সিপাৰ বা কিমান দূৰ? সেয়াতো দেখা গৈছে বালিবোৰ চিকচিকাই আছে। কিন্তু এইয়া কি? মূৰটো ঘূৰিছে কিয়? শৰীৰ ইমান গধুৰ লাগিছে কেলৈ? এক হাতেৰে পুতলীয়ে পুনৰ সাঁতুৰিব নোৱাৰে। লাহে লাহে এখন হাতেৰেই সোলোকাই পেলালে ফুলপেন্ট আৰু জ্যাকেট, পুনৰ নতুন উদ্যমৰে সাঁতুৰিব ধৰিলে। আৰু মাত্ৰ দহ গজ। মাত্ৰ পাঁচ গজ। কিছুদূৰ পানীত বুৰ দি পুতলী আগুৱাই গ'ল। 'বেহড়'ৰ বুকু কালি কুঁৱাৰীৰ শান্ত চৌৰ ওপৰেদি মাত্ৰ এটা শব্দ ভাঁহি আহিল—"সুই—"। পুতলীয়ে চকুৰে অন্ধকাৰ দেখিলে। বুকুৰ ভিতৰেদি কিবা এটা যেন পাৰ হৈ গ'ল। বুকুৰ ওচৰৰ কুঁৱাৰীৰ পানীখিনি বঙা হৈ পৰিল। কুঁৱাৰীৰ পাৰ বহুত দূৰলৈ আঁতৰি গ'ল। পুতলীৰ সমুখত লকলো-বোৰ ঘূৰিবলৈ ধৰিলে। পঁচিশ ত্ৰিশটা মৃতদেহ তেওঁৰ সমুখত। কাণৰ ওচৰত কোনোবাই অট্টহাস্য কৰি উঠিল। আৰু চিনাকি-অচিনাকি মুখবোৰ তেওঁৰ চকুৰ আগত ঘূৰিবলৈ ধৰিলে—চুলতান, বাবু লোহাৰী, ৰূপা, কল্লা, আচগৰীবাঈ, তাৰা, তাস্নো, সুৰেন্দ্ৰ, চাব-ইন্সপেক্টৰ ভাৰ্জেকাৰ আৰু বহুতো।

পানীৰ মাজতে পুতলী শুই পৰিল। পুনৰ আৰু উঠে। কেইখনমান সবল বাহুৱে তেওঁক পানীৰ পৰা টানি তুলিছে। ক'তা, এইয়াতো চুলতান আৰু কল্লাৰ সবল বাহু নহয়? তেনেহলে পুলিচ? তেনেহলে পুলিচে এই পাৰতো আছিল! তেওঁৰ মৃত্যু যে কুঁৱাৰীৰ পাৰত তেওঁৰ কাৰণে অপেক্ষা কৰি আছিল সেইয়া তো পুতলীয়ে জনা নাছিল। বুকুৰ ওচৰখিনি খুব বিষাইছে। পানীখিনি বঙা হৈ উঠিছে। তেতিয়ালৈ 'বেহড়'ৰ বুকুত অন্ধকাৰ নামি আহিছে।

আচগৰীবাঈ আৰু তাস্নোক কথা দি আহিছিলোঁ 'বহোত জলদী' আহিম বুলি। আচগৰীক কথাও দিছিলোঁ পুতলীৰ ফটো এখন দিম বুলি। সাক্ষদিনও বোধহয় নহ'ল, নিজেই পুনৰ সোৱোঁ চম্বল্লা

পৰোঁ। পুতলীক চাবলৈ গোটেই চহৰখন যেন উজাৰ হৈ আহিছে। সেই হাজাৰ হাজাৰ কৌতূহলী জনতাৰ ভীৰৰ একেকোণত মইও থিয় হৈ আছিলোঁ। জনতাৰ গোলমালৰ মাজৰ পৰা এটি তীক্ষ্ণ চিঞৰ ভাঁহি আহিছিল। জানিছিলোঁ পুতলীক চাবলৈ তেওঁৰ মাক আচগৰী, তেওঁৰ ভনীয়েক তাৰা আৰু ছোৱালী তান্নো দৌৰি আহিছে। মনে মনে এটা কোণলৈ আঁতৰি আহিছিলোঁ। পকেটত থকা পুতলীৰ ফটোখন হাতেৰে চেপি ধৰিছিলোঁ। হাতত থকা টফিৰ বাকচটো সযত্নে লুকুৱাই থলোঁ। মোৰেণাৰ পৰা মনে মনে গুচি যাম নেকি? কিদৰে আচগৰীক তেওঁৰ নয়নৰ পুতলীৰ এই বীভৎস ফটো দিম? বহুত সময় অন্যমনস্ক হৈ আছিলোঁ, কেতিয়া যে তান্নো আহি ওচৰতে থিয় হৈছিল কবই নোৱাৰোঁ। ভিভিৰ স্বৰ নিজৰ ওচৰতে অদ্ভুত শুনা গ'ল যেতিয়া বুৰ্বকৰ দৰে তান্নোক সুধিছিলোঁ, "মিঠাই লেওগী তান্নো?"

তান্নোই চিঞৰি কান্দি উঠিল, "নহী, আজ ম্যায় কুছ নহী খাউঙ্গী।" ভীড় ঠেলি পাগলীৰ দৰে আচগৰীবাঈ দৌৰি আহি পুলিচ চুপাৰিণ্টেণ্ডেণ্ট কদম চাহাবৰ ভৰিত আচাৰ খাই পৰিলহি, "মুঝে কুছ নহী চাহিয়ে। মুঝে মেৰী পুতলী কো দে দো চাহাব।" অন্ত একোৱে নালাগে মাত্ৰ পুতলীক ওভোতাই লাগে। কদম চাহাবে ওপৰৱালাৰ হুকুম জনালে—পুতলীৰ মৃতদেহ আত্মীয়-পৰিয়ালক দিয়া নহয়। বাউচি মাৰি কান্দি উঠিল আচগৰী, যেতিয়া পুতলী আৰু নজন ডকাইতৰ মৃতদেহ নিৰ্মমভাবে পুলিচৰ লৰীত তুলি কোনো অজ্ঞাত ঠাইলৈ লৈ যোৱা হ'ল। দস্যুৰাণী পুতলী শেষ হ'ল। কোনোৱে গান নাগালে। কোনো ঘুঙুৰা ক'তো নাবাজিল। কোনোৱে কোনো সাৰেঙ্গীত তান নিদিলে আৰু কোনো তবলাতে নপৰিল তাল।

সেইদিনাৰপৰা গধূলি যেতিয়া লাহে লাহে ধীৰ পদক্ষেপে আচগৰী-বাঈৰ ঘৰলৈ আগবাঢ়িছিলোঁ, যোৱোঁ চহৰৰ সেই কুখ্যাত গলি

অন্ধকাৰ হৈ আছিল। পুতলীক সম্মান দিছিল তেওঁৰ নিজৰ মানুহ-বোৰে। তেওঁৰ কাৰণে কান্দিছিল মোতিবাঈ, মল্লিকা, ফুলবাঈ আৰু বহুতে। তেওঁৰ সম্মানত আজি ঘৰত কোনোৱে চাকি জ্বলোৱা নাই। তবলা, চাৰেঙ্গী, ঘুঙুৰা একাষত আঁতৰাই থোৱা হৈছে। ম্লান মুখে ওভোতাই পঠিয়াইছে নামজনা, নজনা বহুতো গ্ৰাহকক। তেওঁলোকৰ এজনেইতো আছিল পুতলী। তেওঁৰ কাৰণে তেওঁলোকে জানো এইখিনিও নকৰিব ?

যেতিয়া আচগৰীৰ ঘৰৰ সমুখ পাইছোঁহি, তেওঁ তেতিয়াও কান্দি আছিল। কান্দি কান্দি চকু মুখ ফুলাই পেলাইছিল। "ফোটো লায়ে মেৰে লিয়ে ?" আচগৰীয়ে সুধিছিল। সেইদিনাখন কোনো কথা ক'ব পৰা নাছিলোঁ। নীৰৱে পকেটৰ পৰা ফটোখন অন্ধকাৰতে আচগৰীৰ হাতত দি আৰু টকিৰ বাকচটো খাটৰ এটা কোণত থৈ মোৰেণা চহৰ এৰি থৈ আহিছিলোঁ। তাৰ পিছত মোৰেণালৈ বহুতদিন যোৱা নাই। ভয় হৈছিল যদি আচগৰীয়ে সেই ফটোখন মোক দেখুৱাই সুধিলে হয়, "তোমাৰ পৰা এই ফটো বিচাৰিছিলোঁ ?" তেতিয়া কি উত্তৰ দিলোঁহেতেন। ভাবিছিলোঁ, এদিন আচগৰী, তাৰা আৰু তাৱোই মোক পাহৰি যাব আৰু মইও তেওঁলোকক পাহৰি যাম। তেওঁলোকে মোক পাহৰা নাই। মোৰ ভুল ভাঙিল সেইদিনাখন, যেতিয়া কামৰ তাগিদাত মই পুনৰ মোৰেণা চহৰলৈ যাব লগা হৈছিল। সেইদিনাখন ( ১৫ মে, ১৯৬০ ) গধুলিপৰত পুনৰ মোৰেণা চহৰৰ সেই কুখ্যাত গলিৰ শেষপ্ৰান্তত থকা আচগৰীবাঈৰ ঘৰৰ সন্মুখত ঠিয় হলোঁগৈ।

"কৌন হ্যায় ?" হাতত লেম্প লৈ বৃদ্ধা আচগৰী ওলাই আহিল। এই ছবছৰৰ ভিতৰতে বহুত সলনি হৈ গৈছে। চকুৰ জ্যোতি হৈছে ক্ষীণ, চুলিবোৰ গৈছে পকি। দাৰিদ্ৰ্য আৰু শোকৰ ছায়াই গোটেই দেহতে বিদ্যমান। ভাবিছিলোঁ আচগৰীয়ে চিনি নাপাব। লেম্পটো মুখৰ ওচৰলৈ আনি চিঞৰি উঠিল, "আৰে

চাহাব আপ? আইয়ে আইয়ে।" ভিতৰলৈ গৈ থাকোঁতে বহুদিনৰ পুৰণি এটি 'শেৰ' আচগৰীৰ মনত পৰে। আপোন মনেই আওৰায়:

"ৰহ আয়ে ঘৰমে হামাৰে
খুদা কি কুদৰত হ্যায়
কভী উনকো কভী আপনে
ঘৰ কো দেখতে হ্যায়।"

"আৰে ভাগ্নো, আৰে তাৰা, দেখতো কোন্ আয়ে হ্যাঁয়।" চিঞৰি চিঞৰি সকলোকে মাতে। টোপনিৰ পৰা ভাগ্নো উঠি আহিল। বহুত ডাঙৰ হৈছে। আগতে চকুতো অলপ কেৰা আছিল, এতিয়া আকৌ সাধাৰণ অৱস্থালৈ আহিছে। মিচিকাই হাঁহে ভাগ্নোই।

"কুঁ্য, পহছানা মুঝে?" ভাগ্নোক সোধো, মোক চিনিব পাৰিছে নে নাই? কিছুসময় মোলৈ চাই ৰ'ল, তাৰ পিছত হঠাতে মোৰ হাতৰ টফিৰ বাকচত চকু পৰাত চিঞৰি উঠে, "মিঠাইৱালে চাহাব।" স্কুলত পঢ়ে ভাগ্নো। মাকৰ নাম সুধিলেই কয়, "পুতলীবাঈ"। মোৰ হাত এখনত ধৰি ভাগ্নোই আন এটা কোঠালৈ লৈ গ'ল। দেৱালত সৰু এটা খাপ। ৰঙা ভেলভেটৰ পৰ্দাৰে ঢকা। পৰ্দাখন আঁতৰাই দি ভাগ্নো একাষত ঠিয় হ'লগৈ। চমকি উঠিলোঁ। খুপৰীৰ মাজত থোৱা আছে মই দিয়া পুতলীৰ সেই মৃতদেহৰ ফটো। সন্মুখত জ্বলি আছে প্ৰদীপ আৰু ধূপ। ফটোত ওলোমাই মালা আৰু ওচৰতে আছে ৰামায়ণ। বেছি সময় ঘৰৰ ভিতৰত ৰ'ব নোৱাৰিলোঁ। পৰ্দাখন টানি দিয়াৰ আগতে ভাগ্নোই মাকৰ ছবিখনক প্ৰণাম কৰিলে। উভতি আহোঁতে আচগৰীয়ে ক'লে, দুইবেলাই পূজা কৰে মাকৰ ছবিখনক ভাগ্নোই।

"কিন্তু ৰামায়ণ কিয়? তোমালোকতো মুছলমান?" কথা এৰাই যাবলৈ হাঁহি হাঁহিয়ে সুধিছিলোঁ।

"আৰে আমি আকৌ কিহৰ মুছলমান? মোৰ 'ও' আছিল

মুছলমান। সেইয়াতো প্ৰায় কুৰি বছৰ আগৰ কথা। আৰু কি আছে কোৱাঁ? আমাৰ জাত, আমাৰ আকৌ ধৰ্ম কিহৰ?" বুঢ়া আচগৰী হাঁহি উঠে।

"চেলাম চাহাব।" খুক্ খুক্ কৰি কাঁহি কাঁহি তাবা ওলাই আহিল। আৰু বেয়া হৈছে চেহেৰা। জোৰকৈ হাঁহি টানি আনি কয়, "কৈচী হ্যাঁয় আপ?"

"শুকৰিয়া, কৈচী হো তাবা?" সুধিলোঁ।

"ব্যচ, থোড়েই দিনকে মেহমান", হাঁহি কান্দোনৰ সুৰেৰে তাবাই ক'লে। আৰু কিছুদিনলৈ জীয়াই আছোঁ আৰু কি? আচগৰীয়েও কান্দি উঠে। এনেতে পুতলীৰ ভায়েক আল্লাদিয়াও আহি পালে। দস্যুৰাণী পুতলীৰ ভায়েক আল্লাদিয়াই মোৰেণা চহৰত আজি মজতুৰী কাম কৰে। যিখিনি উপাৰ্জন হয় তাৰেই আচগৰীক সহায় কৰে। আৰু যদি বিয়া-বাৰুত কেতিয়াবা বায়না পায়, তেতিয়া হলে গান গাই কিছু উপাৰ্জন কৰে। ভাবিছিল কোনোদিনাখনেই তেওঁ মাকৰ 'পেশা' নলয়। কিন্তু সংসাৰ চলে কেনেকৈ? আৰু সংসাৰ বুলিতো এই তাল্লোই। তেওঁৰ নিজৰ আৰু আচগৰীৰ দিনতো প্ৰায় শেষ হৈ আহিছে। যদি এই ছোৱালীজনী মানুহ হৈ উঠে, তেতিয়া হলে সকলো কষ্ট, সকলো দুখ সাৰ্থক হ'ব।

আচগৰীৰ সোঁতোৰা সোঁতোৰ পৰা গালেদি চকুপানী বৰলৈ ধৰিলে। তেওঁক একোকে নালাগে। "মই এই সৰু ছোৱালীজনীৰ কাৰণে সকলো কৰিবলৈ ৰাজী আছোঁ। মই দিল্লীলৈ যাম। মই মূৰ আফলিয়াই মৰিম। সকলোকে ক'ম এই ছোৱালীজনীৰ লেখাপঢ়াৰ বন্দোবস্ত কৰি দিয়ে যেন। কিমান কিয়েই হৈছে, মাত্ৰ এই সৰু ছোৱালীজনীৰ কাৰণে জানো লিখা-পঢ়াৰ ব্যৱস্থা

নইঁখনে ?" একে উশাহতে আচগৰীয়ে কথাবোৰ কৈ যায়। তাৰ পিছতে আচগৰীয়ে মোক সেই প্ৰশ্ন কৰিছিল। সেই সনাতন প্ৰশ্ন, যি প্ৰশ্ন উদিতপুৰা গাৱঁত মানসিঙৰ স্ত্ৰী কল্মিণীয়ে কৰিছিল। "ইচ্ বাচ্চেকা ক্যায়া কচুৰ ?" মই মনে মনে আছিলোঁ। কাৰণ ইয়াৰ উত্তৰ মোৰ ওচৰত নাই। অজানা আশঙ্কাত আচগৰীৰ বুকু কঁপি উঠে। তায়োক শুৱাই থওঁতে সাবটি ধৰি কয়, "যদি এই বাচ্ছাটোও……?" আচগৰীয়ে পুনৰ ক'ব নোৱাৰিলে। নিজৰ মুখ নিজেই চেপি ধৰে। "আগৰ ইচকা খুন ভী খোল গয়া চাহাব, মেৰা তো পায়েৰ কে নিচেচে ভথতা নিকল জায়গা।" যদি এই ছোৱালীটিৰ তেজো নাচি উঠে ? যদি 'বেহড়'ৰ হাতবাউলে এইকো মাস্তি লৈ যায়, তেনেহলে বৃদ্ধা আচগৰীৰ থাকিবলৈ ঠাই নোহোৱা হ'ব ; ভৰিৰ তলৰ মাটি আঁতৰি যাব।

সেইদিনাখন আচগৰী আৰু তাৰাৰ ওচৰৰ পৰা মিছা সান্ত্বনা দি আঁতৰি আহিছিলোঁ। মোৰ সান্ত্বনাৰ কোনো দাম নাই সেইয়া মই জানো। কাৰ ওচৰলৈয়ে বা যাম আচগৰী আৰু তায়োৰ কাৰণে ? কোনে শুনিব তেওঁৰ কথা ? কিমান দৰখাস্ত, কিমান আৰ্জিয়েতো তেওঁ দিলে। ক'তা, কিবা জানো হ'ল ? এতিয়াও যে সকলোৱে কথাই কথাই কয়, "ওহ্ জো বহী হ্যায় ডাকু পুতলী কি লড়কী আৰ মা।" সেইকাৰণে যিদিনাখন বিনোৱা ভাবে মোৰেণালৈ আহিছিল সেইদিনাখন আচগৰী তেওঁৰ ওচৰলৈ যোৱা নাছিল। "কিয়ে বা হ'ব গৈ ?" আচগৰীয়ে মোক কৈছিল। "তথাপিও এবাৰতো যোৱাগৈ।" বুজাবৰ চেষ্টা কৰিছিলোঁ। কিন্তু তথাপিও আচগৰী যোৱা নাছিল। "কোন ক্যায়া দেগা মুঝ বদনচীৰ কো। জো হোগা আল্লা কি মৰ্জি।" আল্লাৰ মৰ্জিৰ ওপৰত আচগৰীয়ে সকলো এৰি দিছে। কোনো কি দিব তেওঁৰ নিচিনা অভাগিনীক ?

এদিনাখন হয়তো বহুতেই পুতলীক পাহৰি যাব, কিন্তু আজিৰ পৰা বহুত বছৰ পিছতো চম্বল নদীৰ ওচৰ-পাজৰ গাৱঁলৈ গলে শুনা

যাৰ পুতলী-চুলতানৰ নামৰ 'আল্হা' গাব। আৰু চিৰকাল হয়তো চৰকাৰী নথিপত্ৰত এই কেইটা কথা থাকিব—

"In the villages of Central India, people will sing folk songs for years about the exploits of a willowy dancing girl woh became a dacoit and terrorised the countryside with murder and robbery. Death has wiped out our scores against her. Her cruelty and her ruthlessness will be forgotten, but what will be remembered is the fearless courage of this woman, who endowed much and suffered much, but lived her own life as the gang leader of a desperate band of outlaws.

....This brave but misguided woman lived her life without regret. Dancing girl, dacoit and nurse, she had drunk life to the obeys within the sort period of 29 years"............

আৰু কল্লা? সেইদিনাখন 'আড্ডোণী' যেহেতু ওচৰৰ পৰা পুতলীক এৰি থৈ পলাব খোজা নাছিল, কিন্তু আটাইবোৰ মৰি কি লাভ হ'ব? দহজনতো গলেই। আৰু তেওঁতো ভবিত গুলী লাগি লেকেচিয়াই লেকেচিয়াই মাত্ৰ পাঁচজন মানুহক লৈ পলাব পাৰিছিল। পুতলী মৰি তেওঁৰ সকলো শেষ কৰি দি গ'ল। তেওঁৰ দল ভাঙি গ'ল আৰু লগতে তেওঁৰ হৃদয় ভাঙি থৈ গ'ল। কিন্তু মাত্ৰ ছমাহ। তাৰ পিছতে পুনৰ কল্লাই মূৰ দাঙি উঠিল।

## ॥ এপাৰ ॥

বাহিৰত ঝিৰ-ঝিৰকৈ বৰষুণ পৰিছে। তাওবা চহৰত কংগ্ৰেছ কমিটিৰ মিটিং বহিছে। স্বৰাষ্ট্ৰমন্ত্ৰী নৰসিং ৰাও দীক্ষিতে বহুত হাত-চাপৰি আৰু প্ৰশংসা পাইছে। মানসিংক-বাহিনী তেওঁৰ প্ৰতিজ্ঞা ৰাখিছিল আৰু চৰকাৰৰ মান ৰখাইছিল। দীক্ষিতজীৰ বক্তৃতা

দিবলৈ উঠিল। পাঁচ মিনিট জোৱা হোৱা নাই, হঠাতে কোনোবাই এখন টেলিগ্ৰাম আনি তেওঁৰ হাতত দিলেহি। বক্তৃতা এৰি টেলিগ্ৰামখন পঢ়িলে। হাতখন কঁপি উঠিল। সোনকালে বক্তৃতা শেষ কৰিলে। দীক্ষিতজী ঘৰৰ পৰা ওলাই আহিল। চিন্তাতে ভ্ৰু কোঁচ খাই গ'ল। কি এনেকুৱা টেলিগ্ৰামখনত লেখা আছিল যে মধ্যভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰীক সেই লিখাই বিচলিত কৰিলে? বেছি একোৱে নহয়। টেলিগ্ৰাম পুলিচৰ পৰা আহিছে। মাত্ৰ কেইটামান সাধাৰণ কথা। এই ধৰণৰ টেলিগ্ৰামতো প্ৰায়ে আহে। তেনেহলে আজি কিয়বা দীক্ষিতজী ইমান চঞ্চল হৈ পৰিল? বাৰে বাৰে টেলিগ্ৰামখন পঢ়িলে। বিশ্বাস নহয়। কি দৰেই বা হ'ব?

"ফৌজদাৰ সিঙৰ মৃতদেহ নাগৰাৰ ওচৰৰ বেহড়ত পোৱা গৈছে। আমাৰ হাতত মৰা নাই। কোনে মাৰিছে এতিয়াও ক'ব পৰা নাই।"

এই কথা কেইটাই লিখা আছিল। তেনেহলে দীক্ষিতজীৰ সকলো প্লেন জানো নষ্ট হৈ যাব? বৰ ডাঙৰ ডাঙৰকৈ কৈছিল যে কেইদিনমানৰ ভিতৰতে তাক শেষ কৰিব। এইবাৰ কি হ'ব? কোনে মাৰিলে ফৌজদাৰ সিঙক? তেনেহলে জানো—

ঠিকেই ভাবিছিল দীক্ষিতজীয়ে। ফৌজদাৰ সিঙক মাৰিছিল লাখনসিঙে। মিঃ ৰুস্তমজীৰ 'মষ্টিক্ৰিষ্ট' লিষ্টৰ ৰঙা পেন্সিলেৰে নিৰ্মমভাবে কটা নামবিলাকৰ মাজত যি নামটো এতিয়াও বাকী আছে, সেই নামটো মাজে মাজে চাই এতিয়াও ৰুস্তমজীয়ে অস্বস্তি বোধ কৰে। সেই নামটো লাখনসিঙৰ—যিজনৰ নামত গোটেই চম্বল উপত্যকা কঁপে। যিজনৰ কাৰণে ৰাতিৰ পিছত ৰাতি কুইন চাহাবে টোপনি মাৰিব নোৱাৰে। যিজনৰ ভয়ত বৃদ্ধ ৰঘুবীৰ সিং কোৰ্থ ৰেটেলিয়নৰ হেডকোৱাৰ্টাৰ নাগৰা এৰি যাবলৈ সাহস কৰিব নোৱাৰে। সেই লাখনসিঙে ফৌজদাৰ সিঙক মাৰিছে। তেনেহলে জানো লাখনে জানিব পাৰিছিল যে তেওঁৰ বিশ্বস্ত অনুচৰ দুৰ্দ্ধৰ্ষ ডকাইত ফৌজদাৰ সিঙে মনে মনে পুলিচৰ দলত সোমাইছে?

নেয়া কেনেকৈ সম্ভৱ! ফৌজদাৰ তেওঁৰ সকলোতকৈ বিশ্বস্ত মানুহ। ফৌজদাৰ যে তেওঁৰ সৌহাত। নাই, লাখনে কোনো কথা জনা নাই। তেনেহলে তেওঁ ফৌজদাৰক কিয় মাৰিলে? বিখ্যাত দস্যু লাখনসিঙৰ চৰিত্ৰৰ সেই অসাধাৰণ কালটো তুলি ধৰিবৰ কাৰণে এই এটা ঘটনাই যথেষ্ট।

সেইদিনাখন ৰাতি হঠাতে নাগৰাৰ ওচৰত লাখনৰ দলৰ লগত পুলিচৰ এন্‌কাউণ্টাৰ হ'ল। - চাৰিজন বছা বছা মানুহ লৈ তেওঁ কোনো ৰকমে প্ৰাণ বচাই পলাল। কিন্তু এই এন্‌কাউণ্টাৰটো হোৱাৰ কথা নাছিল। লাখন যে নাগৰাৰ ওচৰত আছিল সেই কথাতো কাক-পক্ষীয়ো অজান আছিল। তেনেহলে কেনেকৈ সম্ভৱ হ'ল? জীৱনত এনেকুৱা ডাঙৰ পৰাজয়, ইমান ক্ষতি লাখনক কোনো কালেই হোৱা নাছিল। লাখন পলাইছে আৰু ভাবিছে। ভাবিছে আৰু পলাইছে। গভীৰ ৰাতি আন এখন গাঁও আহি পালেহি। দলৰ সকলো সন্ত্ৰস্ত। লাখনে এজনৰ লগতো কথা কোৱা নাই। মাত্ৰ মুখত এটা কথা, "ইয়ে দাবিশ্‌ হো কেয়চা গয়া?" কেনেকৈ এই এনকাউণ্টাৰ হ'ল?

সেইদিনাখন লাখনে জীৱনত প্ৰথম বাৰৰ কাৰণে মদ খায়। গাৱঁৰ পৰা মদ আনি গোটেই ৰাতি মদ খাইছে। দলৰ বাকীবোৰে আচৰিত হৈ তেওঁৰ ফালে চাই আছে। তেওঁৰ সেই ভয়ানক ৰূপ ইয়াৰ আগতে সিহঁতে কেতিয়াও দেখা নাছিল। ৰাতি প্ৰায় পুৱাইছে। লাখনে তেতিয়াও মদ খাইছে। বাকী মানুহবোৰ সম্মুখত বহি আছে। হঠাতে চিঞৰি উঠিল, "বুজিছোঁ, কোনোবাই ঠগাইছে। আমাৰ মাজৰ কোনোবাই ঠগাইছে। সিয়ে পুলিচক খবৰ দিছিল। কিন্তু কোন সেই ঠগ?" পুবৰ আকাশ ৰঙা হৈ পৰিছে আৰু মদ খাই লাখনৰ চকুও টকটকীয়া ৰঙা হৈ পৰিছে। সকলোকে সাজু হবলৈ ক'লে। ৰাওনা হ'ব লাগিব। হয়তো পুলিচ-এতিয়াও পিছত আছে।

হঠাতে লাখনে এটা কাণ্ড কৰি পেলালে। সকলোকে এটা লাইন কৰি থিয় হ'বলৈ ক'লে। এজনৰ পিছত এজনকৈ সকলো থিয় হ'ল—জলা সিং, অভিলাখ সিং, ফিৰিঙ্গী, ফৌজদাৰ সিং, প্ৰহ্লাদ, মহাবীৰ, মহাৰাজ সিং, আৰু সকলো। এটা আইনত থিয় কৰাই লাখনে সিহঁতৰ সন্মুখত আহ-যাহ আৰম্ভ কৰিলে। মুখত সেই একে কথা—"কিচিনে ধোকা দিয়া, কোন হ্যায় ওহ্?" প্ৰায় আধাঘণ্টা ধৰি পদচালনা চলিল। এবাৰ এবাৰ এজনৰ সন্মুখত ৰয়। কিছু সময় তাৰ ফালে একদৃষ্টিৰে চাই থাকে। আকৌ আৰম্ভ হয় আহ-যাহ। মুহূৰ্ত্তে ঘটনাটো ঘটি গ'ল। হঠাতে পকেটৰ পৰা বিভলভাৰ উলিয়াই লাখনে ফৌজদাৰক গুলী কৰিলে। ফৌজদাৰ মাটিত লুটি খাই বাগৰি পৰিল। দলৰ আনবোৰৰ মুখৰ পৰা মাত্ৰ একোটা অস্ফুট শব্দ শুনা গ'ল। এইয়া লাখনে কি কৰিলে? তেওঁৰ সকলোতকৈ বিশ্বস্ত অনুচৰ ফৌজদাৰক তেওঁ নিজ হাতে মাৰিলে। মৃত ফৌজদাৰ সিঙৰ মুখৰ ওপৰত থুই পেলালে লাখনে —"ইয়ে হ্যায় ওহ্ ধোকেবাজ।" এয়া সেই মানুহ যিজনে ধোকা দিছিল। দ্বিতীয় কথা নকৈ লাখনে সকলোকে ৰাওনা হ'বলৈ হুকুম দিলে। লাখনে ভুল কৰা নাই। সঁচাকৈয়ে ফৌজদাৰ সিঙে তেওঁক ধোকা দিছিল। ফৌজদাৰৰ খবৰ পায়েই অপ্ৰত্যাশিতভাৱে এনকাউণ্টাৰ হৈছিল।

লাখনে ভুল নকৰে। মোৰ কথা শুনি বহুতেই হাঁহিছিল, মই যেতিয়া কৈছিলোঁ, লাখন সিঙৰ 'চিক্সথ চেন্স' আছে। হাঁহিছিল সকলোৱে, কিন্তু সকলোৱে প্ৰত্যক্ষ প্ৰমাণ পাইছিল। মাত্ৰ চিক্সথ চেন্স নহয়, 'চেন্স অৱ ডেঞ্জাৰ'—বিপদৰ অনুভূতিও তেওঁৰ আচৰিত। আগন্তুক বিপদৰ গোন্ধ লাখনে পাইছিল। কিমানবাৰ যে এনকাউণ্টাৰ হৈছিল, কিন্তু লাখনৰ গাত আঁচোৰে লগা নাছিল। অৱশ্যে এবাৰ ভৰিত গুলী লাগিছিল। এতিয়াও ভৰিত দাগ আছে। কিন্তু সেই দাগ লাগিছিল—আহত সঙ্গীক বচাবলৈ গৈ ইচ্ছা কৰি

বিপদৰ সন্মুখত থিয় হৈছিল। প্ৰতিবাৰেই লাখনে পুলিচৰ গতিবিধিৰ গম পাই সচেতন হৈছিল। তেওঁৰ কাউণ্টাৰ-ইণ্টেলিজেন্সেই মাত্ৰ ইয়াৰ কাৰণে দায়ী নহয়। লাখনসিঙে গম পাইছিল যে বিপদ আহিছে। ইমান ভাবি চিন্তি সাৱধান হৈ বোধহয় কোনোৱে ডকাইতি নকৰে।

এতিয়াও মোৰ সেই ৰাতিৰ কথা মনত আছে। সকলো ছবিৰ দৰে স্মৃতিৰ পটত ভাহি উঠে। বহুত আবদাৰ কৰি এজনৰ লগত বন্দোবস্ত কৰিছিলোঁ। যেতিয়া গাওঁ পালোঁগৈ তেতিয়া ৰাতি প্ৰায় দহ। ৰাতি বাৰ বজাত বোলে লাখন আহিব। বুকু ঢুক ঢুককৈ কঁপি আছে। কি কথা ক'ম তেওঁৰ লগত? দেখা কৰাতো জানো ঠিক হ'ব? যদি লাখনে মোৰ কিবা অনিষ্ট কৰে? ৰাতি প্ৰায় দুই বাজি গ'ল, কিন্তু ক'ত লাখন? সকলো মিছা। প্ৰায় আঠেমান বজাত বাৰজনমান মানুহ ওচৰৰ গাঁৱৰ পৰা আহিল। প্ৰত্যেকৰ কান্ধত বন্দুক। এই কালে প্ৰায় মানুহে বন্দুক লগত ৰাখে। যি ঠাইত মই বহিছিলোঁ মোৰ 'কণ্ট্যাক্ট' লৈ তেওঁলোক আহি তাতে বহিলহি। সাধাৰণ চেহেৰা। সাধাৰণ পোছাক। ৰাওক, লাখন ৰাক নহওক, এওঁলোকৰ লগতে আড্ডা দিয়া যাওক। বহুত সময় এওঁলোকৰ লগত ডকাইতি সমস্যা লৈ আলোচনা হ'ল। লাখনৰ এলাকাতে আছিলোঁ সেই কাৰণে স্বাভাৱিকতে ঠাকুৰ লাখন-সিঙৰ সম্বন্ধেই বেছিকৈ আলোচনা হ'ল। এওঁলোকৰ ভিতৰত মুৰব্বীধৰণৰ মানুহজনেই বেছিকৈ কথাবাৰ্তা কৈছিল। শুনাইছিল সকলো পুৰণি ইতিহাস। কি হবে 'ঠাকুৰ' চাহাব ডকাইত হ'ল। কিয় তেওঁ 'বাগী' হ'ল। কিমান কথা। ঠাকুৰ চাহাব বোলে আচৰিত মানুহ। প্ৰায় ছফুট ওখ চেহেৰা। হবলো, এই মানুহবোৰ প্ৰায় দীঘল। চৰিত্ৰবান ঠাকুৰ চাহাবে তিৰোতাৰ গাত হাত নিদিয়ে। এবাৰ এদিন ৰাতি ৪০ মাইল খোজ কাঢ়ি পুলিচক বিমোৰত পেলাইছিল। ৰাইফল, টি. এম. জি., সকলো ৰকমৰ অস্ত্ৰ

চলোৱাত ওস্তাদ। মূৰৰ ওপৰত প্ৰায় ৩০ হাজাৰ টকাৰ পুৰস্কাৰ লৈ উত্তৰপ্ৰদেশ, মধ্যপ্ৰদেশ আৰু ৰাজস্থান ইফাল-সিফাল কৰি ঘূৰি ফুৰিছে। কপাৰ দৰেই তেওঁ মানসিঙৰ ওচৰত 'বাগী' হোৱাৰ দীক্ষা পাইছিল। কিন্তু মানসিঙৰ জীৱিত অৱস্থাতে তেওঁ বছা বছা মানুহ লৈ নিজৰ দল তৈয়াৰী কৰিছিল। গল্প শেষ নোহোৱাত পৰিল। মোৰ টোপনি আহিছে। দস্যু-চৰ্দাৰৰ ভাবিক ভাল নলগা হ'ল। যাবলৈ খিয় হলোঁ। ওচৰৰ গাৱঁৰ মুৰব্বীজনক ক'লোঁ, আন এদিন শুনিম তেওঁলোকৰ ঠাকুৰ চাহাবৰ কথা।

"আচ্ছি বাত হ্যায়। ফিৰ কভী। ৰাম ৰাম বাবুজী।"

"ৰাম ৰাম।"

গুচি গ'ল ওচৰৰ গাৱঁৰ মানুহবোৰ। খঙত মোৰ তেতিয়া সৰ্বশৰীৰ জ্বলিছে। মোৰ লগৰ মানুহজনক ধৰি মাৰিবৰ ইচ্ছা হৈছিল। মাত্ৰ গোটেই ৰাতি ধৰি বকবকনি শুনালে। মানুহ-জনক বেচ গালি শুনাই দিলোঁ। নিজৰ কথা বাৰু বাদ দিলোঁ, মানুহৰ ফাকিত ইমান দূৰ আহি সময় আৰু অৰ্থও নষ্ট হ'ল। সকলো পণ্ডশ্ৰম। মইতো লাখনসিঙৰ গুণগান শুনিবলৈ অহা নাছিলোঁ। আহিছিলোঁ লাখনসিঙক চাবলৈ।

মানুহজনে বত্ৰিশটা দাঁত উলিয়াই হাঁহিবলৈ ধৰিলে। লাজ নাই। আকৌ হাঁহিছে। বেটা বেইমানী কৰি আকৌ ৰসিকতা কৰিছে। মানুহজনৰ হাঁহিতো বন্ধ নহয়। হো হো কৰি হাঁহিয়ে আছে। বেচ পাগলৰ মাজত পৰিছোঁ।

"বেৱকুফ কে মাফিক্ হাচতা কুঁ্য হ্যায়?" খঙত প্ৰায় ফাটি পৰোঁ।

কোনে শুনে মোৰ কথা। মানুহজনে হাঁহিয়ে আছে। "বাবুজী ম্যায় বেৱকুফ কি আপ বেৱকুফ?"

"উল্টা চোৰ কোটৱালকো ডাঁটে।" চোৰে আকৌ কোটোৱালকে বৰ চকু দেখুৱাই। ওলোটাই মোকে কয় 'বেৱকুফ'।

মানুহজনৰ সাহসতো কম নহয়। ভয় হৈছে, মানুহজনকতো বেছি একো কৰও নোৱাৰোঁ। যেনেবোৰ মানুহ ভিণ্ড-মোৰেণাৰ। কিন্তু মানুহজন মাৰি পেলাবলৈ পোৱা হলে হয়তো আনন্দ পালোঁহেঁতেন।

"বাবুজী, আপ দো ঘণ্টা ঠাকুৰ চাহাবকে চাথ বাতচীত কিয়া আউৰ হামকো বোলতে হামনে ধোকা দিয়া। আবে ধোকা তো আপনে খায়া।"

মানুহজনে কয় কি। মই দুঘণ্টা ধৰি লাখনসিঙৰ লগত কথা কৈছোঁ? তেনেহলে জানো? তেনেহলে জানো? সেই মুৰব্বীধৰণৰ মানুহ জনেই?

"জী। ৱহই তো থা লাখনসিং"—এইবাৰ মানুহজনে ডাঙৰকৈ হাঁহি উঠে। তেনেহলে সেই মুৰব্বীধৰণৰ মানুহজনেই লাখন সিং। ভালকৈ এবাৰ নাচালোও। নিজৰ আঙুলি কামুৰিবৰ ইচ্ছা গৈছিল। ইচ্ছা হৈছিল, দৌৰি যাওঁ। কিন্তু যিজনে এৰাতিৰ ভিতৰতে ৪০ মাইল খোজ কাঢ়ি যাব পাৰে, তেওঁ এতিয়া কলৈ গৈছে কোনে জানে।

কিন্তু দোষ দিম কাক? দোষ মোৰ নে, মোৰ সাহায্যকাৰী মানুহজনৰ। দোষ ঠাকুৰ লাখনসিঙৰ। এয়াতো লাখনসিং। এই সাৱধানতাৰ কাৰণেইতো তেওঁ আজিও পুলিচৰ চকুত ধুলি দি জীয়াই আছে। কিমান দিন থাকিব সেই কথা কোৱা টান, কিন্তু আজি প্ৰায় ১২ বছৰ ধৰিতো জীয়াই আছে। মাত্ৰ ৩৭ বছৰ বয়সতে এনেকুৱা বিভীষিকা হৈ উঠিছে, যে আৰু কিছুদিন জীয়াই থাকিলে কি কৰিব সেয়া ভাবিবলৈ ভয় লাগে।

আৰু এবাৰ দেখা হৈছিল। সেইবাৰো 'ঠাকুৰ চাহাবে' মোক নঠগালেও 'দৰ্শন' দিয়া নাছিল। সেইবাৰো খবৰ ঠিকেই পাইছিলোঁ। আবেলিতে গৈ গাওঁ পাইছিলোঁ। দুৰ্গীয়াকৈ গাঁৱৰ মানুহবোৰৰ লগতে বটগছৰ তলত বহি আছিলোঁ। মাজে মাজে ঘড়ি চাওঁ। কথা নাই, আয়োজন নাই, হঠাতে গাঁৱৰ এজন মানুহ

থিয় হ'ল। বন্দুক দাঙি ধৰি সকলোকে আঠুৰ তলত মুখ খুমুৰাই বহিবলৈ ক'লে। মানুহজনৰ কাণে চাওঁতেই হাঁহি ক'লে, "হাঁ বাবুজী আপ্ ভী।"

কিমান সময় সেইদৰে বহি আছিলোঁ ক'ব নোৱাৰোঁ। আঠুৰ তলত মুখ খুমুৰাই মাত্র দেখা পাইছিলোঁ বিশযোৰমান ভৰি। অতি ক্ষিপ্ৰগতিত আঁতৰি গৈছে। থিৰেৰে থাকিব নোৱাৰিলোঁ, চিঞৰি উঠিলোঁ—"ৰাম ৰাম ঠাকুৰ চাহাব। বাবুজীকো ৰাম ৰাম।" এক মুহূর্ত্তৰ কাৰণে বিশযোৰ ভৰিৰ ভিতৰত এযোৰ ভৰি হঠাতে ৰৈ গ'ল। মৃদু মাত শুনিবলৈ পালোঁ, "ৰাম ৰাম"। তাৰ পিছত বিশযোৰ ভৰিৰ লগত সেই ভৰিও ক্ষীপ্ৰগতিত আগুৱাই গ'ল। আঠুৰ তলৰ পৰা মুখটো উলিয়াব খোজোঁতে অনুভৱ কৰিছোঁ বন্দুকৰ নলীটো কান্ধৰ ওপৰলৈ নামি আহিছে। আকৌ নমাই লৈছোঁ। ইতিমধ্যে বিশযোৰ ভৰি অদৃশ্য হৈ গৈছে। সকলোৱে মুখ তুলিছোঁ। গাৰ্ঁৱৰ মানুহজনে হাঁহি ক'লে, "মাফ্ 'কৰনা বাবুজী। ঠাকুৰ চাহাব কা হুকুম থা।" লাখনসিঙে হুকুম দিছিল। আগন্তুক বিপদৰ সম্ভাৱনাত তেওঁ সাবধানতা অবলম্বন কৰিছে। ক'ৰ পৰা যেন ঠাকুৰ চাহাবে খবৰ পাইছিল, যে গাৰ্ঁৱৰ দুই এজন মানুহ পুলিচৰ ইনফৰ্মাৰ হৈছে। তেওঁক চিনাক্ত কৰাৰ চেষ্টা চলিছে। সেই কাৰণে এই সতৰ্কতা। গাৰ্ঁৱৰ মানুহজন মোক একাষৰীয়াকৈ মাতি নি ক'লে, যি কেইজন মানুহ আমি বটগছ জোপাৰ তলত বহি আছিলোঁ তাৰে মাজতে পুলিচ ইনফৰ্মাৰজনো আছিল। এতিয়াও সিহঁতক চিনিব পৰা নাই। কিন্তু কেইদিন? সিহঁতক ঠাকুৰ চাহাবে ঠিক চিনি ল'ব। তাৰ পিছত? সেইদিনাখন অন্তৰ শিয়ৰি উঠিছিলোঁ।

তাৰ দুদিন পিছতে খবৰ পালোঁ গাৰ্ঁৱৰ তিনিজন মানুহক লাখনসিঙে নিজে নির্দ্দয়ভাবে হত্যা কৰিছিল। তেওঁ ঠিক গম পাইছিল কোন কেইজন 'মুখবীৰ' (ইনফৰ্মাৰ)। তাৰ পিছৰবাৰ ঠাকুৰ

চাহাব যেতিয়া সেই গাৰ্ঁলৈ আহিছিল, সকলোৱে বটগছৰ তলত আৰু বন্দুকৰ শহবাত আঠুৰ তলত মূৰ গুজি বহি থাকিব লগা হোৱা নাছিল। কিন্তু মোৰ পুনৰ সেই গাৰ্ঁলৈ যোৱা হোৱা নাছিল। গলে হয়তো 'ঠাকুৰ চাহাবে' মৃদু হাঁহি কলেহেতেন, "ৰাম ৰাম বাবুজী"। মইও হয়তো কওঁহেতেন "ৰাম ৰাম ঠাকুৰ চাহাব।" কিন্তু ঠাকুৰ চাহাবে মোক হলে ঠগিব নোৱাৰিলে। আৰু এদিনাখন মোৰ হাতত পৰিছিল। চমকি উঠিছিল যেতিয়া কাণৰ ওচৰত ফিচ্‌ফিচাই কৈছিলোঁ, "ৰাম ৰাম ঠাকুৰ চাহাব।"

বিনোৱা ভাবেৰ প্ৰাৰ্থনা সভাত সেইদিনাখন সহিয়া হাজাৰ হাজাৰ মানুহৰ ভীৰ হৈছিল। প্ৰাৰ্থনা সভা শেষ হোৱাৰ পিছতো ইফালে সিফালে বহুত মানুহ গোট খাই আছিল। ভীৰ ঠেলি মোৰ জীপখন বিচাৰিছিলোঁ। হঠাতে একালে মোৰ চকু গ'ল। থমকি ৰৈ গলোঁ। কোনো ভুল নহয়। আধা অন্ধকাৰত দেখা গাৰ্ঁৰ সেই মুৰব্বীজনক জানো ভুল কৰিব পাৰোঁ? চকু নমাই ভৱিৰ ফালে চালোঁ। কেতিয়াবাই এক মুহূৰ্ত্তৰ কাৰণে বিশবোৰ ভৱিৰ মাজত দেখা এযোৰ ভৰি। কিন্তু গেৰোৱাৰ ওপৰৰ গুলীৰ দাগতো মছ খাই নাযায়। ভীৰ ঠেলি কাষত গৈ থিয় হলোঁ। কাণৰ কাষত ফিচ্‌ফিচাই কৈছিলোঁ, "ৰাম ৰাম ঠাকুৰ চাহাব।"

"ৰাম ৰাম···"। এক চেকেণ্ডৰ ভিতৰতে চকুযোৰ চাৰিওফালে ঘূৰিল আৰু সোঁহাতখন মুহূৰ্তে কঁকালৰ ধুতিৰ ওচৰত থকা টান বস্তু এটাৰ ওপৰলৈ গ'ল। "ৰাম ৰাম বাবুজী" ঠাকুৰ চাহাবৰ মুখত মৃদু মৃদু হাঁহি।

জনতাৰ ভীৰৰ মাজেৰে আগুৱাই গলোঁ। বেছি কথা ন'হল। ভঙা ভঙা টুকুৰা কথা। কলো, তেওঁৰ গাওঁ 'নাগৰা'লৈ গৈছিলোঁ। পুনৰ ঠাকুৰ চাহাব থমকি ৰ'ল। ঠাকুৰ চাহাবে তেওঁৰ গাৰ্ঁলৈ বহুতদিন যোৱা নাই। বহুতদিন। যাব খুব মোনকালেই। তেওঁৰ যে এতিয়াও ঠাকুৰ বসুৰীবলিওৰ লগত বুজা-পৰা বাকী আছে।

সেয়া নিষ্পত্তি হৈ যাওক। তাবে প্ৰতিশোধ তেওঁ লৈ লওক; তাৰ পিছত যি হয় হওক, কোনো 'পৰোৱা' নাই ঠাকুৰ চাহাবৰ।

নাগৰাত ঠাকুৰ চাহাবৰ ঘৰ আজি ভাঙি পৰিছে। সমুখৰ দুৱাৰত পুলিচৰ বিৰাট তলা ওলমি আছে। মুধা খহি পৰিছে। কোনেইবা চাব সেইবোৰ?

"আপকে মকান তো বিলকুল টুটকে গিৰ পড়।"

আলোচনা বঢ়াবলৈ গৈ ক'লোঁ ঠাকুৰ চাহাবক তেওঁৰ ভগ্ন ঘৰৰ অৱস্থাৰ কথা।

পুনৰ এক মুহূৰ্তৰ কাৰণে 'ঠাকুৰ চাহাব' ৰ'ল। সেই দৃশ্য মই জীৱনত নাপাহৰোঁ। কোনোবাই দেখিছে নে নাই নাজানো কিন্তু মই হলে সেইদিনাখন দেখিছিলোঁ। দুৰ্ধৰ্ষ দস্যুচৰ্দাৰ যিজনে নিজ হাতে প্ৰায় ২০০ জন মানুহক নিৰ্মমভাবে হত্যা কৰিছিল সেই লাখনসিঙৰ চকুত পানী। ঘৰৰ কাৰণে তেওঁৰ প্ৰাণ কান্দি উঠিছে। চলচলীয়া চকুৰে মোৰ ফালে এবাৰ চালে। তাৰ পিছত সেই ভীৰৰ মাজতে ঠাকুৰ চাহাব হেৰাই গ'ল। এয়া কি কৰিলোঁ! এনেকুৱা সোণালী সুযোগ হাতত পায়া হেৰুৱালোঁ। কিয় বা তেওঁক ঘৰৰ কথা ক'বলৈ গলোঁ। কিন্তু মই কি জানো, পুলিচৰ ভাষাত যাক কোৱা হয় "the great homicidal maniac," সেই লাখনসিঙে এটা ভঙা ঘৰৰ কাৰণে কান্দিব। ভীৰ ঠেলি ঠেলি বহুত বিচাৰিলোঁ। ক'ত পোৱা যাব সেই গাৰ্ৰৰ মুৰব্বীক? ক'ত বা দেখা পাওঁ সেই বিশ যোৰ ভৰিৰ ভিতৰত এযোৰ ভৰি? তেওঁ হয়তো এতিয়া নাগৰাৰ ফালেই গুচি গৈছে। কিন্তু নাগৰাত তো ফোৰ্থ বেটেলিয়নৰ হেডকোৱাৰ্টাৰ। আৰু পুনৰ কোনোদিনাখনে হয়তো ঠাকুৰ চাহাবৰ লগত দেখাদেখি নহ'ব। হয়তো হ'ব সেইদিনাখন, যেতিয়া ঠাকুৰ চাহাবে পুনৰ "ৰাম ৰাম, বাবুজী" বুলি ক'ব নোৱাৰিব। হয়তো সেইদিনা, যেতিয়া কন্তমজী চাহাবৰ 'মটিক্ৰিষ্ট' লিষ্টৰ পৰা বঙা পেন্সিলেৰে তেওঁৰ নামটো নিৰ্মমভাবে কাটি পেলোৱা হ'ব।

## ॥ বাৰ ॥

মোৰ সকলো কথা নুশুনাকৈ সেইদিনাখন 'ঠাকুৰ চাহাব' গুচি গৈছিল। মোৰ সকলো কথাতো কোৱা হোৱা নাই। কোৱাৰ সময়ে বা দিলে ক'ত? জীৱৰ মাজত ক'তে বা হেৰাই গ'ল কবই নোৱাৰিলোঁ। কিন্তু মোৰ সকলো কথা শুনা হলে লাখনসিঙে কি কৰিলে হয়? যিজন মানুহে নিজৰ ভঙা ঘৰৰ কথা শুনি কান্দি পেলাইছিল তেওঁ মই জনা বাকী সকলো কথা শুনাহেঁতেন কি কৰিলেহেঁতেন? মোৰ সকলো কথা কোৱা হোৱা নাই, কিন্তু ঠাকুৰ চাহাবে জানো এতিয়াও জানিব পৰা নাই যে উত্তৰপ্ৰদেশৰ জালোন জিলাৰ সৰু গাওঁ আকবৰপুৰাত তেওঁৰ স্ত্ৰী আজি মৃত্যুশয্যাত। তেওঁ জানো নাজানে তেওঁৰ স্ত্ৰীয়ে তেওঁক চোৱাৰ কাৰণে অস্থিৰ হৈ পৰিছে। লাখনে জানো ইয়াকো নাজানে ভাদপুৰ গাওঁত তেওঁৰ বৃদ্ধা মাকে দিনে দিনে কান্দি অশান্ত হৈ আছে আৰু তেওঁৰ ডাঙৰ ভায়েক মালখনসিঙে যে শত প্ৰৰোচনা আৰু প্ৰলোভনৰ মাজত বাকী চাৰি ভায়েকৰ দৰে 'বেহড়'ৰ হাতবাউলক পাহৰি যোৱা নাই? কিন্তু মালখনসিঙে তো সৰু ভায়েক লাখনক ঘৃণা নকৰে। তেওঁ জানে লাখনে ভুল কৰিছে, বৰ ডাঙৰ ভুল কৰিছে। কিন্তু হাজাৰ হলেও নিজৰ ভায়েক। একেজনী মাকৰ গাখীৰ খাই দুয়োজন একেলগে ডাঙৰ হৈছিল। নাগবাৰ ওচৰৰ বেহড় খেলা খেলিয়েতো একেলগে দুয়োজন ডাঙৰ হৈছিল। "আখিৰ মেৰা ছোটা ভাই হ্যায় চাহাব। এক মা'কা দুধ পিয়া হ্যায় হামনে"—মোক মালখনসিঙে কৈছিল।

মনে মনে চোৰৰ দৰে ভিণ্ডৰ পুলিচ চুপাৰ মিঃ পাহজাৰ ঘৰলৈ মালখনসিং গৈছিল। কুণ্ঠিত ভাব, চকুত ভয়। যেন তেওঁ নিজেই

দোষী। আচৰিত হৈ তেওঁৰফালে চাইছিলোঁ। নিষ্ঠুৰ হৃদয়হীন দস্যু লাখনসিঙৰ ভায়েকৰ এই নিৰীহ চেহাৰা? একাষত থকা বেঞ্চৰ এক কোণত মালখনসিং বহিছিল। মোৰ প্ৰশ্নৰ উত্তৰ লাহে লাহে দিছিল। মিঃ পাছুজাক মালখনসিঙে মিনতি জনায়। যদি কোনো ৰকমে লাখনসিঙে বিনোৱা ভাবেৰ ওচৰত আত্মসমৰ্পণ কৰে তেনেহলে তেওঁ জীৱনত সকলোতকৈ আনন্দিত হ'ব। মাত্ৰ লাখনে নহয়, তেওঁৰ আন এজন ভায়েক ফিৰঙ্গী সিং—তেওঁতো লাখনৰ লগত আছে। তেওঁৰো উচিত আত্মসমৰ্পণ কৰা। নহলে হয়তো কোনোবাদিনাখন পুলিচৰ গুলীত তুয়োজন 'বেহড়'ত প্ৰাণ দিব।

"মৰণে দেও। তুমহাৰ কেয়া?" মালখনক কৈছিলোঁ।

কিছুসময় একদৃষ্টিৰে মোৰ ফালে মালখনে চাই আছিল। তাৰ পিছত দ্বিধাজড়িত মাতেৰে মোক আৰু পাছুজাক আচৰিত কৰি কৈছিল—"ক্যায়া বাত কৰতে হো চাহাব, আখিৰ মেৰা ছোটা ভাই হ্যায়। এক মা'কা তুধ পিয়া হ্যায় হামনে।"

কিন্তু লাখনেতো নাজানে এই সাক্ষাতৰ কথা। মোক কোৱাৰ সুযোগ অথবা সময়ো বা তেওঁ দিলে ক'ত? ভীৰৰ মাজতে মিলি গৈছিল। কোনো কালেই হয়তো নাজানিব তেওঁৰ স্নেহপ্ৰৱণ ককায়েকৰ কথা আৰু সেই যে "এক মা'কা তুধ পিয়া হ্যায়," সেই মাকৰ কথা। মই কিন্তু ইয়াৰ কাৰণে জগৰীয়া নহওঁ। যিমান তুখেই ঠাকুৰ চাহাবে সেইদিনাখন পালে হয় তথাপিও মই সকলো কথা কলোঁহেতেন। মাত্ৰ এজনৰ কথা বাদ দিলোঁহেতেন। তেওঁৰ কথাতো লাখনক কোৱাৰ কোনো মানেই নহয়। তেওঁ নিজেই সকলো জানে। প্ৰায়েতো তেওঁ পাণ্ডাৰী গাৱঁলৈ যায়। আন সময়ত দূৰৈত থাকিলেও ৰাখী-পূৰ্ণিমাৰ দিনাখন তো লাখন পাণ্ডাৰী গাৱঁলৈ 'সোণচিড়াইয়া'ৰ ওচৰলৈ হাজাৰ বিপদ তুচ্ছ কৰি হলেও আহিব। সোণচিড়াইয়াক (সোণৰ চৰাই) তেওঁ ইমান ভাল পায় যে লাখনে তেওঁৰ ওচৰৰ পৰা বেছিদিন দূৰৈত থাকিব নোৱাৰে। সোণচিড়াইয়া

যে তেওঁৰ ভায়েকৰ গৰ্বত গৰ্বিতা। বহুত সময় ধৰি সোণচিড়াইয়াই মোৰ লগত কথা কৈছিল। কিন্তু তেওঁৰ কথা লাখনক কৈতো কোনো লাভ নাই। লাখনে নিজেই জানে সকলো কথা। আৰু নাজানিলেও নিশ্চয় তেওঁ কৈছিল "ভোপাল সে এক আংৰেজী আখবাবৱালা" তেওঁৰ ওচৰলৈকো আহিছিল। সেইকাৰণে সেই-দিনাখন ঠাকুৰ চাহাব ভীষৰ মাজত হেৰাই নগলেও তেওঁক সোণ-চিড়াইয়াৰ কথা নকওঁহেতেন।

কিন্তু মই হলে ৰঘুবীৰসিঙৰ কথা তেওঁক নিশ্চয় কওঁহেতেন। গোটেই পৃথিৱীতে বোধহয় ৰঘুবীৰসিঙৰ দৰে লাখনক আন কোনোৱে ইমান ঘৃণা নকৰে। লাখনে নিজেও এই কথা জানে। তেওঁৰ জীৱনত সকলোতকৈ ডাঙৰ শত্ৰু। লাখনৰ বিশ্বাস ৰঘুবীৰ সিঙৰ কাৰণেই আজি তেওঁ 'বাগী'। লাখনে ইয়াকো জানে, এদিন ৰঘুবীৰসিঙৰ লগত তেওঁ শেষ বুজাপৰা কৰিবই লাগিব। হয়তো লাখনে ইয়াকো জানে যে ভাৰতবৰ্ষত বোধহয় ৰঘুবীৰসিঙৰ দৰে সুৰক্ষিত মানুহ আন কোনো এজন নাই। এক পুলিচ বেটেলিয়ান—কুইন চাহাবৰ ফোৰ্থ বেটেলিয়ানে—তেওঁক কেইবছৰ মানৰ পৰাই ৰক্ষা কৰি আছে। লাখনৰ প্ৰতিহিংসাৰ জুইত ৰঘুবীৰ সিঙৰ পৰিবাৰৰ প্ৰায় সকলোৱে বলি হ'ব লগা হৈছে। যি কেইজন জীয়াই আছে তেওঁলোকো গোৱালিয়ৰ চহৰত পুলিচৰ সতৰ্ক পহৰাত আছে। হাজাৰ হলেও ৰাজপুত তেজতো, সেই কাৰণে নিজে যাব পৰা নাই আৰু যাব পৰা নাই তেওঁৰ জোৱাঁয়েক ভীমক সিং। পুলিচৰ আশ্ৰয়ত মোৰেণা জিলাৰ নাগৰা গাৱঁত আছে।

নাগৰা। নাগৰা, যি ঠাইখনলৈ আজি পাঁচ বছৰ আগতে কোনো পুলিচৰ মানুহে যাবলৈ সাহস কৰা নাছিল। নাগৰা, যি ঠাইত যি কোনো ঘৰৰ পিছৰ দুৱাৰ খুলিলেই 'বেহড়'। গোটেই গাওঁখনেই 'বেহড়'ৰ ওপৰত প্ৰতিষ্ঠা হৈছে। নাগৰা, যি ঠাইত শীতলা-মাইৰ মন্দিৰ আজিও থিয় হৈ আছে। সেই মন্দিৰলৈ আজিও গলে

দেখিবলৈ পোৱা যাব মন্দিৰৰ দেৱালত ওলোমাই থোৱা ডাঙৰ ডাঙৰ ঘণ্টা। ঘণ্টা ওলোমাইছে লাখনসিং, তেওঁৰ ভায়েক বিশ্বম্ভৰসিং আৰু ভতিজাক হুজুৰীসিঙে। নাগৰা, যি ঠাইত আজিও লাখন-সিঙৰ ভগ্ন ঘৰ কোনো ৰকমে বৈ আছে। নাগৰা, যি ঠাইত ঠাকুৰ ৰঘুবীৰ সিঙৰ বিৰাট ঘৰ—'হাভেলী' আছে। হাভেলীৰ দেৱালত এতিয়াও গুলীৰ দাগ লাগি আছে। সেই নাগৰা গাৱঁতে আজিৰ পৰা ৩৭ বছৰ আগতে জন্ম হৈছিল এক সমৃদ্ধ 'তোমৰ' ৰাজপুত পৰিবাৰত ঠাকুৰ লাখনসিঙৰ।

মোৰেণাৰ পৰা পোৰচা—'বেহড়'ৰ মাজেদি প্ৰায় ৬০ মাইল দীঘল বাট অকাই-পকাই চম্বল আৰু কুঁৱাৰী নদীৰ ওচৰেদি গৈছে। পোৰচালৈ গলে এতিয়াও বৃদ্ধ ৰতনলালৰ লগত দেখা হ'ব। ষাঠি বছৰৰ বৃদ্ধ ৰতনলাল, কিন্তু সকলো কথা তেওঁৰ মনত আছে। ছ'ফুট দীঘল চেহেৰা। ধোলপুৰ ৰাজ্যত ডকাইতি কৰাৰ কাৰণে পঞ্চাশ বছৰৰ জেল হৈছিল। অৱশ্যে দশ বছৰ পিছতে মুকলি হৈছিল। সুধিলে ক'ব কেইজনক তেওঁ খুন কৰিছে মনত নাই বুলি। হ'ব হয়তো দহ-বিশজন। কোনে এইবোৰ সৰু সৰু কথা মনত ৰাখে। আজি ৰতনলাল পোৰচাত এজন নাম থকা মানুহ। বেচ কেইবিঘামান মাটি আছে। এয়াতো সেইদিনাখন আচাৰ্য্য বিনোবা ভাবেক ভূদানত কিছু মাটি অনায়াসে দি দিলে। সেই ৰতনলালক সুধিলেই ক'ব পোৰচা আৰু নাগৰাৰ কথা। ৰতনলালেইতো মোক কৈছিল—আগতে বোলে পোৰচা উট আৰু হাতীৰ চোৰৰ প্ৰধান আড্ডা আছিল। আৰু সেইবোৰ চুৰি বস্তু পোৰচাৰ পৰা নাগৰালৈ গৈছিল। বাটতো নাছিল, অকোৱা-পকোৱা বেহড়ৰ মাজেদিয়ে প্ৰায় বাৰ মাইল বাট যাব লগা হৈছিল। তাৰ পিছতে নাগৰা আৰু নাগৰাৰ পৰা আজিৰ উত্তৰ প্ৰদেশলৈ। আজি প্ৰায় পোৰচাৰ পৰা নাগৰা পৰ্য্যন্ত পথ হৈছে। হৈছে বুলি ক'লে ভুল কোৱা হ'ব। আজি প্ৰায় দহ বছৰৰ পৰা হৈ আছে।

সেই দহ বছৰ আগতে ভাৰত চৰকাৰৰ মন্ত্ৰী কাকা চাহেব গেডগিল পথ তৈয়াৰীৰ উদ্‌ঘাটন সমাৰোহত পৌৰোহিত্য কৰিবলৈ আহিছিল। সেই তেতিয়াৰ পৰাই পথ তৈয়াৰ হৈ আছে, আজিও সম্পূৰ্ণকৈ তৈয়াৰ হোৱা নাই।

পোৰচাৰ পৰা সাত মাইল মানলৈ পথৰ নামত এক প্ৰহসন আছে, কিন্তু তাৰ পিছততো একেবাৰে নাই। খেতি-পথাৰৰ মাজেদি সক সক আলিয়েদি নাগৰা পাব লাগিব। গাৱঁৰ পিছত গাওঁ বেহড়ৰ ওপৰতে প্ৰতিষ্ঠিত। গাৱঁৰ অলপ দূৰৈতে বিৰাট এটা ঘৰ। নাগৰাৰ মানুহে 'হাভেলী' বুলি কয়। ঠাকুৰ ৰঘুবীৰ সিঙৰ 'হাভেলী'। এতিয়া ফোৰ্থ বেটেলিয়নৰ কমাণ্ডাণ্ট কুইন চাহাবৰ 'হেড-কোৱাৰ্টাৰ'। এজন মানুহেও যদি ডকাইতি বা খুন কৰি 'বেহড়'ত সোমাই পৰে, কুইন চাহাবৰ গোটেই বেটেলিয়নেই তাক বেহড়ৰ সেই হাজাৰ হাজাৰ অলি-গলিত বিচাৰি নাপাব। ৰাতি কুইন চাহাবৰ ঘৰত কেম্পত শুই মাজে মাজে চমকি উঠিছোঁ। ক'ৰ পৰা যেন কিহৰ এটা অবিৰাম শব্দ হৈ আছে। খাটৰ ওপৰত উঠি বহিছোঁ, কপালত বিন্দু বিন্দু ঘামে দেখা দিছে।

কুইন চাহাবে ডাঙৰকৈ হাঁহি উঠিছে—"হোৱাট ম্যান, ইউ আৰ এফ্ৰেড?" একেবাৰেঁ নহয়। বেহড়ৰ ওপৰেদি সোঁ সোঁ কৰি বলিছে চম্বলৰ পৰা অহা বতাহ। সকলো সময়তে সেই বতাহ বলে। মাত্ৰ ৰাতিৰ নিৰ্জনতাত সেই শব্দ শুনা যায়। কাণ পাতি শুনিছোঁ সেই ভয়াবহ একেৰাহে বৈ থকা শব্দ। বেহড়ৰ বুকুত চম্বলৰ বতাহ আহি কোবাই আছে। ভাব হয় যেন শ শ অশৰীৰী প্ৰেতাত্মাই অট্টহাস্য কৰিছে। আপোনভোলা, দুঃসাহসিক কুইন চাহাবে সেই ৰাতিয়ে মোক বিচনাৰ পৰা উঠাইছে। "লেট আচ্ গো টু দি ৰেভাইন্স। আই লাভ ইট।" কয় কি? এই ৰাতি দুপৰীয়াখন 'বেহড়'লৈ ফুৰিবলৈ যাব? এংলো-ইণ্ডিয়ানৰ বাচ্চা কুইন চাহাবক কি দৰে বুজাওঁ যে, ইমান সাহস মোৰ নাই। তথাপিও

মনে মনে সেইদৰেই সেই ৰাতি কুইনৰ লগত অভিশপ্ত চম্বলৰ বেহড়লৈ মই গৈছিলোঁ। মোৰ সম্মুখত কুইন, কান্ধত ৰাইফল। কুইনক ছায়ামূৰ্তিৰ দৰে দেখা গৈছিল। বেহড়ৰ সেই ভয়ানক নিৰ্জনতাত শুনা গৈছিল মাত্ৰ আমাৰ দুয়োজনৰ ভৰিৰ শব্দ—ধুপ-ধুপ-ধুপ। মাজে মাজে চম্বলৰ দুৰন্ত বতাহ ভঁাহি আহিছে। ভয় খাই কুইনক কৈছোঁ, "লেট আচ্ গো ব্যাক।" "নো ম্যান, ডোণ্ট বদাৰ।" এতিয়াও যেতিয়া ভাবো সেই ৰাতিৰ কথা, অস্বস্তি বোধ কৰোঁ। বেহড়ৰ সেই অন্ধকাৰৰ ৰূপ মই কেতিয়াও নাপাহৰোঁ।

কিছু সময় গৈ থকাৰ পিছত মোৰো নিছা লাগিল। কুইন আচম্বিতে মোৰ কাষে চালে, যেতিয়া তেওঁক ক'লোঁ—ব'লা, আৰু ব'লা। বেহড়ৰ হাত বাউল অনুভব কৰিছোঁ। বেহড়ৰ আমেজত অভিভূতৰ দৰে আগুৱাই গৈ আছোঁ। পথৰ কোণত ঘূৰিবলৈ গৈ থমকি ৰৈ গৈছোঁ। সম্মুখত দেখা গৈছে অশৰীৰী প্ৰেতাত্মাৰ দৰে বিৰাট এক বেহড়। আকৌ আগুৱাওঁ, আকৌ বেহড়। প্ৰকৃতিৰ অদ্ভুত আৰু অপৰূপ এই চেলেঞ্জে যেন কৈছে, "ক'লৈ যাবা? আহা, মোৰ ওচৰলৈ আহা। আহা, মোৰ লগত, মই লৈ যাম তোমাক অভিশপ্ত চম্বললৈ। যুগ-যুগান্তৰৰ পৰা মই সতৰ্ক প্ৰহৰীৰ দৰে ৰৈ আছোঁ। মোৰ হাত-বাউলক উপেক্ষা নকৰিবা।" আৰু আগুৱাই গৈছোঁ, আকৌ বেহড়। কোন সময়ত যে কুইন ৰৈ গৈছে ক'বই নোৱাৰিলোঁ। যেতিয়া বুজিব পাৰিলোঁ, তেতিয়া অন্ধকাৰত আমি ভঙা ঘৰ এটাৰ সম্মুখত ৰৈ আছোঁ। লাখনসিঙৰ ঘৰ। পকেটৰ পৰা চাবি উলিয়াই কুইনে তলা খুলিলে। অন্ধকাৰত দুটা বাদুলি মূৰৰ ওপৰত ক্ৰমাগত ঘূৰি ঘূৰি এটা সময়ত দুৱাৰেদি ওলাই গ'ল। কি এক অজান ভয়ত মই পুনৰ থমকি ৰ'লোঁ। "কাম অন ম্যান্"—কুইনে মাতিছে। গাঁৱৰ পৰা দুই এটা কুকুৰৰ বিকট চিঞৰ ভঁাহি আহিছে। অন্ধকাৰত মাত্ৰ দেখিবলৈ পাইছিলোঁ কুইনৰ মুখত জ্বলন্ত চিগাৰেট। এটাৰ পিছত এটা মজলীয়া ধৰণৰ ঘৰ। সম্মুখতে

বাবাওঁ। ঘৰৰ মুধা খহি পৰিছে, বাবাওঁ খেৰ-কুটাত ভৰি গৈছে। এয়মনত ডাঙৰ পৰিবাৰৰ কাৰণে বিৰাট ঘৰ আছিল। এতিয়া কোনো নাই। বহুতদিনলৈ সন্ধ্যাবেলা ঘৰত লাখনৰ মাকে প্ৰদীপ জ্বলাইছিল, কিন্তু তেওঁ আজি সাত বছৰ মান হ'ল ডাঙৰ লৰা মাখনৰ ঘৰ ভাদাপুৰালৈ গুচি গৈছে। লাখনৰ ঘৰৰ বাবাওঁত বহি কুইনৰ লগত বহুত সময় ধৰি কথা কৈছোঁ। তাৰ পিছত পুনৰ তলা লগাই ওলাই আহিছোঁ। গাঁৱৰ শেষ প্ৰান্তত থকা শীতলা-মাৰ মন্দিৰলৈ কুইনে মোক লৈ গৈছে। তাতে ওলোমাই থোৱা আছে ডাঙৰ ডাঙৰ ঘণ্টা। প্ৰত্যেকটোতে নাম লেখা আছে—এইটো লাখনে ওলোমোৱা ঘণ্টা, এইটো হজুৰী সিঙে ওলোমোৱা। হঠাতে সেই ৰাতিৰ নিৰ্জনতা বিদীৰ্ণ কৰি বাজি উঠে ঘণ্টা—ঢং-ঢং-ঢং-ঢং-ঢং। প্ৰথমতে চমকি উঠিছিলোঁ। পিছত কুইনৰ হাঁহি শুনি পিছলৈ উভতি চাওঁ। এখন হাতেৰে কুইনে ৰাইফল লৈ আছে, আৰু আনখন হাতেৰে লাখনে ওলোমোৱা ঘণ্টা টানিছে আৰু পাগলৰ দৰে হাঁহিছে। "আই উইল গেট হিম, আই উইল গেট হিম, দি ব্লাডি কিলাৰ!"—কুইনৰ হাঁহি আৰু কথা সেই অদ্ভুত পৰিবেশত আৰু অদ্ভুত শুনায়। নাগৰাৰ মানুহবোৰ কিন্তু আচৰিত নহয়। তেওঁলোকে জানে মাজে মাজে কুইনে এইদৰে পাগলামি কৰে। ৰাতি ছুপৰত কেম্প এৰি অভিশপ্ত চম্বলৰ বেহড়ৰ পিছত বেহড় ঘুৰি ফুৰে।' তেওঁলোকে কিন্তু ইয়াকো জানে যে, আৰু এজনে হাতত ৰাইফল লৈ ৰাতিৰ অন্ধকাৰত বেহড়ৰ ইফালে সিফালে ঘুৰি ফুৰে। প্ৰায়েই তেওঁ ঘূৰে। এদিন নহয় এদিন তেওঁ হয়তো সম্মুখা-সম্মুখিকৈ কুইন চাহাবক পাব। তাৰ পিছত কপালত যি লেখা আছে সেয়ে হ'ব। বিজনৰ ৰাইফলে আগতে গৰ্জিব তেওঁৰে জিকিব। কিন্তু তাৰ আগতে তেওঁ বিচাৰে আন এজনক মাত্ৰ এবাৰ। এবাৰ পালেই সকলো হিচাব-নিকাচ তেওঁ সেইদিনাখনে শেষ কৰি পেলাব। লাখনে বমুবীৰ সিঙক বেহড়ত বিচাৰি ফুৰে। মাত্ৰ

এবাৰ। মাত্র এবাৰ তেওঁ মুখামুখিকৈ থিয় হৈ চাব খোজে, তাৰ পিছতে তেওঁ পুৰণি দিনৰ প্ৰতিশোধ লব—সেই 'খুন কা বদলা খুন'। প্ৰায় পোন্ধৰ বছৰ আগৰ ঘটনা, কিন্তু লাখনে আজিও পাহৰা নাই। পাহৰিবতো তেওঁ নোখোজে। এই নাপাহৰিবৰ কাৰণেইতো তেওঁ বেহড়ত জপিয়াই পৰিছে। কোনে নাজানে সেই কথা? পোৰচাৰ ৰতনলালে জানে, মানসিঙে জানিছিল, পুতলীয়ে জানিছিল, ৰূপাই জানিছিল। নাগৰাৰ প্ৰতিজন মানুহেই জানে। অকল সেয়ে নহয়, ঠাকুৰ চাহাবৰ পুৰণি কথাবোৰ, ভিণ্ড-মোৰেণাৰ কোনে নাজানে? ৰঘুবীৰ সিঙে নিজেও জানে। তেওঁৰ জোঁৱায়েক ভীকমসিং, তেৰোঁ জানে। আৰু জানিছিল ৰঘুবীৰসিঙৰ পৰিবাৰৰ সেই ১৪ জন, যিসকলে লাখনৰ প্ৰতিহিংসাৰ জুইত পুৰি মৰিছিল। প্ৰতি বিজয়া দশমীৰ দিনাখন ৰঘুবীৰসিঙৰ পৰিবাৰৰ লোকসকল অজান ভয়ত কঁপি উঠিছিল। কোনে জানে, আজি কাৰ দিন শেষ হৈ আহিছে। ৰাজপুত ইতিহাসত, বিজয়া দশমীৰ দিনটো শুভদিন। বিজয়া দশমীৰ দিনাখন ৰাজপুতসকলে কপালত টীকা লৈ যুদ্ধ কৰিবলৈ ওলায়। সেইকাৰণে লাখনেও তেওঁৰ শত্ৰু নিপাতৰ কাৰণে বিজয়া দশমীৰ দিনটো বাচি লৈছিল। বৃদ্ধ ৰঘুবীৰ সিঙক সুধিলে তেওঁ সকলো কথা ক'ব পাৰিব। সৰু সৰু টুকুৰা ঘটনাবোৰে, তেওঁৰ সকলো মনত আছে। বেচ সজাই-পৰাই ক'ব। আটাইকেইটা নাম তেওঁৰ মনত আছে। পাহৰি তেওঁ একোৱে যোৱা নাই, কিন্তু কবলৈ গৈ মাজে মাজে হাউহাউকৈ কান্দি উঠে। দূৰলৈ আঙুলিয়াই দেখুৱাব তেওঁৰ শূন্য খেতি-পথাৰলৈ।—আজি তেওঁৰ নিজৰ সাহস নাই যে পথাৰলৈ গৈ খেতি কৰিব। খেতিত কাম কৰিবলৈ গৈয়েতো অমুক অমুকে লাখনৰ হাতত প্ৰাণ দিছিল। আৰু তাৰ গাঁৱত কাৰ এনেকুৱা সাহস আছে যে, লাখনৰ শত্ৰু ৰঘুবীৰসিঙৰ খেতিত মজুৰী কৰি লাখনৰ বিৰাগভাজন হ'ব।

উদিতপুৰা গাঁৱতো মানসিঙৰ স্ত্ৰী ৰুক্মিণীয়ে আঙুলিৰ পাক

গণি গণি মোক পুলিচৰ গুলীত মৰা পৰা ল'ৰাইঁতৰ নামবোৰ কৈ গৈছিল—"হনুন্ত সিং, চুবেদাৰ সিং, ধামন সিং, যশবন্ত সিং……"। নাগৰা গাওঁতো ৰঘুবীৰ সিঙে মোক আঙুলিৰ পাৰ গণি বহুত নাম শুনাইছিল, লাখনৰ গুলীত যিসকল মৰিছিল। বহুতবে নাম; সকলো মনত নাই। সেইদিনাখন ৰঘুবীৰ ·বিৰবিৰাই কৈছিল— তিলকসিং, মথুৰীসিং, জবৰসিং। আৰু বহুত নাম। সকলো নাম মোৰ মনত নাই। কিন্তু ৰঘুবীৰৰ হলে মনত আছে—আৰু মনত আছে লাখনসিঙৰ। তেওঁলোকে কেনেকৈ পাহৰিব? আজিৰ নহয়। এই প্ৰতিশোধ আৰু 'খুন কা বদলা খুন'ৰ কাহিনীৰ যে আৰম্ভ বহুত আগতে এই নাগৰাতেই। লাখন আৰু ৰঘুবীৰ সিঙৰ নাগৰা।

সৰু গাওঁ হলে কি হ'ব। নাগৰা আৰু তাৰ ওচৰে পাজৰে ঠাকুৰৰ প্ৰতিপত্তি আছিল প্ৰচুৰ। গাওঁৰ শীৰ্ষস্থান কোনে পাব, সেই লৈয়েই বিবাদ আৰম্ভ হৈছিল সুদূৰ খেড়া-ৰাঠোৰত মানসিঙৰ দেউতাক বিহাৰীসিং আৰু তলুফীৰামৰ মাজতে। তাৰে ভয়ঙ্কৰ পৰিণতি তো কাৰো অজান নহয়। খেড়া-ৰাঠোৰত বিবাদ আছিল ঠাকুৰ আৰু ব্ৰাহ্মণৰ মাজত। কিন্তু নাগৰাত বিবাদ আৰম্ভ হ'ল ঠাকুৰৰ নিজৰ মাজতেই। ঠাকুৰ ৰঘুবীৰ সিং আৰু ঠাকুৰ সুৰা-সিঙৰ বিবাদ। লাখনসিঙৰ মোমায়েক সুৰাসিং। সেই বিবাদৰ কাহিনীও ৰঙা তেজেৰে লিখা হৈছে। চম্বলৰ প্ৰতিটো বেহড়েই সাক্ষী সেই কাহিনীৰ। আৰু সেই বিবাদৰ সাক্ষী ৰঘুবীৰ সিঙৰ বিৰাট 'হাভেলী'। বিচাৰিলে এতিয়াও দেৱালত গুলীৰ দাগ পোৱা যাব। ৰঘুবীৰ সিঙৰ জোঁৱায়েক ভীকম সিং, তেওঁতো সাক্ষী। চাৰ্টৰ হাতখন কোঁচাই লৈ মোক দেখুৱাইছিল চাৰি ইঞ্চি গুলীৰ দাগ। ঠাইডোখৰ ক'লা হৈ গৈছে। 'দেখা চাব, ক্যায়া কিয়া শালে নে' ভীকম সিঙে কৈছিল।

চুৰিৰ আড্ডা আছিল নাগৰা। বহুত ৰকমৰ চুৰিয়ে হৈছিল।

বস্তনলোলেইতো কৈছিল, উট আৰু হাতীও চুৰি হৈছিল, আৰু চুৰি হৈছিল গৰু-বলদ, আফিং, গম। চুৰি কৰি 'স্মাগল' কৰি উত্তৰ-প্ৰদেশ আৰু ৰাজস্থানলৈ চম্বলৰ সিপাৰে লৈ যোৱা হৈছিল। তাৰোপৰি সাধাৰণ চুৰিতো আছিলেই। সুবা সিং আৰু ৰঘুবীৰ সিং দুয়োজনেই এই চুৰিৰ ব্যৱসায়ত লিপ্ত আছিল। নিজে চুৰি কৰা নাছিল, কিন্তু দৰমহা দিয়া মানুহ নিযুক্ত কৰা হৈছিল চুৰি কৰাৰ কাৰণে। নিজে মাত্ৰ চুৰিৰ মাল বিক্ৰী কৰাৰ বন্দোবস্ত কৰিয়ে নিশ্চিন্ত। মানসিং আৰু উত্তৰ প্ৰদেশৰ দুৰ্ধৰ্ষ ডকাইত চাৰণা—সুবা সিং আৰু ৰঘুবীৰ দুয়োজনৰেই বন্ধু আছিল। মানসিঙে নিৰ্ভয়ে তেওঁলোকৰ ওচৰত আশ্ৰয় পাইছিল। মানসিঙৰ সংৰক্ষণত এওঁলোকে অবাধে অবৈধ ব্যৱসায়ী চপাই নিছিল। কোনোৱে সাহস কৰি পুলিচক খবৰ দিয়া নাছিল। একেই ব্যৱসায়ী, একেই গাওঁ, একেই উদ্দেশ্য—ৰঘুবীৰ আৰু সুবা আছিল অভিন্ন হৃদয়ৰ বন্ধু। লাখন, তেওঁৰ ডাঙৰ ভায়েক বিশ্বম্ভৰ সিং আৰু ভতিজাক মাধো সিং সুবা সিঙৰ দলত আছিল। চতুৰ, বুদ্ধিমান লাখন দলৰ নামকৰা মানুহ আছিল। নাগৰাত তেতিয়া এওঁলোকৰেই ৰাজত্ব। চাব-ইন্সপেক্টৰ আজিম খানে এবাৰ সাহস কৰি নাগৰা গাৱঁলৈ খানা-তল্লাচীৰ কাৰণে আহিছিল। এওঁলোকে গাৱঁৰ মাজপথতে ঘেৰাও কৰিছিল। অস্ত্ৰৰ গভীৰ আঘাত কান্ধত লৈ আজিম খান উভতি গৈছিল। পুলিচৰ হেড কনষ্টেবল সুন্দৰলালে আৰু সাহস দেখুৱাই সুবা সিঙৰ ঘৰৰ পৰা চুৰিৰ মাল উলিয়াই আনিছিল। কিন্তু তেওঁ গাৱঁৰ পৰা উলটিব নোৱাৰিলে। তেওঁক সিহঁতে ধৰি ৰাখিছিল। দিনৰ পিছত দিন ধৰি তেওঁৰ সুন্দৰলালৰ ওপৰত হৈছিল অত্যাচাৰ, অকথ্য অত্যাচাৰ। শেষ পৰ্যন্ত বাজেয়াপ্ত মাল জোৰ কৰি তেওঁৰ ওচৰৰ পৰা লৈ যোৱা হৈছিল।

কিন্তু হঠাতে এদিনাখন নাগৰাত বিপদ আহিল। আৰম্ভ হ'ল সুবা সিং আৰু ৰঘুবীৰৰ মাজত বিবাদ। আগ্ৰাৰ ওচৰৰ খেড়া-

মালোনী গাৱঁৰ পৰা ৰঘুবীৰ সিঙৰ দলৰ তিলকসিং আৰু হীৰাসিঙ কেইযোৰা মান বলদ চুৰি কৰি আনিলে। যিজনৰ চুৰি হ'ল, তেওঁ লাখনৰ ভায়েক বিশ্বম্ভৰৰ ওচৰলৈ গ'ল। কান্দি কান্দি জনালে, তেওঁ তেওঁলোকৰ আত্মীয় আৰু বলদ চুৰি কৰিব নাগৰাৰ মানুহে? বিশ্বম্ভৰৰ মূৰত কুবুদ্ধি সোমাল। মনে মনে ৰঘুবীৰৰ নামত পুলিচৰ ওচৰত খবৰ দিলে। পুলিচ আহিল। ৰঘুবীৰৰ ঘৰৰ পৰা চুৰি কৰি অনা বলদ উলিয়াই অনা হ'ল আৰু দলৰ কেইজনমানক ধৰি লৈ গ'ল।

বচ্—আৰম্ভ হৈ গ'ল বিবাদ। তাৰ শেষ আজিও হোৱা নাই। কেতিয়া শেষ হ'ব, কোনে জানে। কিছুদিন পিছত মানসিঙৰ দলৰ লগত পুলিচৰ এন্‌কাউণ্টাৰত ইন্সপেক্টৰ জগন্নাথ সিং, ৰাজৰাম আৰু তিনিজন চিপাহী মৰা পৰিল। পুলিচে এইবাৰ মানসিঙৰ বন্ধু সুবা সিঙক হলে নেৰিলে। সুবাসিঙৰ ওপৰত হুকুম জাৰী হ'ল মোৰেণা জিলা ত্যাগ কৰি যোৱাৰ কাৰণে।

সেইদিনাখন নাগৰাত ৰঘুবীৰ সিঙৰ ঘৰত উৎসৱ হ'ল। ৰঘুবীৰে এইবাৰ নাগৰাত কৰিব একাধিপত্য। গাৱঁৰ মানুহবোৰ শঙ্কিত হৈ উঠিল। এইবাৰ আৰম্ভ হ'ব।

## ॥ তেৰ ॥

গাৱঁৰ শেষ সীমালৈ সুবা সিং পুলিচৰ পহৰাত আহিল। এইবাৰ তেওঁ নাগৰা এৰি যাব লাগিল। তেওঁক আগবঢ়াবলৈ আহিছে লাখন সিং, মালখন সিং, বিশ্বম্ভৰ সিং, কিৰজী সিং, মাধো সিং আৰু বহুতে। থিচিকিয়াই হাঁহিছে ৰঘুবীৰ সিং, তিলক সিং, হীৰা সিং আৰু জবৰ সিঙে। বহুত সহ্য কৰিছে সুবাসিঙে, এই অপমান

পুনৰ তেওঁ সহ্য কৰিব নোৱাৰা হ'ল। তেওঁৰ সম্মুখত তেওঁৰ অৱস্থা দেখি সকলোৱে হাঁহিব আৰু মনে মনে চকু মুদি থাকিব ?

সুবা সিঙে লাখনক বুকুত সাবটি ললে। চকুত তেওঁৰ পানী। "বেটা, ইচকা বদলা লেনা।" ইয়াৰ প্ৰতিশোধ লবি, ভাগিনক ক'লে।

মুৰৰ পাগুৰী মোমায়েকৰ ভৰিত থৈ লাখনে প্ৰতিজ্ঞা কৰিলে, "ইচকা বদলা যব তক্ না লুঙ্গা চৈন সে নহী বৈঠুঙ্গা।" যিমান দিনে ইয়াৰ প্ৰতিশোধ নলয়, তেওঁ তেতিয়ালৈকে স্থিৰ হৈ নাথাকে। বচ, হৈ গ'ল আৰম্ভ।

নাগৰা গাৱঁৰ ইতিহাস লেখা আৰম্ভ হৈ গ'ল।

কিছুদিন পিছতে লাখনসিঙে জীৱনত প্ৰথম ঘৃণিত অপৰাধ কৰিলে। লোদা-কি-পলী গাৱঁত ডকাইতি কৰিলে। তেওঁৰ ভায়েক বিশ্বম্ভৰ আৰু কিছুমান মানুহ ধৰা পৰিল। লাখনক কিন্তু বিচাৰি পোৱা নগ'ল। তেওঁ তেতিয়ালৈকে বেহড়ৰ পথত। চম্বল পাৰ হৈ উত্তৰ প্ৰদেশলৈ গৈ ডকাইত হৰগোবিন্দ আৰু মহাৰাজ সিঙৰ দলত যোগ দিলেগৈ। কিন্তু লাখনৰ দৰে মানুহৰ পক্ষে কাৰো অধীনত কাম কৰা নসহিলে। দল এৰি তেওঁ এইবাৰ গ'ল দুৰ্ধৰ্ষ দস্যু চাৰণাৰ ওচৰলৈ। এবছৰৰ ভিতৰতে সাজু কৰি তুলিলে নিজৰ দল। লোদা-কি-পলীৰ ডকাইতিৰ কেচত যিসকলে তেওঁৰ বিৰুদ্ধে সাক্ষী দিছিল সেই পাঁচজন মুচীক নিৰ্মমভাবে এদিনাখন লাখনে হত্যা কৰিলে। ফিৰঙ্গী এই ডকাইতি কেচত হাইকোৰ্টৰ পৰা মুকলি হ'ল, কিন্তু ছমাহ পিছতে পুলিচে পুনৰ তেওঁক গ্ৰেপ্তাৰ কৰিলে—মানুহে কয় ৰঘুবীৰ সিঙৰ প্ৰৰোচনাত।

লাখনে আকৌ প্ৰতিজ্ঞা কৰিলে। ৰঘুবীৰ, তেওঁৰ আত্মীয় আৰু দলৰ সকলো মানুহকে হত্যা কৰি 'বদলা' লোৱাৰ প্ৰতিজ্ঞা। ছমাহ পিছতে লাখনে তেওঁৰ প্ৰথম বদলা ললে। ৰঘুবীৰৰ আত্মীয় তিলক সিং আৰু মথুৰী সিঙক গাৱঁৰ ওচৰত খেতিৰ মাজতে নিষ্ঠুৰ

ভাবে হত্যা কৰিলে। তাৰ পিছত বিপুল উত্তমে তেওঁ হত্যালীলাত নামিল। ভিণ্ড-মোৰেণাত তেওঁৰ দল সকলোতকৈ বেছি শক্তিশালী। নাগবাৰ ওচৰে পাজৰে বাঘৰ দৰে ঘূৰি ফুৰে। ৰঘুবীৰৰ লগত তেওঁৰ তেভিয়াৰৈকে শেষ বুজা-পঢ়া হোৱা নাই। তেওঁৰ পৰিবাৰৰ কেইজনমানক শেষ কৰিও লাখন শান্ত নহল। ৰঘুবীৰক ৰক্ষা কৰাৰ দায়িত্ব ললে পুলিচে। ৰঘুবীৰৰ 'হাভেলী'ত পুলিচৰ হেডকোৱাৰ্টাৰ হ'ল। ফোৰ্থ বেটেলিয়নৰ কমাণ্ডাই কুইন চাহাবৰ হেডকোৱাৰ্টাৰ।

আগতেই কৈছোঁ লাখনৰ 'চিক্সথ চেন্স'ৰ কথা আৰু আগন্তুক বিপদৰ আশঙ্কাত তেওঁৰ সতৰ্কতাৰ কথা। কিন্তু লাখনৰ ভাগ্যৰ প্ৰচণ্ড শক্তিৰ কথাতো কোৱা হোৱা নাই। মাৰ্চ, ১৯৫২ চনৰ ৰাতিয়েই হয়তো লাখন শেষ হলহেঁতেন। জমাদাৰ মহাভিকক ইনফৰমাৰে ঠিকেই খবৰ দিছিল। লাখন নাগৰা পাৰলৈ আহিছিল। উলটি যাব ৰাতি দহ বজাত। উলটি যোৱাৰ বাটতে এম্বুচ বহুৱা হ'ল। পুলিচ পাৰ্টিয়ে লাখনক গুভোতা দেখা পাইছে। ক্লিক ক্লিক কৈ ৰাইফলৰ বোল্ট পিছলৈ গ'ল। লাখনে বুজিব পাৰিলে কেনেকুৱা ভয়ানক বিপদত তেওঁ পৰিছে। পলোৱাৰ পথো নাই। ইপিনে পুলিচে ফায়াৰ আৰম্ভ কৰিছে। লাখনে লুকাবলৈ কিম্বা অলপ আবুৰ বিচাৰিবলৈ ধৰিলে। কিন্তু ক'ত আবুৰ? লাখন পিছুৱাবলৈ ধৰিলে। বেছি দূৰ পিছুৱাবও নোৱাৰিব। পিচতো পুলিচৰ এম্বুচ পাৰ্টি বাট আগুৰি ৰহি আছে। দলৰ আনবোৰক শেষ যুদ্ধৰ কাৰণে তৈয়াৰী হবলৈ ক'লে। লাহে লাহে পুলিচ পাৰ্টিয়ে ফায়াৰ কৰি কৰি আগুৱাই আহি আছে। কিমান সময় বা তেওঁ যুজিব পাৰিব? লাখনে পাগলৰ দৰে ফায়াৰ আৰম্ভ কৰিলে। ঠিক এনে সময়তে ক'ৰবাৰ পৰা বিশটা মাল বোজাই উট আহি তেওঁৰ সম্মুখ পালেহি। বচ্ আৰু কি লাগে। বিশটা উটে তেওঁক আবুৰ দিয়াৰ কাৰণেই যথেষ্ট। লাখনে নিৰ্বিঘ্নে পুলিচৰ ব্যূহৰ পৰা ওলাই গ'ল।

আকৌ লাখনৰ সন্দেহ হ'ল ৰঘুবীৰৰ ওপৰত। কিছুদিন পিছতেই বিজয়া দশমীৰ আবেলি নাগবাৰ ওচৰৰ খেতিৰ মাজত লাখনে নিৰ্মমভাবে ৰঘুবীৰৰ ভায়েক জবৰসিঙক হত্যা কৰিলে। যোৱাৰ আগতে তেওঁ জনাই গ'ল প্ৰতি বিজয়া দশমীৰ দিনাখনেই তেওঁ আহিব যিমান দিন তেওঁ ৰঘুবীৰক নাপায়। তাৰ পিছৰ বছৰতো বিজয়া দশমীৰ দিনাখনে লাখনে 'হাণ্ডেলী' আক্ৰমণ কৰিছিল, কিন্তু পুলিচৰ চোকা দৃষ্টিৰ কাৰণে ৰঘুবীৰৰ পৰিবাৰৰ সকলো নিৰাপদে ৰৈ গ'ল। লাখনৰ প্ৰতিজ্ঞা ভঙ্গ হ'ল। সেইবাৰ বিজয়া দশমীত তেওঁ একোৱে কৰিব নোৱাৰিলে। কিন্তু তাৰ ঠিক দুদিন পিছতেই যেওঁ তাৰ প্ৰতিশোধ ললে এনেকুৱা ভাবে যে আজিও পুলিচৰ বিষয়াসকল লাখনৰ ধূৰ্ত্তামি আৰু 'ষ্ট্ৰ্যাটেজী'ৰ কথা ভাবি বিস্ময় প্ৰকাশ কৰে।

সেইদিনাখন আবেলী পৰত নাগবাৰ পুলিচ হেডকোৱাৰ্টাৰলৈ খবৰ আহিল। আগদিনাখন উত্তৰ প্ৰদেশৰ আগ্ৰাৰ ওচৰত যেতিয়া মানসিঙৰ লগত পুলিচৰ এনকাউণ্টাৰ হয় তেতিয়া লাখন মানসিঙৰ লগত আছিল। এয়াও খবৰ আহিল যে লাখন সেই পথেৰেই নাগবাৰ ফালে আহিছে। খবৰ পোৱাৰ লগে লগে নাগবাৰ পুলিচ ফোৰ্চ আগ্ৰা বৰ্ডাৰলৈ লৈ যোৱা হ'ল।

পুলিচ ফোৰ্চ বাওনা হোৱাৰ বোধ হয় আধাঘণ্টাও হোৱা নাই। মূৰ্ত্তিমান বিভীষিকাৰ দৰে লাখনে দলবল লৈ নাগবা গাঁৱত জপিয়াই পৰিল। আধা ঘণ্টাৰ ভিতৰতে লাখনে ৰঘুবীৰৰ পৰিবাৰৰ আঠজনক নিষ্ঠুৰভাবে হত্যা কৰিলে। সামান্য এটা ভুল খবৰ পুলিচক দি লাখনে তেওঁৰ প্ৰতিশোধ ললে। যেতিয়া এই ঘটনা নাগবাত ঘটা গল, পুলিচৰ ডি. আই. জি. মিঃ শৰ্মা আৰু এচ্. পি. মিঃ দেশমুখে তেতিয়া মাত্ৰ বাৰ মাইল দূৰৈৰ পোৰচাত কেম্প কৰিছিল। বহুত পিচত তেওঁলোকে এই ভয়ানক হত্যালীলাৰ খবৰ পাইছিল। কেইঘণ্টা মান পিছত তেওঁলোকে যেতিয়া নাগবা পালেহি তেতিয়া ৰঘুবীৰৰ

ঘৰৰ পৰা কান্দোনৰ ৰোল ভাঁহি আহিছে। 'হাভেলী'ৰ দেৱালত গুলীৰ দাগ। ৰঘুবীৰ সিং সেই সময়ত গাৱঁত নাছিল, সেই কাৰণে তেওঁ সাৰি গৈছিল, কিন্তু উভতি আহি তেওঁ সেইদিনাখন কান্দোনত অস্থিৰ হৈ পৰিছিল। শিলৰ দৰে বহুত সময় ৰঘুবীৰ থিয় হৈ আছিল। নিশ্চল তেওঁৰ চকুৰ দৃষ্টি। পলকহীন ভাবে তেওঁ আঠোটা লাচৰ ফালে চাই আছিল। হঠাতে হুক্‌হুকাই কান্দি উঠে। ওচৰত থকা কনষ্টেবলৰ হাতৰ পৰা ৰাইফলটো কাঢ়ি লৈ পগলাৰ দৰে বেহড়ৰ ফালে দৌৰি গৈছিল। দহ মিনিট পিছত যেতিয়া বিভ্ৰান্তৰ দৰে উভতি আহিছিল তেওঁ, তেতিয়া তেওঁৰ চকু-পানী শুকাই গৈছিল। লাখনৰ লগত যুদ্ধত তেওঁ হাৰি গৈছে।

"চালা কুত্তা। চালা হাৰামী। চালেকা নাশ হো"—ৰঘুবীৰ লাখনৰ নামত জ্বলি উঠিছিল। বৃদ্ধ হৈছে ৰঘুবীৰ। ফোৰ্থ বেটেলিয়নৰ হেডকোৱাৰ্টাৰৰ কুইন চাহাবৰ কেম্পৰ সম্মুখতে নিমগছৰ তলতে আমি বহিছিলো। মই, ৰঘুবীৰ, তেওঁৰ জোৱাঁয়েক ভীমক সিং আৰু কুইন।

"কিমানদিন এইদৰে পুলিচৰ পহৰাত চোৰৰ দৰে পলাই পলাই ফুৰিবা ?" ৰঘুবীৰক সোধো।

ৰঘুবীৰে কুইনৰ ফালে এক মুহূৰ্ত্ত চালে। কুইনৰ মুখত হাঁহিৰ জিলিকণি দেখা গ'ল। ৰঘুবীৰৰ জ্যোতিহীন চকত অগনি জ্বলি উঠে। "যব তক্ ইয়ে চাহাব উচ্ চালেকো ন মাৰে তব তক্। উচ্‌কী লাচ আয়েগী ইহাঁ আইৰ ম্যায় উচ্‌পৰ থুকুঙ্গা।" যিমান দিন কুইনে লাখনক নামাৰে সিমান দিন। যিদিনাখন লাখনৰ মৃতদেহ আহিব সেইদিনাখন ৰঘুবীৰে তেওঁৰ মুখৰ ওপৰত থুই পেলাব।

ৰঘুবীৰে খঙ, লাজ আৰু ঘৃণাত থুই পেলালে।

তাৰ পিছত ? তাৰ পিছত ৰঘুবীৰ নাগৰা এৰি গুচি যাব। মাটিৰ মায়া ত্যাগ কৰি তেওঁৰ 'হাভেলী' এৰি বহু দূৰলৈ গুচি যাব।

নাগৰাক, নাগৰাৰ ইতিহাস সকলো তেওঁ পাহৰি যাব খোজে। পেলাই অহা তেজেৰে বাগুৰী দিনবোৰ তেওঁৰ এটি সপোনৰ দৰেই লাগে।

চকুৰ অগণি পুনৰ কমি আহে। শিলৰ দৰে নিশ্চল, জ্যোতিহীন চকু দুটিয়ে চাই থাকে হাভেলীৰ ফালে। তাৰ পিছত এসময়ত সকলো চকু পানীত ঢাক খাই পৰে। টপ্ টপ্‌কৈ দুই বিন্দু চকুৰ পানী সময় ভাৰাক্রান্ত সোঁতোৰা-সোঁতোৰ শীর্ণ গালেৰে বৈ আহে। ৰঘুবীৰে কান্দি উঠে। "মই ঠাকুৰ ৰাজপুত আৰু আজি মই এজন 'কুত্তাৰ' ভয়ত পুলিচৰ পহৰাত পলাই পলাই ফুৰিছোঁ। মোৰ খেতি, মোৰ ঘৰ আজি মোৰ হৈয়ো নহয়।" পুনৰ ৰঘুবীৰে একো ক'ব নোৱাৰে, কান্দোনত ভাঙি পৰিল।

"কাম অন্ ম্যান। কেয়া তোম বোতা ম্যান", কুইনে ৰঘুবীৰক দাবি দিয়ে।

ৰঘুবীৰে হাতৰ আঙুলিৰ পাৰ গণিবলৈ ধৰে—তিলক সিং, মথুৰা সিং, জবৰ সিং, হীৰা সিং···। আৰু বহুতো নাম। প্ৰশ্ন কৰে মোক—"মই বাৰু লাখনৰ লগত কাজিয়া কৰিছোঁ।, কিন্তু ইন লোগোঁকো ক্যায়া কচুৰ।" ইহঁতে কি কৰিছিল? কি দোষ তেওঁৰ জোৱায়েক ভীকম সিঙে কৰিছিল যে আজীৱন তেওঁ হাতত গুলীৰ দাগ লৈ ফুৰিব লগা হৈছে।

কিন্তু ৰঘুবীৰে হয়তো নাজানে, তেওঁৰ দৰে ঠাকুৰ লাখন সিঙেও আজিকালি প্ৰায়েই হাতৰ আঙুলিৰ পাৰ লেখি লেখি বহু নাম সময়ে অসময়ে বকে। লাহে লাহে তেওঁৰ দল কমি আহিছে। আগতে আছিল ৩০।৩৫ জন। এতিয়া হৈছে ২০।২২ জন। এদিনাখন হয়তো লাহে লাহে সকলো শেষ হৈ যাব। জীয়াই থাকিব হয়তো তেওঁ নিজেই ৰঘুবীৰৰ ওপৰত 'বদলা' লোৱাৰ কাৰণে। হয়তো নাগৰাৰ ওচৰতে কুইন চাহাবৰ হাততেই···। কিন্তু তাৰ আগতে যে শেষ বাৰৰ কাৰণে ৰঘুবীৰৰ লগত শেষ

মীমাংসা কৰিবই লাগিব। সেই সময় আহিব জানো? কপাৰ লগত হোৱা কাজিয়াৰ বেচ সুযোগ কুইন চাহাবে লৈছে। বহুত কথাই জানিব পাৰিছে। বহুত নাম মনলৈ আহে ঠাকুৰ চাহাবৰ। কিমান মানুহ আহিল আৰু গ'ল। তেওঁৰ সম্মুখতে কিমান মৰিল। বহুত নাম। ফৌজদাৰ সিং। ঠগ, প্ৰবঞ্চক। মাত্ৰ এটা গুলী। বচ্ শেষ। ঠাকুৰ চাহাবে জানিছিল যে ফৌজদাৰ সিঙেই তেওঁক ঠগিছিল। কোনোৰে তেওঁক কোৱা নাছিল। ফৌজদাৰৰ চকুৱেই তেওঁক কৈ দিছিল। আৰু অভিলাষ সিং? তেওঁৰ বিশ্বস্ত অনুচৰ। মাত্ৰ এটা সামান্য ভুলৰ কাৰণে ধৰা পৰিল। ঠাকুৰ চাহাবে ভাবিবও নোৱাৰে ৭২ বছৰৰ জেল সেইদিনাখন হৈ গ'ল। কেইজনমান সাক্ষীক শেষ কৰিও একো লাভ নহয়। এজনী গাৱঁৰ ছোৱালী, তাইৰ ইমান 'হিম্মত'। ঠাকুৰ চাহাবৰ আদেশ অমান্য কৰি আদালতলৈ গৈ অভিলাষৰ বিৰুদ্ধে সাক্ষী দিছিল। যাওক, দেখা যাব। তাইৰ লগতো এদিন বুজা-বঢ়া হ'ব। তিৰোতা হলে কি হ'ব? ঠগালে ঠগো খাবই লাগিব। ঠাকুৰ চাহাবৰ 'বদলা' ভয়ানক 'বদলা'। বিশ্বাস যদি নহয় নাগবালৈ গৈ বখুৱীৰক সুধি আহাগৈ।

আৰু তেওঁৰ ভতিজাক হুজুৰী সিং, ঠাকুৰ চাহাবেই জানিছিল সি এদিনাখন পুলিচৰ হাতত মৰিবই। এতিয়াও মাজে মাজে চেহেৰাটো মনত পৰে। কি সুন্দৰ চেহেৰাই আছিল হুজুৰী সিঙৰ। সি যে ছোৱালীৰ মোহত পৰিবই ঠাকুৰ চাহাবে আগতেই জানিছিলে। কিন্তু হুজুৰী সিঙে যে সীমা চেৰাই গৈছিল। ইমান মদ আৰু তিৰোতাৰ আমেজে যিজনক পায় তাৰ দিনতো সোনকালে শেষ হৈ আহিবই। ভতিজাকক বাৰে বাৰে বাধা দিছিল, কিন্তু শুনা নাছিল। মৰি ভালেই হৈছে। এনেকুৱা মানুহক দলত ৰখাটোত বিপদ ভালেখিনি। পুলিচৰ হাতত নমৰাহেঁতেন, লাখনে নিজেই হুজুৰীক গুলি কৰিলেহেঁতেন। মদ তিৰোতাৰ ৰোগ বহুতৰেই আছে,

কিন্তু হুজুৰী আছিল পাষণ্ড। পশুতকৈও অধম। তিৰোতাৰ ওপৰত অকল অত্যাচাৰ কৰিয়েই ক্ষান্ত নাছিল, পিছত সিহঁতক ডিঙি চেপি মাৰিছিল। ইংৰাজী কাগজত বোলে তাৰ নাম আছিল "a delinquent Don Juan and an unrepentent raper of women." ভালেই হ'ল হুজুৰী মৰি। জীয়াই থকাহেঁতেন কিমান যে তেওঁক বিপদত পেলালেহেঁতেন কোনে জানে!

কিন্তু অলাসিঙৰ মৃত্যুৱে ঠাকুৰ চাহাবক সকলোতকৈ বেছি কষ্ট দিছিল। কিজানি হয়তো সেইদিনাখন তেওঁ নিজে লগত থকা-হেঁতেন অলাসিং এনেভাৱে নমৰিলহেঁতেন। তেওঁৰেই ভুল হৈছিল অলাসিঙক বেলেগকৈ ডকাইতি কৰিবলৈ অনুমতি দিয়াটো। কিন্তু ঠাকুৰ চাহাবে কিয়ে বা কৰিব। নিজৰ ভতিজা-জীয়েকৰ বিয়াৰ কাৰণে অলাৰ টকাৰ দৰকাৰ। তেতিয়া ঠাকুৰ চাহাবৰ নিজৰেই খুব টনাটনি। ৰাইফল আৰু টি. এম. চি. কিনোতে বহুত টকা ওলাই গ'ল। নহলে তেওঁৱে অলাৰ ভতিজা-জীয়েকৰ বিয়াৰ কাৰণে টকা দিব পাৰিলেহেঁতেন। কিমানবাৰ কিমানজনক তেওঁ এইদৰে টকা দিছিল। তাৰোপৰি অলাই নিজেয়েতো প্ৰস্তাৱ আনিছিল। কৈছিল, কিছুদিনলৈ মোক এৰি দিয়া। কেইজনমানৰ লগত মোৰ 'বদলা' লোৱাৰ এতিয়াও বাকী আছে। ছমাহ মানৰ ভিতৰতে সকলো ঠিক হৈ যাব। 'বদলা' লোৱাও হ'ব আৰু ভতিজা-জীয়েকৰ বিয়াৰ টকাও যোগাৰ হ'ব। লাখন ৰাজী হৈ গ'ল। বেচেৰাই যদি ভতিজা-জীয়েকৰ বিয়াৰ কাৰণে টকা যোগাৰ কৰিব পাৰে তাতে ক্ষতি কি? অলাসিঙে ভতিজা-জীয়েকক খুব ভাল পাইছিল। ইমান মৰমো আকৌ ভাল নহয়। কোনোবা-দিনাখন হয়তো বিপদতো পৰিব পাৰে।

সঁচাৱে অলাসিঙক প্ৰশংসা কৰিব লাগে। কেইদিনমানৰ ভিতৰতে বেচ কিছু টকা যোগাৰ কৰিলে। পুলিচৰ মানুহ কিছু পৰিমাণে ৰমি গ'ল। ডকাইতি কৰে লাখনৰ দলৰ অলাসিঙে,

কিন্তু লাখনৰ হলে তংসূত্ৰই নাই। তেনেহলে জানো লাখনৰ লগত জলাৰ মনোমালিন্ত হৈছে? পুলিচৰ এনে পৰিস্থিতিৰ পটভূমিত মতিভ্ৰমৰ কথা ভাবি লাখনে সেইদিনাখন খুব হাঁহিছিল। কিহৰ 'ইণ্টালিজেন্স' বেটাহঁতৰ? সকু কথাতেই ঠগ খাইছে। কিন্তু জলাই বৰ বেছি আৰম্ভ কৰিলে। ইমান ধুমধাম কৰি বিয়া দিয়াৰ কিহৰ দৰকাৰ? আৰু ইমান টকাই বা তেওঁ কেলেই খৰচ কৰিব খুজিছে?

ঠাকুৰ চাহাবে জানিছিল যে এদিনাখন জলা বিপদত পৰিব, আৰু হলো সেয়ে। পিছদিনাখন জলাৰ ভতিজা-জীয়েকৰ বিয়া। আগদিনাখনো ডকাইতি কৰিবলৈ গৈছে, শেষ সুযোগত কিছু টকা পোৱা যায় নে নাযায়। পুলিচে কিন্তু এইবাৰ ঠগ খোৱা নাই। গাওঁৰ পৰা ওলাই অহাৰ আগতেই হ'ল 'এনকাউণ্টাৰ'। চেষ্টা কৰাহেঁতেন জলা পলাব পাৰিলেহেঁতেন। কিন্তু শেষ মুহূৰ্ত্তত কি যে হ'ল! পগলাৰ দৰে দেৱালৰ ওপৰত উঠি যেনিয়ে পায় তেনিয়ে গুলী চলাবলৈ ধৰিলে। কিমান সময় পাৰিব? ধুপুচকৈ মাটিত পৰি পুনৰ আৰু নুঠিল। কাল হ'ল তাৰ ভতিজা-জীয়েকৰ বিয়াই।

ইমান দুখৰ মাজতো লাখনৰ হাঁহি উঠিছিল। জলাসিঙৰ মৃতদেহ চিনাক্ত কৰিবলৈ গৈ পুলিচে খোৰাঁ-কোৰাঁ দেখিলে। বাতৰি কাকতে প্ৰচাৰ কৰি দিলে যে লাখন সিঙৰ দলৰ আৰু এজন মানুহ মাখন সিং মৰা পৰিছে। কিন্তু পিছদিনাখন বাস্তিপুৰাই তেওঁলোকৰ ভুল ভাঙিল। কিন্তু এইয়া যে জলা সিং তাৰ প্ৰমাণ কি? কোনে চিনাক্ত কৰিব এই মৃতশ'ক।

কিন্তু পুলিচে এয়া কি কৰিলে! জলাসিঙৰ মৃত শ তেওঁৰ গাৱঁলৈকে লৈ গ'ল। সেইদিনাখন যে গাওঁত ভতিজা-জীয়েকৰ বিয়া। উস, কি পাষণ্ড পুলিচৰ মানুহবোৰ! সন্ধ্যা হৈ আহিছে। গাওঁত জলাৰ ভতিজা-জীয়েকৰ বিয়া। গাওঁ উজাৰ কৰি সকলো

মানুহ বিয়ালৈ আহিছে। মণ্ডপ গেচ-লাইটৰ উজ্জ্বল পোহৰেৰে সুৰমামণ্ডিত। বাজিছে সানাই। ছোৱালী বিয়াৰ মণ্ডপলৈ লৈ অনা হৈছে। ঠিক সেই সময়তে পুলিচ জলাৰ মৃতদেহ লৈ খাণ্ডোলী গাওঁ পালেগৈ। অদৃষ্টৰ কি পৰিহাস। যি ভায়েকৰ জীয়েকৰ বিয়াৰ কাৰণে জলাই সকলো কৰিলে তেওঁৰ বিয়া তেওঁ দেখা নাপালে। অকল সেয়ে নহয়। বিয়াৰ মঙ্গল মুহূৰ্ত্তত তেওঁৰে মৃতদেহ ঘৰৰ প্ৰাঙ্গণ পালেগৈ। জলাৰ ভতিজা-জীয়েকে জেঠায়েকক সাৱটি ধৰিলে। মৃতদেহ চিনাক্ত হৈ গ'ল।

যেতিয়া দৰা-কইনা হোমৰ জুইৰ চাৰিওফালে সাতপাক ঘুৰিছে, তেতিয়া গাৱঁৰ কিছু দূৰৈত নদীৰ পাৰত লহপহকৈ জলাসিঙৰ চিতাৰ জুই জ্বলি উঠিল। সেইদিনাখন ঠাকুৰ চাহাবৰ খুব বেয়া লাগিছিল। এনেকুৱা কিয় হয়? এনেকুৱা নহলে জানো নহয়? ভাগ্যৰ খেলা, ইয়ে বৰ নিৰ্ম্মম, বৰ নিষ্ঠুৰ।

বহুতৰ কথাই ঠাকুৰ চাহাবৰ মনত পৰে। বাবু লোহাৰী, চুলতান সিং। মাত্ৰ এটা ইঙ্গিত কৰিছিল কল্লাক। বচ্ এটা গুলীতে শেষ ইমান ডাঙৰ এজন 'বাগী'। কিন্তু আচৰিত, পুতলীক তো তেওঁ নাপালে। যাওক। কি এনে হৈছে। সিমান অৰণ্যে ভালো লগা নাছিল। আৰু কল্লা? পুতলীৰ কল্লা। এইয়াও ভাগ্যৰ খেল। যি কল্লাই চুলতানক মাৰিলে, সেই কল্লাই শেষত পুতলীৰ প্ৰেমত পৰিল। বেচতো ছোৱালীজনী। চুলতানক মৰাৰ পিছতে কল্লাক ভাল পালে। হুঁ, কল্লা পুৰুষ আছিল ঠিকেই। শেষলৈ পুতলীক বচোৱাৰ কাৰণে চেষ্টা কৰিছিল। ভৰিত গুলী খাই লেকেচিয়াই লেকেচিয়াই কোনোমতে পলাইছিল। দুমাহ পিছত পুনৰ মূৰ তুলি উঠিছিল।

ঠাকুৰ চাহাবে লালসিঙৰ কথাও পাহৰিব নোৱাৰে। কলেজত

পঢ়া, কৌজৰ হাবিলদাৰ শেষত হ'লগৈ 'বাগী'। কিয় যে নিজৰ দল গঢ়িবলৈ গৈছিল।

আৰু মনত পৰে ঠাকুৰ চাহাবৰ পাণ্ডৰী গাৱঁৰ কথা। পাণ্ডৰীত থাকে তেওঁৰ আদৰৰ সৰু ভনীয়েক সোণচিড়িয়া। পাণ্ডৰীৰ লগত আৰু এটা স্মৃতি জড়িত আছে। সেই স্মৃতি হৈছে হৰবিলাসৰ।

## ॥ চৌধ্য ॥

হৰবিলাসেও ঠাকুৰ চাহাবক প্ৰবঞ্চনা কৰিছিল। সাহস কৰি এৰি যাম বুলি ভাবুকি দিছিল। সেয়া জানো কেতিয়াবা সম্ভৱ? এবাৰ দলত যোগ দিলে জানো দল এৰি যাব পৰা যাব? এবাৰ যিজন 'বাগী' হৈছে তেওঁ জানো পুনৰ উভতি যাব পাৰে? বেহড়ৰ হাত বাউলত যিয়ে এবাৰ সহাঁৰি দিছে তেওঁ জানো কোনোবা দিনাখন বেহড়ৰ পৰা উভতিব পাৰে? কিন্তু হৰবিলাসে পলাব খুজিছিল। ক'লৈ বা পলাই যাব? পুলিচৰ ওচৰলৈ নে নিজে দল কৰিবলৈ? কোনে জানে। ক'ব পাৰিলেহেঁতেন হৰবিলাসে নিজে। কিন্তু তেওঁতো আৰু আজি নাই। অৱশ্যে ঠাকুৰ চাহাবে ক'ব পাৰিলেহেঁতেন। কিন্তু তেৱোঁ নহয়। পাণ্ডৰী গাৱঁৰ সকলোৱে থিয় হৈ সেই ঘটনা দেখিছিল, কিন্তু তেওঁলোকেও জনা নাছিল কিয় এনে হ'ল। তেওঁলোকে মাত্ৰ ইয়াকে জানিছিল যে হৰবিলাসে ঠাকুৰ চাহাবৰ লগত প্ৰবঞ্চনা কৰিছে। ইয়াতকৈ বেছি জনাৰ তেওঁলোকৰ প্ৰয়োজন নাই, নাই সাহসো।

নাগৰা এৰি বহুত দূৰ আগুৱাই যাব লাগিব। নাগৰাৰ পৰা কানহেৰা, কানহেৰাৰ পৰা কাতোৰা, কাতোৰাৰ পৰা ফুলপুৰা,

সুৰপুৰাৰ পৰা উদিতপুৰা। উদিতপুৰাৰ পৰা ভিণ্ড আৰু ভিণ্ডৰ পৰা আৰু কেইখনমান গাওঁ এৰি তেতিয়াহে পাওৰী। বাট-পথতো একোৱে নাই। খেতিৰ মাজেদি কোনো ৰকমে অহা-যোৱা কৰিব লাগে। আৰু পাওৰীলৈ যাব লগা হলেতো বেহড়ৰ মাজেদিয়েই যাব লাগে। জীপত গলে মাজে মাজে বেহড়ৰ গাত খুন্দা লাগে। বাৰিষাৰ সময়ত বেহড়ৰ বাটত পানী সোমায়। তেতিয়া সকলো বন্ধ। পাওৰী সভ্য জগতৰ পৰা বহুত দূৰৈত। গোটেই গাওঁখনেই বেহড়ৰ ওপৰত। ইফালে সিফালে সিঁচৰতি ঘৰবোৰ। একোটা বেহড়ৰ ওপৰত একোটাকৈ ঘৰ। ঘৰৰ পিচৰ দুৱাৰ খুলিলেই বেহড়। পোনে পোনে বেহড়ৰ মাজেদি গলেই চম্বল।

সমৃদ্ধিশালী ঠাকুৰৰ গাওঁ পাওৰী। স্কুল আছে, মন্দিৰ আছে, নেতা আছে, সকলো পাওৰীত আছে। আৰু আছে লাখনৰ ভনীয়েক সোণচিড়িয়া। ঠাকুৰৰ গাওঁ পাওৰীত কোনোৱে মাছ-মাংস নাখায়। জীৱ হত্যা মহাপাপ, সেইকাৰণে পাওৰীৰ ঠাকুৰবোৰ নিৰামিষভোজী। কিন্তু মানুহৰ কোনো দাম হলে পাওৰীত নাই। মানুহক হত্যা কৰা! সেইতো বেলেগ কথা। সেয়াতো "ইজ্জত"ৰ কথা। সেইয়া হ'ল 'খুন কা বদলা খুনৰ' কথা।

সোণচিড়িয়াৰ ঘৰৰ বাৰাণ্ডাত বহি বেচ দেখা যায় খেতি-পথাৰ আৰু বেহড়ৰ মাজেদি বাট। গাৱঁলৈ অহা বাট। অহা-যোৱাৰ এইটোৱেই একমাত্ৰ বাট। বাৰাণ্ডাৰ পৰা প্ৰায় একমাইল বাট চকুত পৰে। ঠাকুৰ চাহাব প্ৰায়ে পাওৰী গাৱঁলৈ আহে। যদি কোনোবাই পুলিচক খবৰ দিয়েও তথাপিও কোনো ভয় নাই। এমাইল দূৰৈৰ পৰা দেখা যায় যে পুলিচৰ গাড়ী আহিছে। নিৰাপদে খোৱা-লোৱা কৰি পিছ দুৱাৰেদি ঠাকুৰ চাহাব বেহড়ত মিলি যায়। পুলিচ সোণচিড়িয়াৰ ওচৰলৈ আহে। সুধিলে ঠাকুৰ চাহাব আহিছিল নে নাই। "হয় আহিছিল। দহ মিনিটমান আগতে

গুছি গৈছে।" পুনৰ একো কৰিবৰ নাই। তেতিয়ালৈ লাখন সিঙে হয়তো চম্বলত সাঁতুৰি বহু দূৰলৈ গুছি গৈছে। ঘৰ আৰু চম্বলৰ পানীৰ ওপৰেদিতো জীপ আকৌ নিব পৰা নাযায়।

এৰা, এই পাণ্ডৰীতে ঘটিছিল সেই ঘটনা। গাঁৱৰ সকলোৱে ক'ব হৰবিলাসে ঠাকুৰ চাহাবৰ লগত 'ধোকা' দিছিল। গাঁৱত সোমাওঁতে বিৰাট এজোপা 'বাবুল' গছ পায়। সেই 'বাবুল' গছজোপাই সকলোতকৈ ডাঙৰ সাক্ষী। মোৰ শৰীৰ জিকাৰ খাই উঠিছিল। তেতিয়া ৰাতি পুৱাইছে মাত্ৰ। সোণচিড়িয়া বোধহয় তেতিয়াও টোপনিৰ পৰা সাৰ পোৱা নাই। হাতত অলপ সময় আছিল, সেইকাৰণে গাওঁখন অলপ ফুৰি আহিম বুলি আগুৱাই গ'লোঁ। নিজৰ অজানিতে কেতিয়া যে বাবুল গছজোপাৰ ওচৰ পাইছিলোঁহি, নিজেই বুজিব নোৱাৰিলোঁ।

লগৰ মানুহজনে ফুচফুচাই হঠাতে ক'লে, "এই গছজোপাৰ লগতে……।"

"এই গছজোপাত কি ?"

কণ্ঠস্বৰ যথাসাধ্যে সৰু কৰি উত্তৰ দিলে—"ঠিক এনেকুৱা ৰাতিপুৱাতেই ঠাকুৰ চাহাবে সেইদিনাখন সকলোকে টোপনিৰ পৰা জগাইছিল। সকলোকে বাবুল গছজোপাৰ তললৈ আহিবলৈ কৈছিল।' সকলো আহিছিলোঁ। তাৰপিছত হৰবিলাসক বান্ধি আনিছিল………"

"তাৰ পিছত ?"

"তাৰ পিছত আৰু কি ? গছৰ লগত তাক বান্ধি ঠাকুৰ চাহাবে নিজে গুলী কৰি মাৰিছিল।"

"এই নৃশংস হত্যা দেখি গাঁৱৰ মানুহে একো নকৰিলে ?" মই মানুহজনক সুধিছিলোঁ।

আচৰিত ধৰণে হাঁহি মানুহজনে কৈছিল, "আপুনি কি যে কয় ? সিহঁতে থিয় হৈ সকলো দেখিল। ছুৰকটা খৰি হৰবিলাসৰ

মৃতদেহ পৰি আছিল। যেতিয়া পুলিচ আহিল তেতিয়া শগুণ মৃতদেহৰ উপৰত ঘুৰি ফুৰিছিল।”

ঠাকুৰ চাহাবৰ লগত প্ৰবঞ্চনা কৰিলেই প্ৰতিফলো পাব লগীয়া হয়। এতিয়াও গাৱঁৰ মানুহে কেৰাহিকৈ বাবুল গছজোপাৰ কালে চাই আঁতৰি যায়গৈ। তেওঁলোকৰ অগাধ বিশ্বাস ঠাকুৰ চাহাবৰ ওপৰত। যিসকলে তেওঁক ঠগিছে বা তেওঁৰ দল এৰি গুচি গৈছিল তেওঁলোক সকলোৱে নিজেও ঠগ খাইছিল। সকলো শেষ হৈছে, কিন্তু ঠাকুৰ চাহাবতো এতিয়াও জীয়াই আছে। কোনোবাই জানো তেওঁক কিবা কৰিব পাৰিছে? ফৌজদাৰ সিং, চুলতান সিং, অভিলাখ সিং, জ্বলাসিং, হৰবিলাস, কল্লা, লালসিং, শঙ্কৰ গুজৰ, অমৃতলাল, পুতলী, ৰূপা আনকি 'দাউ' মানসিঙো। কোন ক'লৈ গুচি গ'ল! অৱশ্যে পানা আৰু বাহাদুৰা এতিয়াও আছে, কিন্তু সিহঁত ঠাকুৰ চাহাবৰ ওচৰত কোন কুটা। ঠাকুৰ চাহাবৰ ওচৰত লালসিং ভালভাবেই আছিল। কিয় যে বেলেগে আকৌ দল তৈয়াৰী কৰিবলৈ গৈছিল!

লালসিং। মেট্ৰিক পাছ কৰি কলেজত পঢ়িছিল। এদিনাখন ফৌজত ভৰ্ত্তি হ'ল। ট্ৰেনিং হ'ল, সকলো হ'ল, শেষত লালসিং হ'ল হাবিলদাৰ লালসিং। ফৌজৰ নামী আৰ্মাৰাৰ (Armourer) হাবিলদাৰ লালসিং ৰাঁচীৰ ওচৰৰ বাবিনা কেম্পলৈ বদলি হৈ আছিল। হঠাতে এদিনাখন কিবাকৈ লালসিঙৰ লগত ঠাকুৰ চাহাবৰ দেখাদেখি হ'ল। বাবিনাৰ পৰা লাহে লাহে ৰাইফল, বন্দুক আৰু কাৰ্টিজ চুৰি হ'বলৈ ধৰিলে। লালসিং ধৰা পৰিল। আৰ্মচ্ স্মাগ্লিংৰ অপৰাধত ২৫ বছৰ বয়সৰ যুবক লালসিং ধৰা পৰিল। ঠাকুৰ চাহাবতো আকৌ 'অহচান-ফৰামোচ' (অকৃতজ্ঞ) মানুহ নহয়। এদিনাখন হঠাতে কোৰ্ট-মাৰ্চালৰ লক-আপৰ পৰা

হাবিলদার লালসিং পলাল। লালসিং হ'ল লাখনর দলর সকলোতকৈ সম্মানিত সভ্য। মিলিটাৰীৰ মানুহ, ক্র্যাক্ চট্। দলৰ বাকীবোৰ মানুহক বন্দুক চলাবলৈ শিকায় আৰু বেয়া হ'লে আঁতৰাই পেলায়। লাহে লাহে লালসিং অপৰাধ আৰু হত্যাৰ অন্ধকূপলৈ নামি যাব ধৰিলে। চৰকাৰৰ বহীত নাম হ'ল 'লালসিং দি টেৰিব্‌ল'।

কিন্তু লালসিং হলে নিজে আনন্দিত নহ'ল। তেক অন্ত এজন লাখনসিং হ'ব খুজিলে। দেৱীৰ মন্দিৰলৈ গৈ সেৱা জনাই বৰদান বিচাৰিলে—তেওঁ যেন লাখনতকৈও ডাঙৰ 'বাগী' হ'ব পাৰে। দেৱীৰ ওচৰত ১০৫ টা ছিন্নমুণ্ড মানস কৰিলে। দুদিন পিছতে লালসিঙে লাখনৰ দল এৰি নিজৰ দল তৈয়াৰী কৰিলে। তেওঁৰ নিজৰ দস্যুজীৱনৰ আৰম্ভণিতে এদিনাখন শিবপুৰীৰ এখন গাঁৱৰ ওচৰলৈ গ'ল। দেৱীৰ মানস পূৰ্ণ কৰিব লাগিব। নিৰীহ পাঁচজন মীনা জাতৰ মানুহক ধৰি আনি সিহঁতৰ ছিন্নমুণ্ড দেৱীৰ মন্দিৰত থৈ আহিল। এই নৃশংস হত্যাকাণ্ডৰ কথা শুনি গোটেই মধ্যপ্ৰদেশ চমকি উঠিল।

তথাপিও কস্তমজী চাহাবৰ দয়া হ'ল। লালসিঙক ভাল পথলৈ আনিবলৈ চেষ্টা কৰিলে। তেওঁক জনোৱা হ'ল—তেওঁ যেন আত্মসমৰ্পণ কৰে। লালসিঙে ভাবি চালে। কস্তমজী চাহাবৰ ওচৰলৈ কাউন্টাৰ অফাৰ পঠালে। দুটা চৰ্ত্ত তেওঁৰ— প্ৰথম, মিলিটাৰীৰ পৰা তেওঁক যেন 'পাউন' দিয়া হয় আৰু খুনৰ কাৰণে যেন তেওঁক ফাঁচী দিয়া নহয়। কস্তমজী চাহাবে কৈ পঠিয়ালে তেওঁ এই চৰ্ত্ত মানিবলৈ সম্মত নহয়। তথাপিও লালসিঙে আত্মসমৰ্পণ কৰিলেহেঁতেন কিন্তু ঠাকুৰ চাহাবে সাৱধান কৰি দিলে "খবৰদাৰ"। লাখনসিঙে জানিছিল এবাৰ যদি লালসিঙে আত্মসমৰ্পণ কৰে তেনেহলে তেওঁৰ নিজৰ দলৰ বহুত কথাই ওলাই পৰিব। লালসিঙৰ উন্নতি বোৱাৰ পথ চিৰদিনৰ কাৰণে বন্ধ হৈ গ'ল। কস্তমজী চাহাবেও নিজৰ অফাৰ ওভোতাই ললে।

লালসিঙক পোৱাত বেছি দিন নালাগিল। সরু দল, কম অস্ত্র-শস্ত্র, তাৰোপৰি লাখনৰ দল এৰি অহা মানুহক গাঁৱৰ মানুহেও সাহায্য কৰিবলৈ ভয় খায়। তিনি দিন তিনি ৰাতি হাবিয়ে-বননিয়ে, পাহাৰ-নদী ভাঙি পলাইছে আৰু পিছে পিছে পুলিচে খেদিছে। চাৰিদিনৰ দিনাখন লালসিঙ পুনৰ নোহোৱা হ'ল। বুকু ফিন্দাই পুলিচ পাৰ্টিৰ সন্মুখত থিয় হ'ল। মাত্ৰ ত্ৰিশ ৰাউণ্ড গুলী আছিল, পাগলৰ দৰে ফায়াৰ কৰিছে। তাৰ পিছত এটা গুলী খাই মুখ ঠেকেচা খাই যে পৰিল পুনৰ তাৰ পৰা আৰু নুঠিল। পোষ্টমৰ্টেমৰ পিছত হসপিটালৰ ডাক্তৰবোৰে কৈ উঠিছিল "দি পুঅ'ৰ চ্যাপ"। লালসিঙৰ পেটত মাত্ৰ পানী আৰু অলপ পৰিমাণৰ বনৰীয়া ফল পোৱা গৈছিল। তিনিদিন তেওঁ একোকে খাবলৈ পোৱা নাছিল।

আৰু কল্লা? পুতলীৰ কল্লা। কল্যাণ সিং। লাখনৰ মাত্ৰ এটা ইঙ্গিতে ৰাইফল তুলি চুলতানক গুলি কৰিছিল। তাৰ পিছত সেই চুলতানৰ পুতলীকে ভাল পাইছিল। লাখনৰ দল এৰি কল্লা-পুতলী দল তৈয়াৰী কৰিছিল। চাব-ইন্সপেক্টৰ ভাজেকাৰে জানিছিল কেনেকুৱা ভয়ানক কল্লা-পুতলীৰ দল আছিল। কল্লাই পুতলীক বচাবলৈ বহুত চেষ্টা কৰিছিল, কিন্তু নোৱাৰিলে। যন্ত্ৰণাত চিঞৰি চিঞৰি গুলী-লগা ভৰি লৈ 'আড়োশী' বেহড়ৰ পৰা পলাইছিল। ভাল হবলৈ ছমাহ সময় লাগিছিল। তাৰ পিছত? তাৰ পিছত তেওঁ ভয়ানক ভাবে 'বদলা' লৈছিল।

অৱশেষত কল্লাৰো দিন শেষ হৈ আহিল। পুলিচ এনকাউন্টাৰত কল্লা নিজে মৰিল, কিন্তু দলৰ বাকীবোৰ হলে জীয়াই থাকিল। এয়াতো সিদিনাখনৰ কথা। তিওৰ ওচৰতে হৰগোবিন্দকা-পুৰা। হঠাতে চেক্টৰ কমাণ্ডাৰ মাধোসিঙে খবৰ পালে। ততৈয়াকৈ মাধোসিঙে এমবুশ তৈয়াৰী কৰিলে। মিটমিটিয়া অন্ধকাৰ ৰাতি। একোকে দেখা নাযায়। তাৰ হ'ল কেইটামান ছায়ামূৰ্তি আওৰাই

আছিছে। এবাৰ তুবাৰকৈ তিনিবাৰ পুলিচৰ লাইটিং যন্ত্ৰপাতি বেয়া হ'ল। চতুৰ্দ্দিবাৰত লাইট জ্বলি উঠিল, আৰু পোহৰত দেখা গ'ল এজন মানুহক। লগে লগেই মাধোসিঙৰ ৰাইফলে গৰ্জি উঠিল। লাইটিং ইকুইপমেণ্ট আকৌ ফেল কৰিলে। বাতিপুৱা দেখা গ'ল এটা মাত্ৰ মৃতদেহ—কল্লা। কল্লাই হয়তো জীৱনত এই ধৰণৰ মৃত্যু আশা কৰা নাছিল। এটা গুলীও তেওঁ মাৰিব নোৱাৰিলে। মাত্ৰ আঠ-ন বছৰৰ দস্যু-জীৱন কল্লাৰ শেষ হ'ল। এই আঠ ন বছৰৰ ভিতৰতে তেওঁৰ মূৰৰ দাম হৈছিল ১০,০০০৲ টকা।

মাত্ৰ ১৯৫৮ চনত কল্লা 'বাগী' হৈছিল। গোৰমী গাৱঁত গুলজাৰীৰ লগত ছোৱালী লৈ কাজিয়া হৈছিল। এদিনাখন গুলজাৰীক শেষ কৰি পেলাই, তাৰেই বন্দুক হাতত লৈ বেহড়ত জপিয়াই পৰিছিল। তাৰ পিচৰ ইতিহাসতো কাৰো অবিদিত নহয়। চুলতানক মাৰোঁতে তেওঁৰ অলপো হাত কঁপা নাছিল আৰু সেই চুলতানক পুতলীক সাবটি ধৰোঁতেও কোনো দ্বিধা তেওঁ বোধ কৰা নাছিল। কিন্তু পুতলীৰ মৃত্যুৱে তেওঁক অৱশ কৰি পেলাইছিল। কলিকতাত এদিনাখন তেওঁৰে দলৰ দয়াৰাম আৰু ছোটি লোহাৰা ধৰা পৰিল। এই তুজন ধৰা পৰাতো কল্লাই বেচ আঘাত পাইছিল। হাতৰ অৰ্থও শেষ হৈ আহিছিল। অৰ্থ লাগে। অপহৰণ কৰিলে, কিন্তু ক'তা, বেচি পইচাতো হাতলৈ নাহিল। সেই কাৰণে এদিনাখন কল্লাই অসম্ভৱ সাহসৰ কাম কৰিলে। ইমান সাহসৰ কাম ডাঙৰ ডাঙৰ ডকাইতেও নকৰে। গোৱালিয়ৰ চহৰৰ পৰা মাত্ৰ ৪ মাইল দূৰৈত টিঘৰা এখন পিকনিকৰ ঠাই। এদিনাখন দিন তুপৰতে কল্লাই টিঘৰাত এক পিকনিক পাৰ্টিৰ ওপৰত জপিয়াই পৰিল। ধৰি লৈ গ'ল পাঁচজন মানুহক। পিছত তিনিজনক এৰি দি তুজনক ৰাখি থলে। তেওঁলোকৰ মাজৰ এজন গোৱালিয়ৰৰ সম্ৰান্ত কনট্ৰেক্টৰ, আৰু এজন ইনকম্-টেক্স অফিচাৰৰ পাৰ্চনেল এচিষ্টেণ্ট। কিছুদিন পিছত কল্লাই তুয়োজনকে এৰি দিছিল, কিন্তু কনট্ৰেক্টৰে

যেচ কিছু বেনচম্ দিব লগীয়া হৈছিল। কল্লাৰ মৃতদেহ যেতিয়া গোৱালিয়ৰলৈ অনা হৈছিল, তেতিয়া এওঁলোক দুজনক চিনাক্ত কৰিবলৈ মাত্তি অনা হৈছিল।

পানা, বাবেলাল, গব্বৰসিং, বাহাদুৰা, বিজলী। আৰু বহুতো নাম। অভিশপ্ত চম্বলৰ অভিশাপ। সকলো শেষ হৈছে, মাত্র- বাকী লাখন, পানা আৰু বাহাদুৰা। এওঁলোকো হয়তো শেষ হ'ব, কিন্তু চম্বলৰ অভিশাপ জানো শেষ হ'ব? কোনে জানে। লাখন সিং ধূৰ্ত্ত, কিন্তু পানা? হৃদয়হীন নিষ্ঠুৰ। গুঢ়াগাৱঁলৈ মুখ্যমন্ত্রী ডাঃ কাটজু অহাৰ আগদিনাখন ৰাতি গাওঁৰ নজন ব্রাহ্মণক জোৰ কৰি ধৰি নি বেহড়ত নির্মম ভাবে গুলী কৰি মাৰিছিল ডাঃ কাটজুক অভ্যৰ্থনা কৰিবৰ কাৰণে। যোৱাৰ আগতে তেওঁ সেই কথা কৈ গৈছিল। এয়া, সেইদিনাখন পানা প্রায় শেষ/হৈছিলেই, কিন্তু ভাগ্য ভাল। তেওঁৰ গাওঁৰ কেইজনমান মানুহে গৰুগাড়ীৰে সেই পথেৰেই গৈছিল। গাড়ীৰ ভিতৰত ছোৱালীহঁতে কাপোৰেৰে ঢাকি লুকাই ৰাখে। তাৰে কিছুদিন পিছত আচাৰ্য্য বিনোৱা ভাবেৰ কেম্পৰ পৰা তিনি মাইল দূৰৈত পানাই দুঃসাহসিক ডকাইতি কৰিলে।

বাবেলালৰ দিন প্রায় শেষ হৈ আহিছিল। কিন্তু শেষ হোৱাৰ আগতে তেওঁ যি ঘৃণনীয় অপৰাধ কৰিলে তাৰে ফল বোধ হয় তেওঁ কিছুদিন পিচতে পালে। ৰাতিৰ অন্ধকাৰত থেড়িয়া গাওঁৰ দহজন যুবকক টোপনিৰ পৰা উঠাই আনি এজনৰ পিছত এজনক বাবেলালে গুলী কৰি মাৰিছিল। সেই ৰাতি বহু দূৰৈৰ পৰা সেই গাওঁৰ ক্ৰান্দোনৰ ৰোল শুনা গৈছিল। কিন্তু অলপ দিন পিছতে বাবেলাল শেষ হ'ল আৰু তেওঁৰ লগতে শেষ হ'ল দলৰ ওস্তাদ কাছী, শ্ৰীপালা আৰু গাদীপাল। মোৰেণা চহৰৰ ডাক-বাঙলাৰ অলপ দূৰৈত সেই এনকাউণ্টাৰ হৈছিল। মোৰেণা জিলাৰ চুপাৰ মিঃ কদমে সেই এনকাউণ্টাৰৰ কথা হৈছিল।

বাবেলালে নিজেকে কিবা এটা বুলি ভাবিছিল। যেতিয়া দেখিলে সম্মুখত টমিগান হাতত লৈ চুপাৰ চাহাব নিজে তেতিয়া বাবেলালে ভাবিলে এয়াতো অপমানৰ কথা। তেওঁ এজন ইমান ডাঙৰ ৰাগী আৰু তেওঁ যুঁজিব সামান্য এজন পুলিচ চুপাৰৰ লগত। এয়াতো হ'ব নোৱাৰে। মহাভাৰতৰ যুদ্ধৰ দৰে তেতিয়া কথোপকথন আৰম্ভ হ'ল কদম চাহাব আৰু বাবেলালৰ মাজত।

"তুম হট্ যাও কদম চাহাব। তুম চে ক্যায়া লড়েগা? তুম বাচ্চা হ্যায়।"—বাবেলাল।

"চল চল। পিছে কিঁউ ছিপতা? আগে আনা। দেখতা হুঁ আজ তেৰেকো।"—কদম।

"চল ভাগ যা। তেৰে সে নহী লড়তা। বুলা আপনা আই-জী অউৰ ডি.-আই.-জি চাহাবকো। বাবেলাল উনসে লড়েগা।"—বাবেলাল।

"আৰে পহেলে মেৰেসে তো লড় লে, ফিৰ লড়না আই-জি ডি-আই-জিসে। তেৰে লিয়ে ম্যায়হী কাফী হুঁ"—কদম।

ইয়াৰ পিছত অৱশ্যে কদম চাহাবে পুনৰ এই সংলাপ বেছি সময় আগুৱাব দিয়া নাই। ভাবিলে ইমান প্ৰোটোকলৰ মাজলৈ নগৈ টমিগানটো কামত লগালেই ভাল হ'ব। হলো সেয়ে। আই-জি আৰু ডি-আই-জিৰ লগত যুদ্ধ কৰাৰ আকাংখা বাবেলালৰ পূৰ্ণ নহ'ল।

কিন্তু পাণ্ডৰী গাওঁ বহুত দুৰ্বৈত্ত এৰি আহিছোঁ। কৈছিলোঁ পাণ্ডৰী গাৱঁৰ ঠাকুৰ চাহাবৰ ভনীয়েক সোণচিড়িয়াৰ কথা। সেয়াতো এতিয়াও কোৱা হোৱা নাই।

বাবুল গছজোপা এতিয়াও থিয় হৈ আছে। কিন্তু হৰবিলাসৰ তেজৰ দাগ হলে এতিয়া নাই। বহুত দিনলৈ বোলে আছিল, বঙা বঙা তেজৰ দাগ গছজোপাত লাগি। কোনোৱে কোনোৱে গছজোপা কাটি পেলাবলৈ কৈছিল। কিন্তু শেষলৈ এজনৰো সাহস ন'হল।

কেইজোপা বাবুল গছেই বা কাটিব ? আৰু বহুত বাবুল গছ পাগুৰীত আছে। দৰকাৰ হলে ঠাকুৰ চাহাবে সেই বিলাকো ব্যৱহাৰ কৰিব পাৰে। তাৰ পিছত সেই বোৰতো হৰবিলাসৰ দৰে ৰঙা ৰঙা তেজৰ দাগ লাগিব। এদিনাখন আকৌ সেই দাগ মোচ খাই যাব, কিন্তু বাবুল গছে হলে নিশ্চয় সাক্ষীৰ দৰে বহুত বছৰ বৈ থাকিব। তাৰ পিছত এদিনাখন যেতিয়া সৰ্বনাশা অভিশপ্ত চম্বলে বক্ৰ তৰোৱালৰ দৰে ভাঁজ লব, তেতিয়া বাবুল গছবিলাকে নাথাকিব, আৰু নাথাকিব পাগুৰী পাওঁ৴ তাৰ পিছতে বহুত দিন পিছত গাওঁৰ বুঢ়াবোৰে আবেলি 'চৌপাল'ত বিৰি হুপি হুপি গল্প কৰিব বিগত দিনৰ পাগুৰীৰ কথা। আৰু পাগুৰীৰ কথা ওলালেই কথা হ'ব লাখনসিং আৰু হৰবিলাসৰ কথা। সেই বৃদ্ধ বাপেকৰো কথা উঠিব পাৰে যি জনৰ ছুয়োজন ল'ৰাকে লাখনসিঙে ধৰি নিছিল আৰু বাপেকে টকা নিদিয়াৰ কাৰণে সিহঁতক খুন কৰি চম্বলৰ সোঁতত উটুৱাই দিছিল। তেতিয়া হয়তো বুঢ়াসকলৰ ভিতৰত বহুতেই যোৱান আছিল। বহুতেই হয়তো পাগুৰীত আছিল। পলাই আহিছিল হয়তো, যেতিয়া চম্বল বেহড়ৰ মাজেদি হো হোকৈ গাওঁৰ ভিতৰলৈ সোমাই আহিছিল। তেওঁলোকে হয়তো ৰাতি শুনিছে সেই বুঢ়া বাপেকৰ বুকুভঙা কান্দোন। বেহড়ত প্ৰতিধ্বনিত হৈ সেই কান্দোন গাওঁৰ ঘৰে ঘৰে উভতি আহিছে। চম্বলৰ পাৰত থিয় হৈ বুঢ়া বাপেকে চিঞৰিছে। 'আজা মেৰে লাল, আজা মেৰে বেটা।' কিন্তু শুনিও কোনোৱে শুনা নাই। বহুত বাবুল গছেই আছিল পাগুৰী গাওঁত। বাবুল গছ আৰু হৰবিলাস। কোনোৱে পাহৰিব পৰা নাই। হয়তো নোৱাৰিবও। দিনৰ পিছত দিন চিঞৰিলেও বুঢ়াৰ 'লাল আৰু বেটে' উভটি অহা নাছিল। সকলোৱে জানিছিল সিহঁতৰ কি হৈছিল, কিন্তু বহুত দিনলৈ তেওঁক কোৱা হোৱা নাছিল। যিদিনাখন বৃদ্ধই জানিব পাৰিলে সেইদিনাখনৰ পৰা নাকান্দিলে। বাবুল গছজোপাৰ সন্মুখৰ অকোৱা-পকোৱা

গলিৰে পোনে পোনে আক এটা ঘৰৰ সন্মুখত আহি থিয় হ'লহি। বাৰাণ্ডাত জোতাৰে আঘাত কৰি থুই পেলাই আহিল। লাখনৰ ভনীয়েক সোণচড়িয়াৰ ঘৰ।

বহুত দিন পিছত ওচৰ-চুবুৰীয়াৰ ছোৱালীহঁতেও বোধ হয় ক'ব সোণচিড়িয়াৰ কথা। মাটিৰ কলহ কাখত লৈ চম্বলত পানী ভৰা-বলৈ যোৱাৰ সময়ত হয়তো তেওঁলোক প্ৰগলভ হ'ব সোণচিড়িয়াৰ আলোচনাত। তেওঁলোকৰ ভিতৰত হয়তো বহুতেই পাওৰী পাৰিব সোণচিড়িয়াক মাটিৰ কলহ কাখত লৈ পানী আনিবলৈ যোৱা দেখিছিল। হালি-জালি সোণচিড়িয়া গৈ আছে। অহঙ্কাৰত মাটিত যেন ভৰি নপৰিবই। কিয় বা পৰিব? ঠাকুৰ লাখনসিঙৰ ভনীয়েক সোণচিড়িয়া। তেওঁৰ অহঙ্কাৰ নেথাকি আন কাৰেই বা থাকিব? ছুয়োবেলা পানী আনিবলৈ যোৱা সোণচিড়িয়াক বহুত ছোৱালীয়ে দেখিছিল। মইওতো দেখিছোঁ। ঘৰৰ পৰা ওলাইছে মাত্ৰ মই গৈ সমুখ পাইছোঁ। প্ৰথমে অলপ সন্ত্ৰস্ত আছিল। তাৰ পিছত সোণচিড়িয়াই কাঙ্খন অলপ বেকা কৰি চকু ছুটা ঘূৰণীয়া কৰি সুধিছিল—"কৌন হ্যঁায় আপ? ক্যায়া চাহতে হ্যঁায়? ৰাস্তা ছোড়িয়ে, মুঝে দেৰ হো ৰহী হ্যায়।" গলম হৈছিল সোণচিড়িয়াৰ বাট এৰি দিবলৈ হুকুম দি প্ৰশ্ন কৰিছিল কোন মই আৰু মোক কি লাগে।

"কুছ বাতেঁ কৰণা হ্যায়।" ক'লোঁ, অলপ কথা হ'ব খুজিছোঁ।

পুনৰ কাঙ্খন বেকাকৈ চকু ছুটি ঘূৰণীয়া কৰি সোণচিড়িয়াই উত্তৰ দিছিল—"মোৰ সময় নাই। মই পানী আনিবলৈ যাব লাগে।"

"মই বৈ থাকিম।"

মোৰ সমুখেৰেই গুছি গৈছিল। অলপ দূৰ আগুৱাই গৈ পিছলৈ এবাৰ মোলৈ ঘূৰি চাই, অতি নিজৰ চলন-ভঙ্গীত হালি-জালি আগবাঢ়ি গৈছিল।

পাগুৰী যেতিয়া পালোঁ তেতিয়াও ৰাতি পুৱোৱা নাই। পূবৰ আকাশ ৰঙা হৈ পৰিছে। বাবুল গছজোপাৰ তলত থিয় হৈছিলোঁহি। পাগুৰী গাৱঁলৈ আহিব লগা হলে বাবুল গছজোপাক এৰি অহা নাযায়। মোৰ সৰ্ব্বশৰীৰ জিন্‌জিনাই গ'ল যেতিয়া লগৰ মানুহজনে ফুচফুচাই কাণৰ ওচৰত ক'লে—"এই গছজোপাতে"। গছ-জোপাক পিচত এৰি অকোৱা-পকোৱা বাটেৰে সোণচিড়িয়াৰ ঘৰৰ সমুখত উপস্থিত হলোঁহি। ঠিক সেই বাটেৰে অকোৱা পকোৱা বাটেৰে চাৰি আলি ঘূৰি যি দৰে সেই বৃদ্ধ বাপেক গৈছিল। তেওঁ বাৰাণ্ডাত লথিয়াই থুই পেলাইছিল। মই মনে মনে বাৰাণ্ডাত বৈ থাকিলোঁ। সোণচিড়িয়া ঘৰৰ পৰা ওলাইয়ে থতমত খাইছিল। বেচ ক্ষীণ চেহেৰা, বগা গাৰ ৰঙ। বহুত দিন আগতে বিয়া হৈছিল। স্বামী অন্য কোনো চহৰত থাকে। ক'ৰবাত কিহৰ মিলত কাম কৰে। কোনে বা চিনে তেওঁক? যি সকলে চিনি পায় তেওঁলোকে কয় "সোণচিড়িয়া কা আদমী"। আৰু যি সকলে নিচিনে তেওঁ-লোকে কয় "লাখন কি বহেন কা আদমী"। মাজে মাজে গাৱঁলৈ আহে, কেইদিনমান সোণচিড়িয়াৰ আশে পাশে ঘূৰি ফুৰে, পুনৰ গালি-শপনি খাই উভতি যায়গৈ সেই অন্য কোনো চহৰলৈ, য'ত কিহবাৰ মিলত কাম কৰে। তেওঁক নাজানিও, পাগুৰী আৰু ওচৰ-পাজৰৰ গাৱঁবোৰত সোণচিড়িয়াৰ বেচ নাম আছে। নাথাকিবই বা কিয়? ঠাকুৰ লাখনসিঙৰ ভনীয়েক সোণচিড়িয়া, তেওঁক নাজানিলে কেনেকৈ হ'ব! আৰু সোণচিড়িয়াও কথা-বতৰাৰে বেচ বুজায় দিয়ে তেওঁক নাজানিলে কিন্তু ন'হব। আঙুলিৰ নিৰ্দ্দেশত গোটেই গাওঁখনকে তেওঁ নচুৱায়।

লগৰ মানুহজনে সোণচিড়িয়াৰ ঘৰটো দেখুৱাই দি গুচি গৈছিল। মই বহুত অনুবোধ কৰা সত্বেও নৰ'ল। কোনে জানে, বাহিৰৰ কোনো এজন মানুহক তেওঁৰ ঘৰলৈ নৈ গ'লে হয়তো সোণ-চিড়িয়াই খঙ কৰিব। দৰকাৰ কি? তাতকৈ—"ৱ বহা মকান,

আপ্‌ যাইয়ে চাব্‌।" সেয়া ঘৰ, আপুনি যাওকগৈ বুলি কৈ মানুহজন দৌৰি গুচি গ'ল, বহুত দূৰ গৈ পুনৰ উভতি আহিল।

"লাখন যদি পুলীচৰ গুলীত মৰে নাইবা 'বাবা'ৰ ( বিনোৱা ভাবে ) ওচৰত আত্মসমৰ্পণ কৰে মই বেচ আনন্দিত হ'ম।" ভয়ে ভয়ে চাৰিওফালে এবাৰ চাই লৈ মানুহজনে ক'লে। তেওঁৰ কথা শুনি আচৰিত হওঁ। মানুহজনে কয় কি।

"তুমি আনন্দিত হোৱাৰ কাৰণ কি থাকিব পাৰে? লাখন তো আকৌ তোমাৰ শত্ৰু নহয়।" সুধিলোঁ।

"অকল ময়ে কিয়, গাওঁৰ আন মানুহবোৰো আনন্দিত হ'ব।" যিসকল ঠাকুৰ চাহাবৰ বন্ধু তেওঁলোকো আনন্দিত হ'ব।"

"তেওঁলোকো আনন্দিত হ'ব?

"হয়।"

"কিন্তু কিয়?"

একেবাৰে কাণৰ ওচৰলৈ আহি ক'লে, "ঠাকুৰ চাহাবৰ ওপৰত আমাৰ সিমান খঙ নাই। কিন্তু তেওঁ গলে এই সোণচিড়িয়াৰ প্ৰতিপত্তি গাওঁত শেষ হ'ব। পুনৰ সহ্য কৰিব নোৱাৰা হৈছো তেওঁৰ অহঙ্কাৰ আৰু অত্যাচাৰ। কিবা হ'লেই ইনাই-বিনাই তেওঁক লগাব আৰু গাওঁৰ কেইজনমান মানুহৰ ওপৰত লাখনে কৰিব অত্যাচাৰ। কিমান দিন সহ্য কৰিব পৰা যায়?" মানুহজন ইয়াৰ পিচত এক মুহূৰ্ত্তও নৰ'ল। গাওঁৰ অকোৱা-পকোৱা বাটেৰে পোনে পোনে বাবুল গছজোপাৰ ফাললৈ যাব ধৰিলে। পাগুৰী গাওঁৰ সকলোকে সেই বাবুল গছজোপাই যেন আকৰ্ষণ কৰে।

বহুত পিচত সোণচিড়িয়াই পানী ভৰাই লৈ উভতি আহিছে। অপেক্ষা কৰোঁতে কৰোঁতে বিৰক্তি বোধ কৰিছিলোঁ। বেগৰ পৰা কিতাপ এখন উলিয়াই লৈ পাত লুটিয়াইছিলোঁ। কেতিয়া যে সোণচিড়িয়া মোৰ ওচৰত আহি বৈছেহি ক'বই নোৱাৰিলোঁ।

যেতিয়া ক'ব পাৰিলোঁ। কাষত কলহ লৈ এক দৃষ্টিৰে সোণচিড়িয়াই মোৰ ফালে চাই আছে। চকুৱে চকুৱে পৰাত মুখখন গম্ভীৰ কৰি লৈ সোণচিড়িয়া আগুৱাই আহিল।

বহুত দূৰৰ পৰা আহিছোঁ। সোণচিড়িয়াৰ মুখৰ গম্ভীৰ ভাব দেখি ভয় লাগিল। যদি কথা নকয়। হয়তো মোক পুলিচৰ মানুহ বুলিয়ে ভাবিছে। তেনেহলে জানো উত্তৰ দিব লাগিব? সেই দিনাখন ঠাকুৰ চাহাবক তেওঁ ভনীয়েকৰ কথা কোৱাই ভাল আছিল। পিচত হয়তো ঠাকুৰ চাহাবে সোণচিড়িয়াক বুজাব পাৰিলেহেঁতেন যে মই পুলিচৰ মানুহ নহয়। তেনেহলে হয়তো আকৌ কোনোবা এদিনাখন পাণ্ডৰী গাৱঁলৈ আহিলে, বাবুল গছ-জোপাৰ সন্মুখৰ পোন বাটেৰে গাৱঁৰ অকোৱা-পকোৱা গলিৰে পচুলিমুখ পালোহেঁতেন আৰু সোণচিড়িয়াই হাঁহি হাঁহি ক'লে-হেঁতেন—"আইয়ে বাবুজী, বৈঠিয়ে বাবুজী।" সেয়া হলে ন'হল, কিন্তু পিচত মই খবৰ পাইছিলো। ঠাকুৰ চাহাব যেতিয়া আৰু এবাৰ পাণ্ডৰীলৈ আহিছিল তেতিয়া সোণচিড়িয়াই মোৰ কথা কৈছিল। কৈছিল কোন এজন 'আংৰেজী আখবাৰৱালা' তেওঁৰ ওচৰলৈ আহিছিল। অৱশ্যে ঠাকুৰ চাহাবে কি উত্তৰ দিছিল সেইয়া মই নাজানোঁ।

"ঘাবড়াইয়ে নহী। ম্যয় পুলিচ কা আদমী নহী হুঁ"—মুখলৈ যি আহিল কৈ পেলালোঁ। ভাবিছিলোঁ মোক পুলিচৰ মানুহ বুলি ভাবি সোণচিড়িয়াই হয় ভয় খাইছিল, নহয় খেদি পঠিয়াই দিয়াৰ যুক্তি বিচাৰিছিল।

কিছু সময় মোৰ ফালে চাই থাকি হঠাতে সোণচিড়িয়াই খিল-খিলাই হাঁহি উঠিল। ভঙা ভঙা, টুকুৰা হাঁহি। সোণচিড়িয়াক ক্ষীণ দেহ লগে লগে কঁপি উঠিল। কাষৰ কলহৰ পৰা পানী অলপ বাগৰি পৰিল। পুনৰ সোণচিড়িয়াই খিলখিলাই হাঁহিলে।

খপ্‌ কৰি কিতাপখন বন্ধ কৰি মইও হাঁহিত যোগ দিলোঁ।

"আইয়ে বাবুজী, বৈঠিয়ে বাবুজী।" সোণচিড়িয়া ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু মই বাৰাণ্ডাত বহি থাকিলোঁ। সোণচিড়িয়াৰ ঘৰৰ বাৰাণ্ডাত ব'দৰ ঝিকমিকনি। পাণ্ডৰী গাওঁ তেতিয়ালৈ সাৰ পাই উঠিছে। মোলৈ কেইজনমান মানুহে কেৰাহিকৈ চাই চাই গুচি গ'ল। সকলো সেই বাবুল গছজোপাৰ কাষত যিখন স্কুল আছে তাৰে সম্মুখৰ পথাৰলৈকে বুলি গৈছে। অলপ পিচতে আচাৰ্য্য বিনোৱা ভাবে পাণ্ডৰীলৈ আহিব।

ভাল দামী চাহ সোণচিড়িয়াই খায়। একাপ চাহ লৈ আহিল। নিজে হয়তো ভিতৰতে খাই আহিছে নহলে পিচত খাব হয়তো। সোধা নাই। হয়তো সোণচিড়িয়াই চাহেই নাখায়। তেনেহলে ঘৰত দামী চাহ কিয়? সেয়া জানো তেনে ঠাকুৰ চাহাবৰ কাৰণে থোৱা আছে? ঠাকুৰ চাহাবে তেনেহলে চাহ খায়? সেয়াতো নাজানো। অৱশ্যে, ফৌজদাৰ সিঙক মৰাৰ আগদিনাখন ঠাকুৰ চাহাবে জীৱনত প্ৰথমবাৰৰ কাৰণে মদ খাইছিল, সেয়া মই জানো। গোটেই ৰাতি মদ খাইছিল আৰু মুখত মাত্ৰ এটা কথা "কিচিনে ধোকা কিয়া হ্যায়। কোন্ হ্যায় ওহ্?" বহুত চিন্তাই, মুখলৈ আহিল। একাপ চাহ লৈ ইমান চিন্তা কিহৰ?

"আপ নহী যায়েঙ্গে বাবাকা (বিনোৱা) দৰ্শন কৰনে?" লাহে লাহে ৰৱক ভাঙিবলৈ চেষ্টা কৰোঁ। সোণচিড়িয়া নাযায় বিনোৱাক চাবলৈ। গোটেই গাওঁখনৰ মানুহেইতো তেওঁক চাবলৈ গৈছে।

ওঁঠ লুটিয়াই, চকু দুটা ঘূৰণীয়া কৰি উত্তৰ দিলে সোণচিড়িয়াই— "ক্যায়া ফয়দা?" কি লাভ? বেচিকৈ জোকাই লৈ লাভ নাই। মই জানিছিলো তেওঁ নাযায়। গোটেই গাওঁখনে যেতিয়া বাবুল গছৰ ওচৰৰ স্কুলৰ পথাৰলৈ 'বাবা'ক চাবলৈ গৈছে, পাণ্ডৰীত অকলে মাত্ৰ সোণচিড়িয়া তেওঁৰ ঘৰৰ বাৰাণ্ডাত বহি আছিল। মইও বাৰাণ্ডাত বহিছিলোঁ। বহুত সময় সোণচিড়িয়াৰ লগত বহি

আছিলোঁ। বহুত কথাই হৈছিল। কথা কৈ থাকোঁতে থাকোঁতে কেতিয়া যে 'আপব' পৰা 'তুম' হৈছিল—নিজেই গম নাপালোঁ। যেতিয়া নিজৰ ভুল বুজিব পাৰি 'আপ' আৰু 'তুম' লৈ এক চৰম গোলমালত পৰিছিলোঁ, তেতিয়া সোণচিড়িয়াই পুনৰ সেইদৰে খিল্‌খিলাই হাঁহি উঠিছিল। ভঙা ভঙা, টুকুৰা-টুকুৰ হাঁহি।

তেওঁ কিয় যে 'বাবা'ৰ দৰ্শন কৰিবলৈ যোৱা নাছিল সেইকথা মই জানিছিলোঁ। সোণচিড়িয়াও নিজে জানিছিল। মোক ক'ব লগা হোৱা নাছিল, কিন্তু মই হলে বুজিব পাৰিছিলোঁ। 'বাবা'ই 'ডাকু'ৰ হৃদয় পৰিবৰ্ত্তন কৰিবলৈ আহিছে। তেওঁ সকলোকে ক'বলৈ আহিছে যদি কাৰোবাৰ আত্মীয়-স্বজন ডকাইত আছে তেওঁলোকক বুজাবলৈ, তেওঁৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ। বাবা পাওৰীলৈ লাখনক বিচাৰি আহিছে। তেওঁক নাপালে তেওঁৰ ভনীয়েক সোণচিড়িয়াক। তেওঁ যেন 'বাবা'ৰ বাণী ভায়েকৰ ওচৰত পঠিয়াই দিয়ে। তেওঁ যেন আত্মসমৰ্পণ কৰে। 'বাবা'ই কেনেকৈ বুজিব যে, তেওঁ 'ভাইয়া'ৰ আদৰৰ ভনীয়েক হৈ, লাখনক মৃত্যুৰ মুখলৈ ঠেলি দিয়ে কেনেকৈ। আত্মসমৰ্পণ মানেইতো ফাঁচী। কি দৰে ভনীয়েক হৈ সেয়া পাৰিব। সেই কাৰণেইতো পাওৰীৰ সকলো যেতিয়া 'বাবা'ৰ প্ৰাৰ্থনা-সভাত, সোণচিড়িয়াই তেতিয়া বাবাগুাত বহি মোৰ লগত গল্প কৰিছে। মাজে মাজে অন্যমনস্ক হৈ উঠিছিল কিন্তু পুনৰ কথা ঘূৰাই খিলখিলাই হাঁহি উঠিছিল।

"নামতো তোমাৰ বেচ। সোণচিড়িয়া। সোণেকা চিড়িয়া। সোণৰ চৰাই। ইংৰাজীত গোল্ডেন বাৰ্ড। কোনে ৰাখিছিল নামতো?"

কোনে জানে। "ভাইয়া বুলাতা বহে কভু সোণচিড়ই, কভি সোণচিড়াইয়া।" একেবাৰে পাওৰী গাৱঁৰ ভাষাত সোণচিড়িয়াই উত্তৰ দিয়ে, কোনে জানে? ভায়েকে কেতিয়াবা মাত্তে সোণচিড়ই, কেতিয়াবা সোণচিড়াইয়া।

"বেচ সুন্দৰ নাম তোমাৰ। ভাইয়াই বোধহয় তোমাক খুব ভাল পায়?" কথাৰ মাজতে কৈ পেলাওঁ। লগে লগে তেওঁ গম্ভীৰ হৈ পৰে। তাৰ পিচত লাহে লাহে সোধে—কি দৰকাৰ মোৰ এইবোৰ জানি। তেওঁৰ ভায়েকে তেওঁক ভাল পায় ইয়াৰ মাজত সুধিবৰ কি আছে। আৰু সকলোৱেতো জানে, লাখন প্ৰায়ে পাওৰীলৈ আহে। মই নতুন 'চহৰীবাবু' বুলিয়ে এইবোৰ কথা নাজানো। এই এলেকাত সকলোৱেতো জানে।

"মোক এবাৰ তোমাৰ ভাইয়াৰ লগত দেখা কৰাই দিয়া না। আজি, কালিলৈ অথবা পৰহিলৈ, যেতিয়াই তেওঁ পাওৰীলৈ আহিব, মোক এবাৰ দেখা কৰাই দিয়া না।"

সোণচিড়িয়াৰ মুখৰ হাঁহি মিলি গ'ল। থিয়ে হৈ ক'লে—"বাবুজী মোৰ পলম হৈ গৈছে। মই এতিয়া কটী বনাব লাগিব। তুমি যোৱাগৈ।"

মই এটাও মাত মতা নাই। জানিছিলোঁ মোৰ প্ৰশ্নৰ উত্তৰ এই ধৰণৰ কিবা এটা হ'ব। বেগৰ পৰা এটা লেফাফা উলিয়াই তাৰ পৰা দুখন ফটো উলিয়াই সোণচিড়িয়াৰ সম্মুখত দাঙি ধৰি ক'লোঁ—"চোৱাচোন এই ছবি দুখন তোমাৰ ভাইয়াৰ হয় নে নহয়?"

ইলেকট্ৰিকৰ শ্বক লগাৰ দৰে সোণচিড়িয়া জপিয়াই উঠিছিল। মই ক'ৰপৰা ছবি দুখন পাইছিলোঁ মোক সোধা নাই। ওচৰলৈ আহি বহুত সময় বহিছেহি। মাজে মাজে আকৌ সেইদৰে খিল-খিলাই হাঁহি উঠিছে। মোৰ সম্মুখত ভাইয়াৰ কাৰণে দুই এটোপাল চকু-পানীও পেলাইছে। কটি বনোৱাত পলম হৈ গৈছে বুলি মোক যাবলৈ পুনৰ কোৱা নাই। যেতিয়া উঠোঁ উঠোঁ কৰিব খুজিছোঁ, তেতিয়াই কৈছে, "বাবুজী ৰোটি খাকে যাও।" আকৌ সোণচিড়িয়াই মোৰ লগত বহুত সময় গল্প কৰিছে। সকলো শুনিছে ভাইয়াৰ পৰা আৰু অলপ অলপ নিজেও জানে।

"আচ্ছা আপনে কভী বিজলী কা নাম শুনা?" বিজলী নাম

কাৰোবাৰ নাম মই শুনিছোঁ নে নাই সোণচিড়িয়াই সুধিলে। বিজলীৰ কথাও জানিছিলোঁ। কিন্তু সোণচিড়িয়াৰ মুখৰ পৰা শুনাৰ উদ্দেশ্যেই ক'লোঁ, "নাই, মইতো বিজলীৰ নাম শুনা নাই। মই মাত্ৰ পুতলীৰ নাম শুনিছোঁ।"

"তব তো আপ কুছ নহী জানতে"—আকৌ খিল্‌খিলাই হাঁহিলে। তাৰ পিচত সোণচিড়িয়াই বিজলীৰ গল্প শুনালে। বহুতবাৰ শুনিছিলোঁ কিন্তু তেওঁৰ মুখৰ পৰা শুনি বেচ ভাল লাগিল। পুতলীৰ পিচত আৰু এজনৰ ইচ্ছা হ'ল, তেওঁ হ'ব দস্যুৰাণী পুতলীৰ পিচতে আন এজন কোনোবা। নিজৰ প্ৰাচীন নাম সলনি কৰি থলে বিজলী বাঈ। হঠাতে এদিনাখন নতুন ডকাইত এজনৰ নাম শুনা গ'ল—বিজলী বাঈ। সাতদিনৰ ভিতৰতে বিজলী বাঈৰ 'বাগী' জীৱনৰ অন্ত পৰিল। বিজলী বাঈয়ে নিজে এবাৰো গুলী এৰা নাই আৰু পুলিচেও এৰিব লগা হোৱা নাছিল।' মাত্ৰ হাত-কেৰায়া লগায় জেললৈ পঠিয়াই দিব লগা হৈছিল। ইন্সপেক্টৰ জেনাৰেল কস্তমজীয়ে কয়, "টী ইজ দি ক্লাউন ইন দি আদাৰ-ওৱাইজ গ্ৰিম ড্ৰামা অৱ ব্যানডিট্ৰি।"

"আৰু এদিনাখন কি হৈছিল জানা?" মন খুলি হাঁহি হাঁহি এটাৰ পিচত এটা সোণচিড়িয়াই গল্প কৈ গ'ল। "তোমালোকৰ ভূপালত কোন এজন কাটজু চাহেব, তেওঁ সকলোকে ক'লে ক'ৰবাত হেনো খুব বানপানী হৈছে সেইকাৰণে সকলোৱে চান্দা দিয়া। ঘূৰি ঘূৰি ইয়াৰ নায়েব তহচীলদাৰে চান্দা বিচাৰি মোৰ ওচৰলৈকো আহিছিল। মইও দুই টকা দি দিলোঁ।"

"বাঃ খুব ভাল কাম কৰিছো? খুব ভাল কাম।"

"ও, ভাল কাম? কেইদিনমান পিচতে ভাইয়া আহিল। মোক সকলো কথা সুধিলে, কোন কেতিয়া আহিছিল, কিয়, ইত্যাদি। মই কথাই কথাই কলোঁ দুই টকা চান্দা দিয়াৰ কথা। ভাইয়াইতো খুব খণ্ড কৰিলে।"

"কিয় ইয়াতে আকৌ খণ্ড কৰিব লগীয়া কি আছে ?"

"তুমি কি বুজিবা। ভাইয়াই ক'লে, মোৰ ভনী হৈ তই মাত্ৰ দুই টকা দিলি। মানুহে শুনিলে কি ক'ব। মোৰ বেইজ্জতি নহ'বনে ? অন্ততঃ পঁচিশ টকা দিয়া উচিত আছিল।" ঝনাতকৈ পঁচিশ টকা মোৰ সন্মুখত পেলাই দি ক'লে, "কালিলৈ দি আহিবি"। পিচদিনাখন মই ভিণ্ড চহৰলৈ পঁচিশটা টাকা লৈ যাওঁ। কিন্তু কালেক্টৰ চাহাবে ক'লে, চান্দা লোৱা বন্ধ কৰি দিছে। মইতো টকা কেইটা দি কৈ আহিছো যিজনক দিব লাগে দিবলৈ। কোনে আকৌ ভাইয়াৰ ওচৰত সেইবিষয়ে বাদানুবাদ কৰিবহি। তেওঁলোকে আকৌ কেইদিনমান পিচত টকা কেইটা ঘূৰাই দিছেহি। চোৱাচোন কি বিপদ।"

ভিণ্ড জিলাৰ চৰকাৰী নথিপত্ৰ বিচাৰিলে এতিয়াও পোৱা যাব অসম আৰু কাশ্মীৰ ফ্লাড ৰিলিফ ফাণ্ডত লাখনৰ ভনীয়েক পাণ্ডবীৰ সোণচিড়িয়াৰ নামত দুটকা চান্দা লেখা আছে।

আৰু বহুত গল্পই হয়তো সেইদিনাখন সোণচিড়িয়াই কলেহেঁতেন যদি হঠাতে ধূমকেতুৰ দৰে এজন প্ৰেছ ফটোগ্ৰাফাৰ তাত উদয় নহলহেঁতেন। ফটো ল'ব খোজোঁতেই সোণচিড়িয়া খণ্ডত জলি উঠিল। "কভী ভলে ঘৰকে বহু বেটী আপনে ফোটো আখবাৰমে ছাপওৱাতে ?" কেতিয়াবা জানো ভাল ঘৰৰ বোৱাৰী-ছোৱালীয়ে নিজৰ ছবি কাগজত ছপায় ? মানুহজনক প্ৰায় খেদি পঠিয়াইছিল। মানুহ জনতো পলাই সাৰিল, কিন্তু মোৰ যে বহুত লোকচান কৰিলে। যদিও খবৰৰ কাগজত ফটো ছপোৱাৰ বিষয়ত সোণচিড়িয়াৰ মতৰ লগত মোৰ মিল নাই তথাপিও সেইয়া বুজাই কোনো লাভ নহলহেঁতেন। আলোচনাত বাধা পৰিল। সোণ-চিড়িয়া মনে মনে থাকিল।

বাবাওাৰ পৰা নামি আহোঁতে এবাৰ শেষ চেষ্টা কৰি চাওঁ। "আচ্ছা তোমাৰ জানো উচিত নহয় তোমাৰ ভাইয়াক এই পাপৰ

পথৰ পৰা আঁতৰাই অনা ? তুমিতো তেওঁক খুব ভাল পোৱা আৰু তোমাকো তেওঁ খুব ভাল পায়। তেওঁক কোৱানা এই পথ এৰি এই সকলোবোৰ এৰি পেলাবলৈ।"

সোণচিড়িয়া মনে মনে থাকিল। শিলৰ দৰে নিশ্চল দৃষ্টিৰে মোৰ ফালে বহুত সময় চাই থাকিল, তাৰ পিচত ক'লে, "বাবুজী, কি পাপ আৰু কি পুণ্য, সেয়া মোতকৈ মোৰ ভাইয়াই ভালকৈ জানে। আৰু তাৰোপৰি তুমি যিহক পাপ বুলি কোৱা, সেয়াতো তেওঁৰ ওচৰত পাপ নহ'বও পাৰে। তেওঁ যদি তাকে পাপ বুলি নেভাবে, তেনেহলে তুমি পাপ পাপ বুলি চিঞৰি চিঞৰি কি কৰিবা ? আৰু পথৰ পৰা উভোটাই অনাৰ কথা কৈছা ? পথৰ পৰা উভটি অহা মানেইতো পুলিচৰ ওচৰত 'হাজিৰ' (আত্মসমৰ্পণ) কৰা। তাৰ মানেইতো ফাঁচি। তুমি নিজেইতো ক'লা মই তেওঁক খুব ভালপাওঁ বুলি। তেনেহলে কোৱা মই ইমান আদৰৰ ভনীয়েক হৈ মোৰ ভাইয়াক কেনেকৈ মৃত্যুৰ মুখলৈ ঠেলি দিওঁ ?"

মই কোনো যুক্তি বিচাৰি নাপালোঁ। সোণচিড়িয়াই নিজেই নিস্তব্ধতা ভাঙিলে—"বাবুজী হামনে এক মাকা দুধ পিয়া হ্যায়।" একেজনী মাকৰ গাখীৰ খাইছে লাখন আৰু তেওঁৰ আদৰৰ ভনীয়েক সোণচিড়িয়াই। অকাট্য যুক্তি। মোৰ ওচৰত ইয়াৰ কোনো উত্তৰ নাছিল। ভিণ্ডৰ পুলিচ সুপাৰ মিঃ পাহুজাৰ ঘৰত বহি লাখনৰ ডাঙৰ ভায়েক মালখন সিঙেও মোক কৈছিল, "এক মাকা দুধ পিয়ে হ্যায় হামনে।" বিন্দু বিন্দু হৈ সোণচিড়িয়াৰ গালেৰে পানী বৈ আহিল।

লাহে লাহে সোণচিড়িয়াৰ ঘৰৰ পৰা ওলাই আহিছোঁ। ঠাকুৰ চাহাবৰ দৰে তেৱোঁ মোক কৈছে, "ৰাম ৰাম বাবুজী!" তাৰ পিচত অকোৱা-পকোৱা গলি পাৰ হৈ পোন বাটেৰে আহি বাবুল গছজোপাৰ সম্মুখেদি অলপ আগুৱাই গৈ স্কুলৰ পথাৰখনলৈ গৈ থিয় হৈছোঁহি। তেতিয়া বিনোৱাৰ প্ৰাৰ্থনা-সভা চলি আছে।

তালৈ সোণচিড়িয়া অহা নাই। সন্ধ্যাবেলা বাবা নিজে সোণচিড়িয়াৰ ওচৰলৈ গৈছিল। কোনো ফল নহ'ল। সোণচিড়িয়াৰ হৃদয় পৰিবৰ্ত্তন হোৱা নাই। কিদৰে হ'ব? তেওঁৰ হৃদয় যে তেওঁৰ ভাইয়াৰ ভালপোৱা আৰু স্নেহেৰে ভৰপুৰ। হৃদয় পৰিবৰ্ত্তন কৰি তেওঁ সেই স্নেহ আৰু ভালপোৱা পেলাই দিব নোৱাৰে। নিৰাশ হৈ পাণ্ডৰী গাওঁ এৰি 'বাবা' পিচদিনাখন গুচি গৈছিল।

হয়তো সোণচিড়িয়াই জানে। হয়তো নাজানিবও পাৰে। কিন্তু মই তেওঁক কোৱা নাই। কি দৰে ক'ম যে, সুদূৰ জালোন জিলাৰ আকবৰপুৰা গাঁৱত তেওঁৰ ভাইয়াৰ কগ্না স্ত্ৰী মৃত্যুশয্যাত। মাত্ৰ এবাৰ স্বামীক চোৱাৰ কাৰণে কি ছটফটনি। আৰু বেচি দূৰৈত নহয়, ওচৰে ভাদাপুৰা গাঁৱত লাখনৰ মাকে ল'ৰাৰ কাৰণে সদায় ৰাতিপুৱা আবেলি কা'ন্দ কান্দি বুকু ভহাইছে। তেওঁতো তেওঁৰে মাক। সেই মাকৰ কথা কৈয়ে তো মোক কৈছিল, "বাবুজী এক মাকা দুধ পিয়ে হামনে।"

এইবোৰ কথা হয়তো সোণচিড়িয়াই জানে। কিন্তু এটা কথা হলে তেওঁ নাজানে। হয়তো তেওঁৰ ভাইয়াইও তেওঁক কোনো দিনাখন নকয়। বিনোৱাৰ বাণী লৈ লাখনৰ লগত দেখা কৰিবলৈ যেতিয়া এজন যায় তেতিয়া ঠাকুৰ চাহাবে কি উত্তৰ দিছিল সেয়া মই জানোঁ। ঘৃণাত মুখ ফিৰাই লৈ কৈছিল—"কোন হ্যায় ইয়ে বাবা? এয়চে বাবা বহোত সে ঘুমতে ৰহতে।" কোন এই 'বাবা'। এনেধৰণৰ বহুত বাবা ঘূৰি ফুৰি থাকে। তাৰ পিচত কৈছিল, তেওঁ সম্মত আছে হাজিৰ হবলৈ। কিন্তু এটা চৰ্ত্তত। হাজিৰ হোৱাৰ আগতে তেওঁক নাগৰা গাঁৱলৈ যাবলৈ দিব লাগিব। গাঁৱৰ সকলোৰে সম্মুখত তেওঁ ৰঘুবীৰ সিঙক কুকুৰৰ দৰে গুলী কৰি মাৰিব। তাৰ পিচত "কুছ পৰোৱা নহী, ফাঁচি লাগ যায়ে।" আৰু যদি পাৰে জেলেহলে কুইন চাহাবকো।

এয়াতো নহয়। তেওঁৰ বন্ধা চিয়াহীৰে লেখা চৰ্ত্ত কোনোৱে

আমাবে। কস্তমজী চাহাবৰ মন্ট্রিক্রিষ্টৰ লিষ্টখন সক হৈ আহিছে। তেওঁৰ বঙা পেন্সিলডাল ঘূৰি আছে, কেবল ঘূৰি আছে এটা নামৰ ওপৰত—লাখন সিং। ঘূৰি ঘূৰি কেতিয়া হঠাতে এবাৰ বৈ নির্মমভাবে নামটোৰ ওপৰেদি গুচি যাব কোন জানে?

আৰু কমাণ্ডাণ্ট কুইন? তেওঁতো কৈছিল—"লেট হিম কাম টু নাগৰা। আই উইল গেট হিম। আই উইল গেট হিম।" বৃদ্ধ ৰঘুবীৰ তো তেওঁৰ মৃতদেহৰ ওপৰত থুই পেলাবৰ কাৰণে বৈ আছে। যিজনৰ ৰাইফল আগতে গর্জিব তেওঁয়ে জিকিব। কেতিয়া কাৰ ৰাইফল আগতে গর্জিব অভিশপ্ত চম্বলৰ 'বেহড়'ৰ বুকু বিদীর্ণ কৰি, কোনে জানে?

## ॥ পোন্ধৰ ॥

বদৰীয়ে জীৱনত মাত্র এবাৰ ৰাইফল মাৰিছিল। মাত্র এবাৰ। প্রথমে ক'ৰ পৰা কি হ'ল একো বুজিবই নোৱাৰিলে। যেতিয়া বুজিব পাৰিলে পাঁচ মাইল দূৰৈৰ পুলিচ থানালৈ দৌৰি গৈ সন্মুখত পেলাই দি ক'লে—"মই তেওঁক মাৰিছো। গোলী সে উড়া দিয়ে ম্যায়নে উচকো।"

দাৰোগা চাহাবে প্রথমে বুজিবই নোৱাৰিলে কোনে কাক মাৰিছে।

"কিচকো মাৰা?" আচৰিত হৈ বদৰীক সুধিছিল।

"অমৃতলালকো আৰু মোতীৰামকো"—নির্বিকাৰ ভাবে বদৰীয়ে উত্তৰ দিলে।

চকিখন ঠেলি দি গোপালপুৰ থানাৰ দাৰোগা চাহাব জপিয়াই উঠিল। অমৃতলাল মৰিছে। ক'ত? দূৰৈৰ বননৰ কালে বদৰীয়ে

দেখুৱাই দিলে। ক'লে—বল মোৰ লগত। বৰষুণ পৰিল। বহুত ঘাব লাগিব—চোৰপুৰাৰ বনৰ ভিতৰলৈ।

মাত্ৰ এবাৰ জীৱনত বদৰীয়ে ৰাইফল মাৰিছিল। সৰুতে এজন আত্মীয়ৰ বিয়াৰ সময়ত আৰু এবাৰ খাজ মৰা বন্দুক মাৰিছিল, কিন্তু সেয়া একো নহয়। এয়া প্ৰথম গুলী চলোৱা। মাত্ৰ এবাৰ অমৃতলালে বিশ্বাস কৰি তেওঁৰ হাতত বন্দুক দিছিল। সেই প্ৰথম আৰু সেই শেষবাৰ। পুনৰ বন্দুক বদৰীক নালাগেও। বন্দুকটো দি শুই পৰিছিল মাত্ৰ অমৃতলাল আৰু তেওঁৰ ভনী-জোৱাই মোতিৰাম। একোৱে নহয়—মাত্ৰ ৰাইফলটো দাঙি লৈ নিচান লৈ এটি মাত্ৰ গুলী। মোতিৰামে উঠিবই নোৱাৰিলে। মোতিৰামৰ বুকু ভেদী গুলীটো অমৃতলালৰ বুকুত লাগিছিলগৈ। অমৃতলালে উঠিবৰ চেষ্টা কৰিছিল। ওচৰত থোৱা ৰাইফলটো লবৰ চেষ্টা কৰিছিল কিন্তু নোৱাৰিলে, আতেই ঢলি পৰিছিল। কিছুসময় বদৰী হতভম্ব হৈ থিয় হৈ আছিল; তাৰ পিচতে পাঁচ মাইল দূৰৈৰ গোপালপুৰ থানালৈ দৌৰ দিছিল।

প্ৰথমতে কোনোৱে বিশ্বাস কৰা নাছিল। মইও কৰা নাই। অকল মযে কিয়, যেতিয়া প্ৰথমে খবৰ আহে পুলিচৰ উৰ্দ্ধতন বিষয়াৰ বহুতে চিন্তিত হৈ পৰিছিল। অমৃতলাল যে ইমান সহজে মৰিব কোনোৱে সপোনতো ভবা নাছিল। যি জন মৰিছে তেওঁ অমৃতলালতো? সেয়া কেনেকৈ হ'ল। কোনে মাৰিলে? এই প্ৰশ্নই দুদিন ধৰি সকলোকে উদ্বিগ্ন কৰি তুলিছিল। কোন এই বদৰী? কিয় বা তেওঁ অমৃতলালক মাৰিলে—ইয়াৰ সমাধান দুদিন ধৰি হোৱা নাই। সাহস কৰি পুলিচৰ হেডকোৱাৰ্টাৰৰ পৰা কাকো জনোৱা হোৱা নাই। দুদিন পিছত যেতিয়া জনা গ'ল তেওঁৰ দলৰেই বদৰীয়ে দুৰ্দ্ধৰ্ষ ডকাইত অমৃতলালক মাৰিছে—ইমান সাধাৰণ ভাবে যে অমৃতলাল শেষ হ'ব পাৰে কোনোৱে আশা কৰা নাছিল। ইমান ডাঙৰ চৈধ্য ডকাইত, মাত্ৰ নিজৰ বুদ্ধিৰ

ওপৰত নির্ভৰ কৰি প্ৰ য় পোন্ধৰ বছৰ অবাধে দস্যুবৃত্তি কৰি গৈছিল, তেওঁ যে ইমান ডাঙৰ ভুল কি দৰে কৰিলে? হয়। এনেকুৱাই হয়। মাত্ৰ এবাৰ ভুল কৰিছিল অমৃতলালে আৰু তাৰে শাস্তি ভুগিবলগীয়া হৈছিল নিজৰ প্ৰাণ দি। কিয় বা তেওঁ বদৰীৰ হাতত ৰাইফল দি বিশ্বাস কৰিলে তেওঁ নিজেই হয়তো নাজানিছিল। সেয়াও এটা ভুল। কিন্তু বদৰীৰ ওচৰত সেয়াই আছিল এটা ডাঙৰ আৰু শেষ সুযোগ। তেওঁ জানিছিল এই ধৰণৰ সুযোগ জীৱনত তেওঁ কোনোদিনাখনে নাপাব। সেই কাৰণে জীৱনত প্ৰথম আৰু শেষ বাৰৰ কাৰণে ৰাইফল তুলি ট্ৰিগাৰ চেপি ধৰিছিল।

শিবপুৰী চহৰত সেইদিনাখন হাজাৰ হাজাৰ মানুহৰ ভাৰ হৈছিল যিদিনাখন পুলিচৰ ট্ৰাকত অমৃতলালক অনা হৈছিল। জীৱনত অমৃতলালে বহুতক সৰ্বহাৰা কৰিছিল। সেই কাৰণে তেওঁৰ শেষ অৱস্থা চাবলৈ বহুত দূৰৈৰ পৰাও মানুহ আহিছিল। বেছি সময় কোনো থাকিব পৰা নাছিল। দুদিন পিচতে পঁচা গোন্ধ ওলাবলৈ আৰম্ভ কৰিছিল। লবালবিকৈ মৃতদেহ আঁতৰাই পেলোৱা হৈছিল। তাৰ পিচত চহৰৰ পৰা বহু দূৰৈত তেওঁৰ মৃতদেহ পুলিচৰ পহৰাত জ্বলোৱা হৈছিল। চিঞৰ কান্দ উঠিছিল অমৃতলালৰ বৃদ্ধা মাকে আৰু যেতিয়া চিতাৰ জুই দপদপাই জ্বলি উঠিছিল, অমৃতলালৰ ঘৈণীয়েক মূৰ ঘূৰাই পৰি গৈছিল। কোলাত তেওঁৰ সৰু ল'ৰাটো। বৃদ্ধা মাকে আৰু ঘৈণীয়েকে সেই পচি যোৱা মৃতকৰ শেষ দেখা পোৱা নাছিল। অমৃতলালৰ চেহেৰাটো কেনেকুৱা যেন হৈ গৈছিল। মোৰ কিন্তু এতিয়াও মনত আছে অমৃতলালৰ সেই চেহেৰা, ডাঙৰ গোঁফ আৰু দুটি বুদ্ধিদীপ্ত চকু। বহুতদিন হৈ গৈছে তথাপিও মাজে মাজে সেই চেহেৰাৰ কথা মনত পৰে। প্ৰথমবাৰ মধ্যপ্ৰদেশৰ দস্যু-অধ্যুষিত এলেকালৈ গৈছিলোঁ। অভিশপ্ত চম্বলৰ উপত্যকাত ঘূৰি ঘূৰি শিবপুৰী জিলালৈ আহিছোঁ। দস্যু-চৰ্দাৰ অমৃতলালৰ শিবপুৰীত ৰাজত্ব। গোটেই শিবপুৰী জিলা অমৃতলালৰ ভয়ত কঁপিছিল।

পুলিচে বিপদত পৰিছে। অথচ অমৃতলালৰ গাত আঁচোৰ পৰ্য্যন্ত লগা নাছিল। তেওঁৰ বুদ্ধি, তেওঁৰ ক্ষিপ্ৰতা আৰু তেওঁৰ টেঁটুবাজিৰ সম্মুখত প্ৰতিবাৰেই পুলিচে হাৰ মানিছিল। খুন-জখম অমৃতলালে কম কৰিছিল। বিশেষ দৰকাৰ নহলে তেওঁ ৰাইফল তোলা নাছিল খুন যে কৰা নাছিল সেয়া নহয়—দহ-বাৰ জনক তেৱোঁ খুন কৰিছিল, কিন্তু হত্যাৰ পক্ষপাতী হলে তেওঁ নাছিল। অৱস্থাৰ পাকত পৰিয়ে হয়তো কৰিছে, নহলে কোনো শত্ৰুৰ পথৰ পৰা আঁতৰোৱাৰ উদ্দেশ্যে বন্দুক চলাইছিল। জীৱনত তেওঁৰ মাত্ৰ লক্ষ্য আছিল—টকা, টকা, টকা। অমৃতলালে মাত্ৰ অপহৰণ কৰি লাখ লাখ টকা উপাৰ্জন কৰিছিল। এজনক অপহৰণ কৰি প্ৰচুৰ ৰ্যানচম লৈছিল। কিছুদিন মনে মনে থাকে। টকা শেষ হৈছে, পুনৰ অপহৰণ কৰিছে। আকৌ টকা। টকা উৰুৱাবলৈ গৈছে বোম্বে, দিল্লী, কলিকতা, লক্ষ্ণৌ—নাচ, গান, মদ আৰু নাৰী। ভাৰতবৰ্ষৰ এনেকুৱা কোনো নামজলা হোটেল নাই য'ত অমৃতলাল কিছু দিন থকা নাই। কিন্তু সেই মদ আৰু নাৰীয়ে তেওঁৰ কাল হ'ল। অকল শিৱপুৰী জিলাতে এসময়ত অমৃতলালৰ এঘাৰ গৰাকী ৰক্ষিতা আছিল। শেষত সেই বদৰীয়ে চৰম প্ৰতিশোধ ললে। বদৰী গুমৰি গুমৰি আছিল আৰু বিচাৰিছিল সুযোগ। নাৰীৰ মোহে অমৃতলালক পাগল কৰিছিল নহলে নিজৰ দলৰে এজনৰ ভনীয়েকৰ ওপৰত জানো কোনোবাই বেয়া দৃষ্টি দিয়ে। বদৰীয়ে সহ্য কৰিব পৰা নাছিল। মাত্ৰ এবাৰ সুযোগ পাইছিল আৰু সেই সুযোগ তেওঁ হেৰুৱাও নাছিল। কিন্তু আচৰিত চৰিত্ৰ এই অমৃতলালৰ। যিজনক এবাৰ ভনী বুলি মাতিছিল, তেওঁৰ গাত আঁচোৰ পৰ্য্যন্ত লাগিব দিয়া নাছিল। শিৱপুৰী জিলালৈ গলেই শুনিবলৈ পোৱা যায় সেই সাজি লোৱা ভনীয়েকহঁতৰ কথা। প্ৰতি বাৰী-বন্ধনৰ সময়ত তেওঁ শত বিপদ নেওচিও তেওঁলোকৰ ওচৰলৈ গৈছিল। অকল সেয়ে নহয়,

তেওঁলোকক দিছিল প্ৰচুৰ উপহাৰ আৰু ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি। নিজৰ মাকক চিৰকাল ভয় কৰিছিল আৰু ভাল পাইছিল সক শিশুৰদৰে। প্ৰতি শাওন মাহত তেওঁ মাকৰ ওচৰলৈ আহি আশীৰ্বাদ লৈ গৈছিলহি। সেইদিনাখনো বোধহয় মাকৰ ওচৰলৈ গৈছিল নতুবা আশীৰ্বাদ লৈ আহিছিল। কিন্তু বদৰীৰ ভনীয়েকৰ কথা পাহৰিব নোৱাৰি, তেওঁক পোৱাৰ আশাত পাগল হৈ সেই গাওঁৰ কাষে গৈছিল। লগত আছিল বদৰী নিজে। সন্ধ্যাপৰতে সেই গাওঁ পালেহেঁতেন। দুপৰীয়াৰ টোপনিৰ লোভো এৰিব পৰা নাই। টোপনি আহিবলৈ আৰম্ভ কৰিছিল মাত্ৰ, এনেতে বুকুৰ ভিতৰখন যেন কেনেবা লাগি উঠিল। সন্মুখত দেখিলে ৰাইফল হাতত লৈ বদৰী। তেওঁৰ চকুত জুই—প্ৰতিশোধৰ জুই। ৰাইফলটো লৈ বেইমান জনক শেষ কৰি দিব খুজিছিল, কিন্তু তাৰ আগতেই সকলো শেষ হৈ গ'ল। গভীৰ বনৰ মাজত মাত্ৰ শুনা গৈছিল এটা গুলীৰ শব্দ। বদৰীয়ে জীৱনত এবা প্ৰথম গুলী—আৰু শেষো, কাৰণ বদৰীয়ে পুনৰ গুলী নচলায়, আৰু চলোৱাৰ দৰকাৰো নাই। তেওঁৰ প্ৰতিশোধ তেওঁ লৈ লৈছে। তাৰ পিচত থানালৈ দৌৰি গৈছিল। ধৰমুণ পৰিছিল। বহুত দূৰৈত, চহৰৰ পৰা বহুত দূৰৈত এই ঘটনা ঘটিছিল। হাবি-বন পাৰ হৈ যেতিয়া অমৃতলালৰ পচা মৃতদেহ শিৱপুৰীলৈ লৈ অহা হৈছে, তেতিয়া তাৰপৰা দুৰ্গন্ধ ওলাইছিল। কোনোৱে সেই বিকৃত মৃতদেহ চাব পৰা নাছিল। অমৃতলালৰ মাক আৰু ঘৈণীয়েকেও। কি আছিল চেহেৰা, আৰু হ'ল কি। মোৰ চকুৰ সন্মুখত মাজে মাজে সেই চেহেৰা ভাঁহি উঠে। বেছিকৈ মনত পৰে বুদ্ধিদীপ্ত চকু দুটি। মুহূৰ্ততে যেন বিজুলীৰ দৰে উজ্জ্বলতা আছে সেই চকুৰ কোণত।

সৱল হাত দুখনেৰে মোৰ এখন হাত প্ৰবলভাবে জোকাৰি দি ৰীপত উঠি কৈছিল—"আচ্ছা, ফিৰ মুলাকাত হোগী।" যাওঁলৈ: পুনৰ কোনোবাদিনাখন দেখাদেখি হ'ব।

"পৰ আপকী তাৰিফ?"...আপোনাৰ পৰিচয় জো পোৱা নহল, হঠাতে অহা আগন্তুকক সুধিছিলোঁ।

"মুঝে অমৃতলাল কহতে হ্যাঁয়।" মোক অমৃতলাল বুলি সকলোৱে মাতে। হো হোকৈ হাঁহি বিৰাট শৰীৰটো লৈ জীপত বহিলগৈ। চকুৰ কোণত হাঁহিৰ বিদ্যুৎ জিলিকি উঠিছিল।

মোৰ হাতৰ হুইস্কিৰ গ্লাচটো পৰি গৈছিল। টুকুৰা-টুকুৰ হৈ চাৰিওফালে কাঁচৰ টুকুৰাবোৰ সিঁচৰিত হৈ পৰিছিল। জীপৰ ফালে দৌৰি গৈছিলোঁ। ষ্টাৰ্ট দিয়াৰ লগে লগে অ'কৌ শুনিবলৈ পাইছোঁ সেই হো-হো হাঁহি। আৰু পিচৰ পৰা দেখা পাইছোঁ, ষ্টিয়াৰিং হুইল লৈ বহি আছে বিৰাট এক চেহেৰা। সেই চেহেৰা মই পাহৰিব নোৱাৰিম। সেই চেহেৰাই হৈছিল বিকৃত, পচি গৈ ওলাইছিল দুৰ্গন্ধ আৰু সেই বিদ্যুতৰ দৰে জিলিকি উঠা চকু দুটা মুদ খাই আছিল। টোপনি অহা মাত্ৰকে বদৰীয়ে ৰাইফলৰ ট্ৰিগাৰ চেপি ধৰিছিল। আৰু সেই গোঁফ যোৰা? ধনুৰ দৰে দুটাৰ দৰে কোণ দুটা ওখকৈ অমৃতলালে সকলো সময়তে তাকে ৰাখিছিল। সেই গোঁফ তলৰ ফালে নামি গৈছিল আৰু নাকৰ পৰা ওলোৱা বিন্দু বিন্দু তেজ জমা হৈ আছিল। কিন্তু কপালৰ ওপৰতেই কেইডালিমান বগা চুলি—পুলিচৰ আইডেণ্টিফিকেচনৰ একমাত্ৰ পৰিচয়—"a dash of white hair drooping on the forehead"—তেনেকৈয়ে আছিল। বেচ মনত পৰে মোৰ বগা চুলি কেইডালি। কোঠাৰ ভিতৰলৈ সোমাই অহাৰ লগে লগে প্ৰথমেই মোৰ সেই বগা চুলি কেইডালেই প্ৰথম দৃষ্টি আকৰ্ষণ কৰে। কপালৰ ওপৰত অলপ বেকাঁকৈ বগা চুলিখিনি ওলমি পৰি আছে। মই যেতিয়া দেখিছিলোঁ, তেতিয়া বাকীবোৰ চুলি ক'লা আছিল, মাত্ৰ সেই ওলমি পৰি থকা চুলিখিনি "a dash of white hair"ৰ বাহিৰে।

ঘূৰি ঘূৰি শিৱপুৰী জিলাৰ কোনো এক ফৰেষ্ট ৰেষ্ট হাউচ

পাইছিলোঁগৈ। টিফিন কেৰিয়াৰটো খুলি লৈ বহিছিলোঁ মাত্ৰ, এনেতে বাহিৰত জীপ বোৱাৰ শব্দ শুনিবলৈ পালোঁ। জীপৰ পৰা খাকী কাপোৰ পিন্ধা এক দীৰ্ঘকায় পুৰুষ নামি আহিল। কান্ধত বহুমূলীয়া ৰাইফল। লগত আৰু এজন মানুহ। তেওঁলোকে মই বহা কোঠাত সোমাই খোৱাৰ অনুমতি বিচাৰিলে। অনুমতি নিদিও উপায় নাছিল, কোঠা মাত্ৰ এটা। ভঙা ভঙা ইংৰাজীত কথা-বতৰা আৰম্ভ হ'ল। আগন্তুকৰ বাস্কেটৰ পৰা দামী দামী মদৰ বটল ওলাল। "কেয়া শোখ্ কৰেঙ্গে আপ? হুইস্কি, জিন, ব্ৰাণ্ডি?" মইতো হতভম্ব। এই হাবিত আকৌ সোধে, কি খাম? বহুত আপত্তি কৰাতো হুইস্কিৰ বটল খুলিলে। কথা-বতৰা জমি উঠিল। প্ৰশ্ন হ'ল—মই কিয় এই হাবিত ঘূৰি ফুৰিছোঁ। ক'লোঁ, মধ্যপ্ৰদেশৰ ডকাইতি সমস্যা লৈ অলপ অচৰপ বিচাৰ কৰিছোঁ, এয়াই।

মুহূৰ্তৰ কাৰণে আগন্তুকৰ চকু দুটা উজলি উঠিল। সেইদিনা-খন লক্ষ্য কৰা নাছিলোঁ। কিন্তু পিচত সকলো মনত পৰিছিল —সেই সাক্ষাতৰ টুকুৰা-টুকুৰ প্ৰত্যেকটো ঘটনা। বহুত সময় আলোচনা হৈছিল। কথাই কথাই আগন্তুকক অমৃতলাল ডকাইত সম্বন্ধে সুধিছিলোঁ। আকৌ চকুৰ কোণত সেই উজ্জ্বলতা। উত্তৰত পালোঁ, অমৃতলালক শিবপুৰীত প্ৰায় সকলোৱে জানে।

"কিন্তু সকলোৱে যদি তেওঁক চিনি পায়, তেনেহলে বিশ হাজাৰ টকা পুৰস্কাৰ থকা সত্বেও তেওঁ ধৰা পৰা নাই কিয়?"

হো হো কৈ হাঁহি উঠিল। হাবিৰ মাজৰ এই পৰিবেশত সেই হাঁহি অদ্ভুত শুনা গ'ল। "পুলিচকো আগৰ ইয়ে খেয়াল হ্যায় কি বিশ হাজাৰ ৰুপয়াচে অমৃতলাল পাকড়া যায়েগা, তো বেকুফ হ্যঁয় ওহ্।" যদি পুলিচে ভাবে যে, বিশ হাজাৰ টকাত অমৃতলাল ধৰা পৰিব, তেনেহলে তেওঁলোকৰ বুদ্ধি নাই।

"পৰ ক্যুঁ?" কিন্তু কিয়?

উত্তৰ নাপালোঁ। আগন্তুকে তেওঁৰ সঙ্গীক লৈ যাবলৈ উঠিল।

মাত্র বুদ্ধি। বুদ্ধিৰ বলতে অমৃতলালে বহুত কিবাই কৰি গৈছিল। শেষ সময়ত মাত্র এটা ভুল কৰিছিল বদৰীৰ হাতত ৰাইফল দি পহৰা দিবলৈ কৈ, নিজে শুব খুজি। বদৰীৰ কোনো ভুল হোৱা নাছিল, তেওঁৰ মূৰত কেইচেকেণ্ডমানৰ কাৰণে বুদ্ধি হৈছিল আৰু সেই সুযোগ তেওঁ হেৰুৱা নাছিল। খুব গৰ্ব কৰি অমৃতলাল কৈছিল, বিশ হাজাৰ টকাত তেওঁক পোৱা নাযায়। এতিয়া বোধহয় বদৰীয়ে সেই বিশ হাজাৰ টকাৰ ইনাম পাব, অন্ততঃ পুলিচৰ সেয়ে মত। কানুনী পণ্ডিতসকলে এতিয়া মধ্যপ্রদেশত মূৰ ঘমাইছে বদৰীক ইনাম দিয়া হ'ব নে নহয়? কোনো কোনোৱে কয় বদৰী খুনী—এজন নহয়, তেওঁ দুজনক খুন কৰিছে—অমৃতলাল আৰু তেওঁৰ ভনী-জোঁৱাই মোতিৰামক। ভাব হয় শেষলৈ মত এয়ে হ'ব যে, অমৃতলালক "dead or alive" জীৱন্ত বা মৃত যিজনে আনি দিব তেওঁৱে পাব বিশ হাজাৰ টকাৰ পুৰস্কাৰ, তেওঁৰ দলৰে মানুহ যদি হয় হওক। আৰু বদৰীৰ নিজৰ বিৰুদ্ধেতো আন কোনো অপৰাধ পুলিচৰ ৰেকৰ্ডত নাই। কিন্তু শিবপুৰীৰ কিছুমান মানুহে ক'ব পুলিচেই বদৰীক অমৃতলালৰ দলত ইচ্ছা কৰি সুমাই দিছিল। কন্তমজী চাহাবৰ বোলে এয়া আছিল মাষ্টাৰ ষ্ট্ৰাটেজী ( Master Strategy )।

কিন্তু বদৰীয়ে মূৰ জোকাৰি প্রতিবাদ কৰি মোক কৈছিল—"ঝুট্ বাত"। মিছা কথা। তেওঁ পুলিচৰ মানুহ নহয়। তেওঁ বদলা লৈছে। তেওঁৰ ভনীয়েকৰ ওপৰত অমৃতলালে কুদৃষ্টি দিছিল। তেওঁ সহ্য কৰিব পৰা নাছিল। তেওঁৰ সন্মুখত অমৃতলালে তেওঁৰ ভনীয়েকৰ ইজ্জত নষ্ট কৰিব আৰু তেওঁ ভায়েক হৈ তাকে সহ্য কৰিব? বহুত কষ্ট কৰি তেওঁ অমৃতলালৰ বিশ্বাস অৰ্জন কৰিছিল। অমৃতলালে তেওঁক বিশ্বাস কৰি ভুল কৰিছিল। কিন্তু বদৰীয়ে হলে কোনো ভুল কৰা নাছিল।

মধ্যপ্ৰদেশৰ এজন উচ্চপদস্থ কৰ্মচাৰীয়েও অমৃতলালৰ লগত তেওঁৰ সাক্ষাত হোৱাৰ কথা ক'ব পাৰে। নিজৰ স্ত্ৰী-কন্যাক লৈ তেওঁ এবাৰ চিকাৰলৈ গৈছিল। হঠাতে অমৃতলালৰ দলৰ লগত দেখা-দেখি হৈছিল।

"হাউ ডু ইউ ডু? আই এম্ অমৃতলাল", তেওঁ কৈছিল।

তাৰ পিচতে তেওঁ চাহাবৰ বহুমূলীয়া ৰাইফলটো চাব খুজিছিল। চাহেবে তেতিয়া ভাবিছিল এতিয়াও হাতত ৰাইফলটো আছে, বিপদত হয়তো কামত আহিব পাৰে, কিন্তু এবাৰ যদি অমৃতলালে পায়, তেনেহলে কোনো উপায়ে নাথাকিব। কি কৰিব, স্থিৰ কৰিব পৰা নাছিল। তেওঁৰ মনোভাব বুজাত অমৃতলালৰ পলম হোৱা নাছিল। নিজৰ বহুমূলীয়া ৰাইফলটো চাহাবৰ হাতত দি ক'লে, "এইখিনি সময় আপুনি মোৰ ৰাইফলটো আপোনাৰ লগত ৰাখক। আপোনাৰ বিশ্বাস হোৱা নাই? ৰাখক। ৰাখক। মোৰ ৰাইফলটোও বেচ দামী।"

উপযাচি তেওঁক নিৰাপদ ঠাইত থৈ অহাৰ দায়িত্ব লৈছিল আৰু দিছিল চাহাবৰ গুলী লগা আহত যিটো হৰিণ পলাই গৈছিল, তাক মৰাৰ অৰ্থাৰ। চাহাবৰ স্ত্ৰীক নিজৰ ভনীয়েক বুলি সম্বোধন কৰিছিল আৰু প্ৰতিশ্ৰুতি দিছিল বিপদ-আপদত ৰক্ষা কৰাৰ।

যি অমৃতলাল মদ আৰু নাৰীৰ কাৰণে পাগল আছিল সেই অমৃতলালেই যিজনক ভাল লাগিছিল, তেওঁকেই ভনী বুলি মাতিছিল। আৰু কিমান ছোৱালীৰ যে তেওঁ সৰ্বনাশ কৰিছিল তাৰ হিচাব নাই। নিজৰ দলৰ বদৰীৰ ভনীয়েকবোতো সৰ্বনাশ কৰিবলৈ উদ্যত হৈছিল। সেয়াই হ'ল তেওঁৰ কাল।

আৰু তেওঁৰ লগত শেষ হ'ল তেওঁৰ নিজৰ ভগ্নীপতি মোতিৰাম। নিজৰ ভনীয়েকৰ 'ইজ্জত' বচাবলৈ গৈ বদৰীয়ে অমৃতলালৰ ভনীয়েকৰে সৰ্বনাশ কৰিলে। বদৰীৰ সৰ্বনাশ কৰিবলৈ গৈ অমৃতলালৰ নিজৰ ভনীয়েকেই হ'ল বিধবা।

এয়া হ'ল শিবপুৰী জিলাৰ গণেশখেড়া গাওঁৰ অমৃতলাল কিৰাৰ।

গণেশখেড়া গাওঁৰ ওচৰতে হ'ল পোহৰী। পোহৰীৰ আদৰ্শ বিদ্যালয়ত অষ্টম মানলৈ পঢ়ি অমৃতলালে যেতিয়া এদিনাখন স্কুলত বহি থাকিল, বাপেক ভগবানলালৰ সকলো সপোন ভাঙি চুৰমাৰ হৈ গ'ল। আকৌ যেতিয়া তেওঁ হঠাতে স্কুল-মাষ্টৰী আৰম্ভ কৰিলে, ভগবানলাল তেতিয়া আনন্দিত হ'ল। আদৰ্শ জীৱিকা লৈছে তেওঁৰ ল'ৰাই। কিন্তু এই সুখো এদিনাখন কৰ্পূৰৰ দৰে উৰি গ'ল। অমৃতলালে মাষ্টৰী এৰি দি পুনৰ ঘৰলৈ উভতি আহিল। তাৰ কিছুদিন পিচত সাধাৰণ চুৰিৰ অপৰাধত ধৰা পৰিল। বৃদ্ধ ভগবানলালে চকুৰে অন্ধকাৰ দেখিবলৈ ধৰিলে।

জীৱনৰ প্ৰথম অপৰাধ অমৃতলালৰ সেই চুৰি। আজিৰ পৰা প্ৰায় ২১ বছৰ আগৰ কথা। দুমাহ জেল খাটি হয়তো সেইয়াই তেওঁৰ শেষ অপৰাধ হ'লহেঁতেন, কিন্তু আচৰিত বুদ্ধি অমৃতলালৰ, জাগীৰ লক্-আপৰ পৰা এদিনাখন পলাল আৰু লগত লৈ গ'ল দুটা মাজ্‌ল্-লোডিং বন্দুক। তাৰ পিচতে উত্তৰপ্ৰদেশৰ কুখ্যাত ডকাইত গোপীৰ লগত অমৃতলালক পোৱা হ'ল। গোপীৰ ওচৰত নিজৰ আনুগত্যৰ প্ৰমাণ দিবলৈ গৈ অমৃতলালে ইটাৱাৰ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ ঘৰত দুঃসাহসিক ডকাইতি কৰিলে।

সিদিনাখন যেতিয়া ইন্সপেক্টৰ-জেনাৰেল ৰুস্তমজী চাহাবে তেওঁৰ মষ্টিক্ৰিষ্ট লিষ্টৰ পৰা ৰঙা পেন্সিলেৰে অমৃতলালৰ নামটো কাটি দিলে, তেতিয়া তেওঁৰ মুখৰ পৰা যি কথা ওলাইছিল, সেইয়া আজিও মোৰ মনত আছে, "দি কানিং ফক্স"। মাত্ৰ টেঙৰালি আৰু সাহসৰ ওপৰত নিৰ্ভৰ কৰি অমৃতলালে অবাধে দস্যুবৃত্তি চলাই গৈছিল। ইটাৱাৰ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ ঘৰত ডকাইতিৰ পিচত অমৃতলালে কানপুৰৰ এটা মিলৰ পৰা কিছুমান বন্দুক লৈ উধাও হ'ল। কিছুদিন পিচত গোৱালিয়ৰত গোপী ধৰা পৰিল। অমৃতলালৰ

তেতিয়া নাম হৈছে ‘বাবু দিল্লীৱালা’। গোপীৰ দলৰ নেতা হৈ তেওঁ এটাৰ পিচত এটাকৈ বিনা বাধাই অপৰাধ কৰি গ’ল। কিন্তু অমৃতলালে হলে বেছিদিন চলাব নোৱাৰিলে—আগ্ৰাত ধৰা পৰিল আৰু ১৮ বছৰ সশ্ৰম কাৰাদণ্ডত দণ্ডিত হ’ল। আকৌ তেওঁ এক দুঃসাহসিক কাম কৰিলে। কোলাৰচ জুডিচিয়াল লক-আপৰ পৰা তেওঁ পলাল। দুবছৰ পিচত পুনৰ ধৰা পৰিল। এইবাৰ গোৱালিয়ৰ চহৰত। পুনৰ গোৱালিয়ৰ চেণ্ট্ৰেল জেলৰ পৰা পলাল।

জেলৰ পৰা পলাই আহি অমৃতলালে দেখিলে যে তেওঁৰ দলত ভাঙন ধৰিছে। তেওঁৰ মদ আৰু নাৰীৰ মোহ দলৰ আনবোৰৰ পছন্দ নহয়। এওঁলোকৰে এজনে তেওঁ টোপনি গৈ থকা অৱস্থাত তেওঁক গুলী কৰিছিল কিন্তু অমৃতলালৰ ভাগ্য ভাল, তেওঁ বাঁচি গ’ল। দলৰ সেইজনৰ মৃতদেহ অৰণ্যে পিছদিনাখন পথাৰত পোৱা হ’ল। সেই টোপনি গৈ থকা অৱস্থাতে এই ঘটনাৰ প্ৰায় দহ বাৰ বছৰ পিছত বদৰীৰ হাতত অমৃতলালে ইহলীলা সম্বৰণ কৰে। অমৃতলাল সাৱধান হ’ল, দলৰ উত্তৰপ্ৰদেশৰ প্ৰায়বোৰ মানুহকে বাছি বাছি খেদিলে।

শিবপুৰীৰ এচ. পি. মিঃ চুনীলালে অমৃতলালক ধৰিবৰ কাৰণে উঠিপৰি লাগিছিল। কেইবাৰমান এনকাউণ্টাৰ হ’ল। অমৃতলালে বেচ মজা পালে, কিন্তু তেওঁক হলে পোৱা নগ’ল। অমৃতলালে ভাবিলে, পথৰ কাইট চুনীলালক আঁতৰাব লাগিব। কোলাৰচ পুলিচ ষ্টেচনলৈ সেইদিনাখন ইন্সপেকচনৰ কাৰণে চুনীলাল অহাৰ কথা আছিল। অমৃতলালে দেখিলে এয়াই সুযোগ। হঠাতে দলবল লৈ থানাৰ ওপৰত জপিয়াই পৰিল। অমৃতলালে চুনীলালৰ হলে একোকে কৰিব নোৱাৰিলে। ভাগ্যৰ জোৰ, তেওঁ মাত্ৰ পাঁচ মিনিট আগতে থানা এৰি গৈছিল। কোনোবাই তেওঁক খবৰ দিছিল যে ওচৰত ক’ৰবাত বাঘ ওলাইছে। চিকাৰৰ মোহ এৰিব নোৱাৰি চুনীলালে থানাৰ দাৰোগাক লৈ বাঘৰ সন্ধানত ওলাই

গৈছিল। কৈছিল থানাৰ ইন্সপেকচন পিচত হ'ব। প্ৰায় তিনি ঘণ্টা পিচত যেতিয়া বাঘ মাৰি উভতি আহিছে, কোলাৰচ থানা তেতিয়া তেজত ডাঁহি আছে। কেইজনমান পুলিচ কনষ্টেবলক মাৰি অমৃতলালে থানাৰ সকলো বন্দুক আৰু কাৰ্টিজ লৈ পলাইছে।

অমৃতলালৰ মূৰৰ ওপৰত ঘোষিত হ'ল ২০,০০০৲ টকাৰ পুৰস্কাৰ।

"In the succeeding years he managed to established a reign of terror. His strategy was one of extreme cunning and each of his crimes was planned with a deliberation and foresight which could have matched a military operation. Every detailed was worked out. Every move of the authorities was known to him through a net work of spies and informers, that was wide-spread and lucratively paid."

—পুলিচৰ ৰেকৰ্ডত অমৃতলালৰ অত্যাচাৰৰ কথা এটাৰ পিচত এটাকৈ উঠিবলৈ ধৰিলে।

অমৃতলাল কিছুদিন নীৰব হৈ ৰ'ল। উৰ্দ্ধতন বিষয়া সকলে স্বস্তিৰ নিশ্বাস পেলাইছিল মাত্ৰ, এনেতে অমৃতলালে আন এটা দুঃসাহসিক ডকাইতি কৰিলে। বিজয়া দশমী ৰাজপুতৰ কাৰণে শুভদিন। সেইদিনাখন উমৰীৰ ৰজাচাহাবেও নিজৰ প্ৰাসাদৰ সকলো অস্ত্ৰশস্ত্ৰ আঁতৰাই থৈ বহুত দিনৰ ৰীতি অনুসৰি পূজা কৰিছিল। হঠাতে তেওঁৰ প্ৰাসাদলৈ আগমন হ'ল এজন সম্ভ্ৰান্ত খয়াৰৰ ঠিকাদাৰৰ। খয়াৰৰ ব্যৱসায়ী সকল সেইকালে নামী মানুহ আৰু তাৰ উপৰি তেওঁলোকৰ প্ৰতিপত্তিও প্ৰচুৰ। প্ৰাসাদৰ প্ৰহৰী-বোৰে সসম্ভ্ৰমেৰে ঠিকাদাৰক বাট এৰি দিলে। তেওঁ পোনে পোনে গৈ সোমাই ঘৰত উঠিলেগৈ, য'ত ৰাজাচাহাব অস্ত্ৰ-পূজাত ব্যস্ত আছিল। খয়াৰৰ ব্যৱসায়ীজনে মাত্ৰ পকেটৰ পৰা এটি পিস্তল উলিয়াই সকলোকে ভয় দেখুৱাই প্ৰত্যেকটো অস্ত্ৰ দখল কৰিলে। এটা গুলিও এৰিব লগা নহ'ল। একোটা তেজৰ দাগো ক'তো নপৰিল। তাৰ পিচত এঘণ্টা জুৰি প্ৰাসাদ ইকাল-সিকাল

কৰি অমৃতলাল ৭৫,০০০্ লুট কৰি বিনা বাধাই উমৰী এৰি গুচি গ'ল।

নতুন মধ্যপ্ৰদেশ হ'ল। এইবোৰ সকলোৱে ভাবিলে অমৃতলালৰ দিন শেষ হৈ আহিছে। কিন্তু ক'ত? মোৰেণা জিলাৰ পালিঘাট গাওঁৰ ওচৰত হঠাতে এদিনাখন অমৃতলালে এখন বৰযাত্ৰী বোজাই বাচ আটক কৰি ৪০,০০০্ টকা লুট কৰিলে। অকল সেয়ে নহয়, বৰযাত্ৰী দলৰ মাজৰ এজন ধনী শেঠজীকো অমৃতলালে ধৰি লৈ গ'ল। কিছুদিন পিচত শেঠজী এৰা পৰিল ৬০,০০০্ খেচাৰত দি।

গোটেই মধ্যপ্ৰদেশতে অমৃতলালৰ চাঞ্চল্যকৰ অপৰাধৰ আলোচনা। পুলিচ আৰু গভৰ্ণমেণ্টে দিনৰ পিচত দিন ধৰি মন্তব্য শুনিব লগা হ'ল খবৰৰ কাগজ আৰু বিধান সভাত। উপ-স্বৰাষ্ট্ৰ-মন্ত্ৰী নৰসিং ৰাও দীক্ষিতে উৰ্দ্ধতন বিষয়াৰ মিটিং পাতিলে। আৰম্ভ হ'ল 'অপাৰেচন অমৃতলাল'। 'অপাৰেচন অমৃতলাল' যোজনাৰ চিয়াহী বোধহয় তেতিয়াও শুকোৱা নাছিল—অমৃতলালে পুনৰ চূড়ান্ত আঘাত দিলে পুলিচ আৰু গভৰ্ণমেণ্টৰ 'প্ৰেষ্টিজ'ত। কিন্তু ইয়াৰ কিছুদিন আগতে অমৃতলালে ধামাৰৰ ঠাকুৰ চাহাবৰ ঘৰত ডকাইতি কৰি হাত পকালে। সেইদিনাখন ঠাকুৰ চাহাবৰ ঘৰত উৎসৱ আছিল। মূৰ্তিমান বিভীষিকাৰ দৰে বিশজন মানুহ লগত লৈ অমৃতলালে উৎসৱৰ পোহৰ মুমুৰাই অস্ত্ৰ আৰু প্ৰচুৰ টকাকড়ি লৈ গ'ল আৰু লগত লৈ গ'ল ঠাকুৰ চাহাবৰ দুজন আত্মীয়ক। ইয়াৰ কিছুদিন আগতে দিন দুপৰতে গোৱালিয়ৰৰ ওচৰত বোম্বে-আগ্ৰা ৰোডৰ পৰা অমৃতলালে দুজন মানুহক ধৰি লৈ গৈছিল।

'অপাৰেচন অমৃতলাল' খুব জোৰে চলিছে। সেইদিনাখন আছিল দেৌলোৎসৱ। শিবপুৰীৰ পৰা বোম্বে-আগ্ৰা ৰোডৰ হনুমান মন্দিৰত এদল মানুহে ট্ৰাকত উৎসৱ কৰিবলৈ গৈছিল। দেৌলোৎসৱ তেতিয়াও শেষ হোৱা নাছিল, অমৃতলালে সকলোকে আগুৰি ধৰিলে। শিবপুৰীৰ নামী ধনী পৰিয়ালৰ এঘাৰ জন মানুহক ধৰি

নিজে ট্ৰাক চলাই তেওঁলোকক গভীৰ জঙ্গললৈ লৈ গ'ল। পিচত তিনিজন মানুহক এৰি দিলে, বাকী আঠ জনক চাৰি মাহৰ পিচত যথেষ্ট অৰ্থৰ বিনিময়ত অমৃতলালে ৰেহাই দিলে। অৱশ্যে অমৃতলালে যিসকলক যেতিয়া অপহৰণ কৰিছিল তেওঁলোকক বোলে ৰজাৰ সুখ দিছিল। অৱশ্যে টকা নাপালে তেওঁলোকে স্বৰ্গৰ সুখ পাইছিল।

বোম্বে-আগ্ৰা ৰোডৰ হনুমান মন্দিৰৰ অপহৰণেই অমৃতলালৰ জীৱনত শেষ ডাঙৰ ক্ৰাইম। কিছুদিনৰ কাৰণে অমৃতলাল নীৰৱ। খবৰ পোৱা গ'ল ঠাকুৰ লাখন সিঙক বোলে ৫০,০০০ টকা ধাৰ দিছে—"A Banker among bandits." কস্তমজী চাহাবে ক'লে। লণ্ডন টাইমচে নাম দিলে—"The scholarship boy gone wrong." কোনোৱে কোনোৱে আকৌ ক'লে "The elusive pimpernel."

মধ্যভাৰতৰ স্বৰাষ্ট্ৰ-মন্ত্ৰী নৰসিং ৰাও দীক্ষিতে মানসিঙক মাৰিবৰ কাৰণে অমৰনাথলৈ বৰ বিচাৰি গৈছিল। এইবাৰ দীক্ষিতজী গ'ল সুদূৰ নেপালৰ পশুপতিনাথৰ মন্দিৰলৈ। বৰ বিচাৰিলে অমৃতলালৰ 'মৌত' (মৃত্যু)।

অমৃতলালৰ পতন আৰম্ভ হ'ল। বহুত টকা জমা হৈছে। খৰচ কৰিব লাগিব তো। মদ আৰু নাৰীৰ সঙ্গত অমৃতলাল ভাঁহি গ'ল। অলপৰ কাৰণে বুধানহাৰ আৰু নাৰলপুৰাৰ এনকাউণ্টাৰত ৰক্ষা পালে। অমৃতলালে সন্দেহ কৰিলে দলৰ দৌলত সিঙৰ ভায়েক মঙ্গল সিঙক। সেই ৰাতিয়ে নিৰ্মমভাবে অমৃতলালে দৌলত সিঙক গুলী কৰি মাৰিলে। জীৱনত আৰু এটা ভুল অমৃতলালে কৰিলে। পিচদিনা খন ৰাতিপুৱা দলৰ মানুহবোৰে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে। চুলতান সিং আৰু দেৱী চিকাৰীয়ে দল এৰি অন্য দল তৈয়াৰ কৰিলে। অমৃতলালৰ ওচৰত মাত্ৰ ছজন মানুহ ৰ'ল। অমৃতলালৰ ওপৰত বিপদ আহিবলৈ ধৰিলে। কাৰ ওচৰত সাহায্য পাব, ক'ত পাব মানুহ, কোনে দিব সময়ে-অসময়ে আশ্ৰয়। অমৃতলাল

গ'ল অতীতৰ স্মৃতি বিজড়িত পোহৰী গাঁৱলৈ। ভনী-জোৱাই মোতিৰাম পোহৰীত থাকে। গাঁৱৰ গণ্যমান্য ব্যক্তি মোতিৰাম—কেন্দ্ৰ পঞ্চায়তৰ মুখীয়াল। সক-সুৰা এটা ডকাইতি কেচৰ মেৰ-পাকত পৰি আছে। তেতিয়া তেওঁ জামিনত খালাচ হৈ আছে। তেওঁৱে হয়তো সাহায্য কৰিব পাৰে। নকৰিবই বা কিয় ? ডকাইতি কেচৰ ছয় জন সাক্ষীকতো ভনী-জোৱাইৰ কথাতে অমৃতলালে একে ৰাতিতে শেষ কৰি দিছে। এক কথাত মোতিৰাম ৰাজী হৈ গ'ল। অমৃতলালে ভনী-জোৱাইৰ সাহায্যত পুনৰ দল গঢ়ি তুলিলে। আশা আছিল, চুলতান সিং হয়তো পুনৰ দললৈ উভতি আহিব পাৰে। চুলতান সিংক তেওঁক দৰকাৰ। সকলো এন্‌কাউণ্টাৰৰ নেতৃত্ব চুলতান সিঙে কৰিছিল। চুলতান সিঙে সকলো জানিছিল, তাতে আকৌ আগতে পুলিচত কাম কৰিছিল। অমৃতলালৰ আপোচৰ চৰ্ত্ত লৈ যেতিয়া তেওঁৰ মানুহ চুলতানৰ ওচৰ পালেগৈ তেতিয়া বহুত পলম হৈ গৈছে। আগ দিনাখন ৰাতি পুলিচে চুলতান সিং আৰু তেওঁৰ সক দলক শেষ কৰিছিল। অমৃতলাল হতাশাত ভাঙি পৰিল। ঠিক আছে, কোনো কথা নাই। তেওঁ সকলো পাহৰিব পাৰে যদি তেওঁ মদ আৰু নাৰী পায়। অমৃতলালক নতুন নাৰী লাগে। পইচা খৰচ কৰি বোম্বে-কলিকতা-দিল্লীলৈ গৈ এক সাঁচত গঢ়া নাৰী তেওঁক পুনৰ নালাগে। মগজু গৰম হৈ উঠিল। সন্দেহে তেওঁক পাগল কৰি তুলিলে। দলৰ তুলা গড়ৰিয়াক মাত্ৰ সন্দেহৰ বশতে গুলী কৰি মাৰিলে। ৰামপ্ৰসাদ আৰু লোমুৱে ভয়তে দল এৰি পলালে। ৰামপ্ৰসাদ পুলিচৰ হাতত ধৰা পৰিল আৰু লগতে বহুত কথাও ওলাই পৰিল।

উচীবাবোদ গাঁৱত হঠাতে অমৃতলালে নতুন নাৰীৰ খবৰ পালে। টান কাম বিশেষ নহয়। দলৰ এজন পুৰণি মানুহৰ স্ত্ৰী। কিন্তু অমৃতলালে গাওঁ এৰি পলাব লগা হ'ল যেতিয়া হঠাতে পুলিচ আহি গাঁৱত উপস্থিত হ'লহি। তাৰ পিচদিনাখন গোপালপুৰৰ পথা বৰ্মী

আছি দলত ভৰ্তি হলহি। অমৃতলালে তেওঁক দলত লবলৈ এটা চৰ্ত্তত সম্মত হ'ল। যদি তেওঁৰ 'খুৰচুৰত' ভনীয়েকক তেওঁক দিয়ে। বদৰীৰ ভনীয়েকটো নতুন নাৰী। দলবেই—সেই উচাবাবোদ গাঁৱৰ সেই পুৰণি মানুহজন। তেওঁবেতো দ্বিতীয়া স্ত্ৰী বদৰীৰ ভনীয়েক। তেওঁৰ প্ৰথম স্ত্ৰীক পাবলৈ গৈ পুলিচৰ ভয়ত পলাব লগীয়া হৈছিল। যাওক, কিন্তু দ্বিতীয়া স্ত্ৰী, তেওঁতো আৰু নতুন নাৰী। অমৃতলালৰ জিভাই লকলকাবলৈ ধৰিলে।

"আগৰ আপনী বহেন কো নহী লায়া তো জান সে মাৰ ডালুঙ্গা।" অমৃতলালে বদৰীক ভয় দেখুৱায়, যদি তেওঁ ভনীয়েকক আনি দিব নোৱাৰে, তেনেহলে অকল তেওঁকে নহয়, তেওঁৰ আটাই-কেইজন ভায়েককে শেষ কৰি পেলাব।

বদৰীৰ গাত যেন জুই লাগিল। চোক গিলিব খুজি ভাব হ'ল যেন এক অসন্ত কয়লাৰ টুকুৰা তেওঁৰ ডিঙিৰে নামি আহিছে। 'খুন কা ঘুঁট পিকে' (তেওঁ চোক গিলি) কৈছিল "আচ্ছি বাত হ্যায়।" কিন্তু অমৃতলালো পৰাজয়ৰ পাত্ৰ নহয়। বুজিব পাৰিছিল যে বদৰীক চকুৱে চকুৱে ৰাখিব লাগিব। তেওঁৰ হাতত বন্দুক দিয়া এতিয়া নচলিব। বদৰী ভিতৰে ভিতৰে জলিব ধৰিলে। বহুত মিনতি, বহুত সেৱা কৰিছে অমৃতলালৰ, তথাপিও বন্দুক তেওঁ পোৱা নাই। ইফালে অমৃতলালেও ধৈৰ্য্য ৰাখিব পৰা নাই। বদৰীক তাগিদা দিছে—"বহেন কো লাও, জলদী লাও।"

অৱশেষত বদৰীয়ে কথা দিছিল। আজি নহয়, কালি নহয়, পৰহি—এইদৰে তেওঁৰ কথাবথা দিন ওচৰলৈ আহি আছে। ৰাখী-বন্ধনৰ পৰৱ উদ্‌যাপন কৰিবলৈ অমৃতলাল নিজৰ ভনীয়েকৰ ওচৰলৈ গৈছে আৰু নিজে সাজি লোৱা ভনীয়েকহঁতৰ পৰা ৰাখী পিন্ধিছে। তাৰ পিচত ৰাখী পিন্ধিয়ে এজনীৰ সৰ্বনাশ কৰিবলৈ ওলাই গৈছে—গোপালপুৰৰ বদৰীৰ ভনীয়েকৰ। বদৰীৰ ভনীয়েক তেতিয়া গোপালপুৰত। গোটেই ৰাতি বৰষুণৰ মাজতো খোজ কাঢ়িছে

আৰু ক্লান্ত শৰীৰ লৈ গোপালপুৰ গাৱঁৰ পৰা তিনি মাইল দূৰৈত মহুৱা গছৰ তলত অমৃতলালে বিশ্ৰাম লবলৈ বৈছে। গাৱঁৰ পৰা আহিছে মদ আৰু এটা পঠা। আজি অমৃতলালৰ উৎসৱৰ দিন। নতুন নাৰী পোৱাৰ লোভত অমৃতলালে সেইদিনাখন দেশী মদকে খালে। এনেয়ে দেশী মদ, তাৰ ওপৰত আকৌ পঠা-ছাগলীৰ মঙহ। সকলোৱে টোপনি ধৰিছে। বদৰীয়ে কিন্তু একোৱে নাখালে। কৈছে, "ভবিষ্যত ঠিক নেহি"। আজি তেওঁৰ ভনীয়েকৰ বলিদানৰ দিন আৰু তেওঁ কেনেকৈ আনন্দত আত্মহাৰা হৈ মদ আৰু মাংস খাব? ইমান দিনে তেওঁ কোনো ৰকমে নিজৰ ভনীয়েকক অমৃতলালৰ কামনাৰ জুইৰ পৰা আঁতৰাই ৰাখিছিল, আজি বোধহয় পুনৰ নোৱাৰিব। বদৰীয়ে কান্দি পেলালে।

টোপনি আহিছে অমৃতলালৰো। টোপনি আহিছে বাকী সকলোৰে। টোপনি নাই বদৰীৰ। টোপনিৰ পৰা উঠি বিজয় গৰ্বেৰে অমৃতলাল গোপালপুৰ গাৱঁত সোমাই তেওঁৰ ভনীয়েকৰ ওচৰলৈ য'ব। বদৰীয়ে ভাবিবও নোৱাৰে। তেওঁৰ মূৰৰ পৰা যেন জুইহে ওলাইছে। চকু দুটা জলজলকৈ জ্বলিছে। আৰু কেই ঘণ্টামান মাত্ৰ। বচ্ তাৰ পিচতে তেওঁৰ আদৰৰ ভনীয়েকৰ ওপৰত এই অৰ্দ্ধপিশাচ, মাতাল, ব্যাভিচাৰী মানুহজন ক্ষুধাৰ্ত বাঘৰ দৰে জপিয়াই পৰিব। বদৰীৰ মূৰটো ঘূৰিবলৈ ধৰিলে।

"আৰে বদৰী শো যা"—অমৃতলাল শুবলৈ গৈ বদৰীক ক'লে।

"মুঝে নীদ নহী আতি"—বদৰীৰ টোপনি অহা নাই। তেওঁ নোশোৱে।

জীৱনৰ প্ৰথম আৰু শেষ মাৰাত্মক ভুল অমৃতলালে কৰিলে।

জীৱনত প্ৰথম আৰু শেষ অপূৰ্ব সুযোগ বদৰীৰ হাতৰ মুঠিলৈ আহিল।

"আচ্ছা ইয়ে লে ৰায়ফেল। প্যাহাৰা দে।" এই লা ৰাইফল।

তই আমাক পহৰা দে। অমৃতলালে টোপনিৰ আবেশতে ৰাইফলটো বদৰীক দিলে।

ক'লা ক'লা ঘন মেঘ মহুৱা গছজোপাৰ কাষত আহি জুম বান্ধিছিল; বৰ জোৰেৰে বৰষুণ নামিব। মোতিৰামে অমৃতলালৰ কালে পিচ দি শুলে। অমৃতলালে নিজৰ আঠুটো মোতিৰামৰ গাত তুলি দিলে। বদৰীৰ হাতত ৰাইফল। অমৃতলালৰ বহুমূলীয়া ৰাইফল। ৰজা চাহাব উমৰীৰ প্ৰাসাদৰ পৰা চুৰ কৰি অনা ৰাইফল। মেঘ আৰু ক'লা হৈ আহিছে। বদৰীৰ হাতত ৰাইফল। অমৃতলালৰ প্ৰথম, শেষ আৰু মাৰাত্মক ভুল আৰু বদৰীৰ প্ৰথম, শেষ আৰু অপূৰ্ব সুযোগ।

চুই……।

বননিৰ নিস্তব্ধতা ফালি ৰাইফলৰ গুলীৰ শব্দ প্ৰতিধ্বনিত হ'ল। কেতিয়া যে ট্ৰিগাৰ চেপি ধৰিছিল বদৰীয়ে নিজেই নাজানে। জীৱনত প্ৰথম আৰু শেষবাৰৰ কাৰণে তেওঁ ৰাইফল মাৰিছে।

অমৃতলাল উঠিছে, লাহে লাহে। বদৰীয়ে নিশ্চল শিলাখণ্ডৰ দৰে চাই থাকিল। তেওঁৰ হাতদুখন যেন শিল হৈ গৈছে। মূৰৰ অগনি মুমাই গৈছে। তেওঁৰো টোপনি আহিছে। অমৃতলালে ওচৰত থোৱা ৰাইফলটো লৰ খোজোতে ধপ্‌কৈ তেওঁৰ বিৰাট শৰীৰটো পৰি গ'ল। পুনৰ আৰু মুঠিল।

ভীষণ জোৰে মেঘে গাজিলে।

গোপালপুৰ থানালৈ বদৰী লৰি গ'ল। ধুপুচকৈ ৰাইফলটো পেলাই দি বননিৰ ফালে আঙুলিয়াই ক'লে, "হামনে উচকো মাৰ ডালা। অমৃতলালকো।"

ঝিৰ্ ঝিৰ্কৈ বৰষুণ নামিল।

কস্তুমজীৰ মন্টিক্ৰিষ্ট লিষ্টখনৰ ওপৰেদি আৰু এবাৰ ৰঙা পেন্সিল ডালে আঁচ কাটি গ'ল। ৰেকৰ্ডত শেষ প্যাৰাগ্ৰাফ লিখি বন্ধ কৰি দিয়া হ'ল।

"Thus ended the crime career of a man who starting *from thieving committed almost every serious crime* known to law. In his active career of 23 years he committed hundreds of serious offences in U. P., Rajasthan and M. P. and collected an enormous sum of money. His death will relieve people of a large tract of central India from the fear of dacoity."

কস্তমজী চাহাবৰ দুটা দায়িত্ব বাঢ়ি গ'ল। 'খুন কা বদলা খুন'ৰ পৰা বদৰীক ৰক্ষা কৰা আৰু অমৃতলালৰ ল'ৰা বালোক বাপেকৰ ঘৃণিত অপৰাধ-জীৱনৰ পৰা দূৰৈত ৰখাৰ। বালোৰ বয়স কম। বাপেকৰ পদাঙ্ক অনুসৰণ কৰাৰ প্ৰবৃত্তি তাৰ মনত বহুতবাৰ জাগিছে। "হি মাষ্ট নট ফলো হিজ ফাদাৰ।" আই. জি. চাহাবে ৰঙা পেন্সিলডাল ঘূৰাই ঘূৰাই ক'লে।

"বাট হি হ্যাজ টু মাচ মনি টু বি এ ক্রিমিনাল।" কস্তমজী চাহাবক ক'লোঁ।

"আই উইচ ইউ আৰ ৰাইট"—চিন্তাৰ সুস্পষ্ট ৰেখা আই. জি'ৰ প্ৰশস্ত কপালত। অমৃতলালে শিবপুৰীৰ ওচৰত এটা বৰ ডাঙৰ ঘৰ সজাইছিল। সেই ঘৰৰ কি হ'ব? বালোই জানো ঘৰ সম্পূৰ্ণ কৰিব? আৰু যদি কৰে তেনেহ'লে ক'ৰপৰা কৰিব? বাপেকৰ লুকাই থোৱা অজস্ৰ টকাৰে। নে সি নিজেই অৰ্থ উপাৰ্জন কৰিব? "হি মাষ্ট নট, হি মাষ্ট নট।" আৰু বদৰী? তেওঁক কিমান দিন পুলিচৰ পহৰাৰ পৰা ৰক্ষা কৰি ৰাখিব পৰা হ'ব।

"জানা এটা কথা? শেষ সময়ত অমৃতলালৰ লগত কি আছিল? তেওঁৰ বুকুৰ পকেটত ৰখা আছিল চৰকাৰৰ সেই ঘোষণা-পত্ৰ য'ত অমৃতলালক 'জীবিত বা মৃত' ধৰিবৰ কাৰণে ২০,০০০৲ টকা পুৰস্কাৰৰ কথা উল্লেখ আছিল। "ফানি, ইজন্‌ট ইট?"—আই. জি. চাহাবৰ ৰঙা পেন্সিলডাল পাক-ঘূৰণি খায়

মন্টিক্রিষ্ট লিষ্টখনৰ ওপৰত। এবাৰ এটা নামৰ ওচৰত পেন্সিল-ডাল ৰৈ গ'ল—শঙ্কৰ গুজৰ। অমৃতলালৰ ঘনিষ্ঠ বন্ধু। শঙ্কৰ বৃদ্ধ কিন্তু অমৃতলালৰ মৃত্যুৰ প্ৰতিশোধ লিবলৈ হয়তো এইবাৰ তেওঁ সাজু হ'ব। "হাউ টু গেট হিম ?"

শঙ্কৰক পোৱা টান নহ'ল। ভাগ্যৰ এনেকুৱা চক্ৰান্ত যে অলপ দিনৰ পিচতে শঙ্কৰৰ তেওঁৰ জন্মভূমি 'পাৱা' গাৱঁৰ ওচৰত মৃত্যু হ'ল। বহুতদিন আগতে—বহুত দিন আগতে শঙ্কৰৰ ককাদেউতাক জানবেদ সিং আৰু জেঠায়েক জালিম সিঙক ডকাইতি আৰু নৰহত্যাৰ অপৰাধত এই গাৱঁৰেই পথাৰত ফাঁচি দিয়া হৈছিল। শঙ্কৰে থিয় হৈয়ে চাই আছিল। এদিনাখন ৰাতিৰ অন্ধকাৰত তেওঁ চম্বলৰ বেহড়ত মিলি গ'ল।

মানসিং, চুবেদাৰ সিং, ৰূপা, চুলতান, বাবু লোহাৰী, পুতলী, বাবেলাল, গব্বৰসিং, অমৃতলাল, শঙ্কৰ, লালসিং, কল্লা—অভিশপ্ত চম্বলৰ অভিশাপ এজন এজনকৈ বিস্মৃতিৰ অতল গহ্বৰত মিলি গ'ল। কস্তমজীৰ মন্টিক্রিষ্ট লিষ্টখন ক্ৰমে সৰু হৈ আহিছে। অভিশপ্ত চম্বলৰ বেহড় আৰু পানী এওঁলোক আৰু পুলিচ বাহিনীৰ ৰঙা তেজেৰে ৰাঙলি হৈছে। তথাপিও চম্বলৰ তৃষ্ণা এতিয়াও পলোৱা নাই। লাখন সিং, পানা, বাহাদুৰা এতিয়াও বাকী। আৰু লুক্কা? মহুৱা গাৱঁৰ ওচৰত যেতিয়া ৰূপা মহাৰাজে গুলী খাই তীক্ষ্ণ চিঞৰ এটা মাৰি পৰি গৈছিল, তেতিয়া ওচৰতে লুক্কা থিয় হৈ আছিল—পণ্ডিত লুকমন শৰ্মা। ৰূপা পৰি গৈছে আৰু সৰিয়াই দিছে তেওঁৰ টেলিস্কোপিক ৰাইফল, সেই ৰাইফল লুক্কাই তুলি লৈছিল। চম্বলত সাঁতুৰি উত্তৰ প্ৰদেশলৈ পলাইছিল—লগত আছিল ৰূপাৰ ভায়েক কানহাই। ৰূপা মহাৰাজৰ মৃতদেহ বহুত দূৰলৈ টানি নিছিল, তাৰ পিচত পৰা নাছিল। পেলাইছিল

ছুটোপাল চকু-পানী আৰু দীৰ্ঘশ্বাস। সেই দীৰ্ঘশ্বাস প্ৰতিধ্বনিত হৈছিল চম্বলৰ বেহড়ে বেহড়ে। আৰু একনে দীৰ্ঘশ্বাস পেলাইছিল সুদূৰ উদিতপুৰা গাৱঁত। ৰুক্মিনীয়ে। তেওঁৰ স্বামী মানসিঙৰ নামৰ প্ৰদীপ লুকাই ধিমিক-ধামাককৈ জ্বলাই ৰাখিছিল। দাউৰে মাতিছিল 'লুকে।'

## ॥ ষোল্ল ॥

আকাশত হাজাৰ হাজাৰ তৰা টিমিক-টামাককৈ জ্বলি আছে। সিঁপাৰৰ পৰা গা শিঁঞৰি উঠা বতাহে শিহৰণ তুলিছেহি। আধা এন্ধাৰ আৰু পোহৰত দূৰৈৰ পৰ অভিশপ্ত চম্বলক দেখা গৈছিল যেন এটা বিৰাট ঘুমন্ত অজগৰে বালি ৰাশি ভাঙি লাহে লাহে ছায়া মূৰ্তিৰ দৰে আগুৱাই গৈ আছে। যেতিয়া ৰলৌঁহি তেতিয়া মধ্যপ্ৰদেশৰ শেষ সীমা পাইছোঁহি। সন্মুখত অভিশপ্ত চম্বল বৈ গৈ আছে। শান্ত, ধীৰ, নিজস্ব, অতি নিজস্ব গতি তাৰ। অকাই-পকাই বৈ গৈছে বহুত দূৰলৈ; তাৰ পিচত বেহড়ৰ কাষত গতি ঘূৰাই অদৃশ্য হৈছে।

উচেটঘাট। মধ্যপ্ৰদেশৰ সীমা। চম্বলৰ ইপাৰত মধ্যপ্ৰদেশ, সিপাৰত উত্তৰ প্ৰদেশ। বাওঁফালে পোনে পোনে চম্বলৰ লগে লগে পাঁচমাইল মান গলেই ৰাজস্থান আৰম্ভ।

"হ্যালো ম্যান", কেতিয়া যে মনে মনে কমাণ্ডাণ্ট কুইন আহি ওচৰত থিয় হৈছেহি ক'বই পৰা নাছিলো। তাৰ পাছত লাহে লাহে বহুতে উঁচেটঘাটলৈ চম্বলৰ তীৰত আহি গোট খাইছেহি। অলপ দূৰৈত আন এটা সৰু দলে জুই জ্বলাই চাৰিওফালে গোট খাই আছে। নিজান ৰাতিৰ বুকুত জুইৰ শিখাই মাজে মাজে

জিতা মেলি জ্বলি উঠিছিল আৰু কাণত আহি পৰিছিলহি—"ঈশ্বৰ আল্লা তেৰে নাম, সবকো সন্মতি দে ভগবান। জয় ৰঘুনন্দন জয় সীতাৰাম, জানকীবল্লভ সীতাৰাম। ৰঘুপতি ৰাঘৱ ৰাজা ৰাম, পতিত পাবন সীতাৰাম।" মৃদু হাত চাপৰিৰ লগে লগে তাল মিলাইছে অভিশপ্ত চম্বলে, ছলাৎ-ছল ছলাৎ-ছল। সকলোৰে দৃষ্টি সিপাৰত— যি ঠাইত থিয় হৈ আছে বিৰাট এটা বেহড়। হঠাতে সিপাৰত গুঞ্জন ধ্বনি উঠিছে। ইপাৰৰ মানুহবোৰ থিয় হ'ল। বেহড়ৰ কোণত দেখা গ'ল দুটা লেম্পৰ পোহৰ আৰু শুনা গ'ল বহুত মানুহৰ পদধ্বনি। ইপাৰৰ দুখন নাৱত টান পৰিল আৰু লাহে লাহে সিপাৰলৈ যাব ধৰিলে। ৰুস্তমজী চাহাব আৰু কমাণ্ডাণ্ট কুইন মোৰ দুফালে। ৰাতিৰ অন্ধকাৰ ফালি সিপাৰৰ পৰা শুনা গ'ল 'জয় জগৎ'। শঙ্খ আৰু ঘণ্টা ধ্বনিত নিজান ৰাতি মুখৰিত হৈ উঠিল।

শান্তিদূত আচাৰ্য্য বিনোৱা ভাবে প্ৰেমৰ পতাকা হাতত লৈ শান্তি অভিযানলৈ আহিছে নৰহত্যাৰে কলুষিত, তেজ আৰু ধূলি-কণাৰে ভৰা অভিশপ্ত চম্বলৰ উপত্যকালৈ; অভিশপ্ত চম্বলৰ শতাব্দীৰ অভিশাপ মচি পেলাবলৈ। হৃদয়হীন, নিষ্ঠুৰ, নিৰ্ম্মম পাষাণ-হৃদয় দস্যুইঁতৰ হৃদয় পৰিবৰ্ত্তন কৰিবলৈ। লগৰ আমেৰিকান সাংবাদিক বন্ধুৱে ক'লে—"দি গড ছ্যাট্ গিভচ অ্যাৱে ল্যাণ্ড, নাও কামচ্ টু চেঞ্জ দি হাৰ্টচ অৱ হাৰ্টলেচ ব্যাণ্ডিটচ"। হৃদয়হীন ডকাইতৰ হৃদয় পৰিবৰ্ত্তন কৰিবলৈ আহিছে ভূমিদানৰ দেৱতা বিনোৱা।

দূৰৈৰ পৰাই বিনোৱাৰ অভ্যৰ্থনা চালোঁ। তেওঁৰ লগত আহিছে অগণিত সৰ্বোদয় কৰ্মী আৰু আহিছে মেজৰ জেনাৰেল যদুনাথ সিং—কাশ্মীৰৰ ৰাজ্যৰ, ৰাজৌৰী আৰু নৌশেৰা যুদ্ধৰ বীৰ সেনানী ভাৰতবৰ্ষৰ 'সাধু জেনাৰেল'। সুখৰ জীৱন এৰি আহি বিনোৱাৰ লগত অভিশপ্ত চম্বলৰ বেহড়ে-বেহড়ে ডকাইতৰ হৃদয় পৰিবৰ্ত্তনৰ

'মিচন'ত। আজি মেজৰ জেনাৰেল যদুনাথ সিং নাই। কিছুদিন আগতে হঠাতে তেওঁ হৃদৰোগত আক্ৰান্ত হৈ মৰিছে। মনত পৰিছে বহুত টুকুৰা-টুকুৰ সৰু ঘটনা। বিনোৱাৰ লগত প্ৰায় এমাহৰ ওপৰ পদযাত্ৰাত যেতিয়া ঘূৰিছিলোঁ। তেতিয়া সকলো সময়তে 'সাধু জেনাৰেল'ৰ সঙ্গ পাইছিলোঁ। যেতিয়া পদযাত্ৰাত ক্লান্ত হৈ জীপৰ সন্ধান কৰিছিলোঁ, ৫৪ বছৰৰ যদুনাথ সিঙে মিচিকিয়াই হাঁহি দ্বিগুণ উৎসাহেৰে 'বাবাৰ' (বিনোৱা) হাত ধৰি খোজ কাঢ়িছিল। বহুত কাজিয়া-পেচাল তেওঁৰ লগত কৰিছিলোঁ। কিন্তু তেওঁৰ সৰলতাৰ কথা আজিও মনত পৰে। মদ-মাংস-চিগাৰেট তেওঁ জীৱনত স্পৰ্শ কৰা নাছিল। চাণ্ডহাৰ্ষ্ট শিক্ষিত যদুনাথ সিংক দেখি আচৰিত হৈছিলো। নিজৰ একমাত্ৰ শিক্ষিত ছোৱালীক বিলাতলৈ নাৰ্চিং পঢ়িবলৈ পঠিয়াইছিল। ডকাইতৰ আত্ম-সমৰ্পণৰ 'মিচনৰ' তেওঁৱে উদ্যোক্তা আছিল। এদিনাখনৰ কথা মোৰ এতিয়াও মনত আছে। তেওঁ ক'ৰবালৈ বিশেষ কামত গৈছিল। উভতি আহি দেখে যে বিনোৱা শুই পৰিছে। তেওঁক খবৰ দিয়াতো দৰকাৰ অথচ তেওঁৰ টোপনি ভাঙিবলৈও সম্মত নহয়। বিনোৱাৰ কেম্পৰ কঠিন মাটিত তেওঁ গোটেই ৰাতি শুই কটালে। ৰাতিপুৱা তিনি বজাত বিনোৱা টোপনিৰ পৰা উঠি বাহিৰলৈ আহি দেখিলে যদুনাথ সিঙে তেওঁক খবৰ দিবলৈ বৈ বহি আছে।

মোক 'মিচ্চিভাস নিউজ-হাউণ্ড' বুলি মাতিছিল। ৰাতিপুৱা আবেলি সেই চিৰপৰিচিত ম্যালেৰিয়াৰ বুশ-চাৰ্ট, প্যাণ্ট আৰু মূৰত বিৰাট টুপী এটা পিন্ধি লৈ চাইকেলত উঠি তেওঁৰ প্ৰায়ে হঠাতে বেহড়ত অন্তৰ্দ্ধান হোৱাৰ কথা নাপাহৰোঁ। মাইলৰ পিচত মাইল ভয়ানক গ্ৰীষ্মৰ ৰ'দতো তেওঁ বেহড়ে-বেহড়ে, গাৱেঁ গাৱেঁ ডকাইতৰ লগত দেখা কৰিবলৈ আৰু তেওঁলোকক 'বাবা'ৰ শান্তিৰ বাণী শুনাবলৈ ঘূৰি ফুৰিছিল। শেষলৈ যদিও তেওঁৰ চেষ্টা সম্পূৰ্ণ সফল নোহোৱাকৈ থাকেও সেই দোষ তেওঁৰ নহয়। দোষ অভিশপ্ত

চম্বলৰ শতাব্দীৰ অভিশাপৰ আৰু দোষ ইতিহাসৰ। হাজাৰ বছৰৰ পুৰণি তেজেৰে লেখা অভিশপ্ত চম্বলৰ ইতিহাস। পদযাত্ৰাৰ শেষত তেওঁ যিদিনাখন শ্ৰীনগৰলৈ যোৱাৰ কাৰণে প্ৰস্তুত হৈছিল, সুধিছিলোঁ, "জেনাৰেল চাহাব, নো মোৰ চাৰেণ্ডাৰ্চ অৰ ব্যাণ্ডিটচ? হ্যাভ ইউ চাৰেণ্ডাৰ্ড অ্যাণ্ড এ্যাক্চেপটেড ডিফিট?"

বহুত সময় একদৃষ্টিৰে মোৰ ফালে মেজৰ জেনাৰেল যদুনাথ সিঙে চাই থাকিল। মূৰৰ শুভ্ৰ চুলিৰ মাজত আঙুলি বুলাই বুলাই মৃদু হাঁহি মাৰি ক'লে, "ইউ আৰ মিচ্চিভাচ। আই টেল ইউ ইয়ং-ম্যান আই নো নো ডিফিট। আই উইল কাম ব্যাক এগেন এ্যাণ্ড এগেন টু ক্যাৰী মাই মিচন ইফ নেচেচাৰী অল অ্যালোন।"

'সাধু জেনাৰেল' আজি আৰু নাই। তেওঁৰ 'মিচন' পূৰ্ণ কৰিবলৈ পুনৰ তেওঁ নাহে। পদযাত্ৰাৰ সময়ত তেওঁৰ লগত তুমুল তৰ্ক কৰিছিলোঁ। তেওঁ মোক বুজাব পৰা নাছিল আৰু মইও তেওঁক বুজাব পৰা নাছিলোঁ। তেওঁৰ চিন্তাধাৰা আৰু মোৰ চিন্তাধাৰাত বহুত পাৰ্থক্য। তেওঁৰ দৃষ্টিভঙ্গী আৰু মোৰ দৃষ্টিভঙ্গীত বহুতো পাৰ্থক্য। অভিশপ্ত চম্বলৰ উপত্যকাত বিনোৱাৰ শান্তি আৰু হৃদয় পৰিবৰ্তন অভিযানে তেওঁৰ দৰে মোৰ হৃদয়কে অভিভূত কৰা নাই। সাংবাদিক বুলি মোৰ 'চিনিচিজম্' যে আছে সেইয়া মনাত কোনো বাধা নাই, কিন্তু বহুত বিষয়ত বহুবাৰ মোৰ দোমোজা লাগিছিল। কেতিয়াবা কেতিয়াবা ভাব হৈছিল—আইন-কানুন আৰু সংবিধান জলাঞ্জলি দি এই যে 'মিচন' তাৰ পৰিণাম জানো 'কল অৰ দি ল'ত মানুহৰ আস্থা নেহেকৰা? হয়তো ইতিহাসেই আজিৰ পৰা বহুত বছৰ পিচত ক'ব আচাৰ্য্য বিনোৱা আৰু 'সাধু জেনাৰে'লৰ এই 'মিচন'ৰ সাৰ্থকতা কিমানখিনি আৰু ব্যৰ্থতাই বা কিমানখিনি। মই সাংবাদিক। উপদেশ, জ্ঞান বা 'চাৰমন' দিয়া মোৰ কাম নহয়। য'ত যি দেখোঁ তাকে লিখোঁ। নিজৰ অভিজ্ঞতা আৰু চাক্ষুস প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি স্থিৰ কৰোঁ। মোৰ নিজৰ

অভিমত। সেই কাৰণে জেনাৰেল চাহাবক কৈছিলোঁ, হৃদয়হীন ডকাইতৰ হৃদয় পৰিবৰ্ত্তন নহয়, নহয়, নহয়। তেনেহলে কেনেদৰে এই ডকাইতি সমস্যাৰ সমাধান হ'ব যদুনাথ সিঙে জানিব খুজিছিল। কোনো সমাধান মোৰ ওচৰত নাই। কোনো উত্তৰেই সেইদিনাখন মোৰ ওচৰত নাছিল, আজিও নাই। উদিতপুৰাত ৰুক্মিণীৰ প্ৰশ্নৰ উত্তৰ মই দিব পৰা নাছিলোঁ, আৰু মোৰেণাৰ পুতলীৰ মাক আচগৰী-বাঈ বা তেওঁৰ নাতিনী তাম্নোৰ প্ৰশ্ন বা সমস্যাৰ কোনো উত্তৰ বা সমাধান মোৰ ওচৰত নাই। অভিশপ্ত চম্বলৰ বেহড়ে বেহড়ে ঘূৰিছোঁ, বহুত ঘূৰিছোঁ, অকলে ঘূৰিছোঁ, পুলিচৰ লগত ঘূৰিছোঁ, সাধাৰণ মানুহৰ লগত ঘূৰিছোঁ, বিনোবা আৰু 'সাধু জেনাৰেল'ৰ লগতও ঘূৰিছোঁ, হয়তো আৰু ঘূৰিম। বেহড়ত অনুভব কৰিছোঁ হাজাৰ হাজাৰ বছৰৰ পুৰণি ৰক্তাপ্লুত সেই ইতিহাসৰ অভিশাপ আৰু দীৰ্ঘশ্বাস। এটা বেহড়ৰ পৰা যেতিয়া ঘূৰিছিলোঁ, মোৰ জীপ আন এটা বেহড়ৰ সম্মুখত বৈ গৈছে। প্ৰতিটো বেহড়ৰ প্ৰতিটো পয়েণ্টয়েই মনত হৈছিল—"পয়েণ্ট অব নো ৰিটাৰ্ণ"।

উত্তেজিত হৈ 'সাধু জেনাৰেলে' মোৰ সমুখত হাজাৰ হাজাৰ বছৰৰ পুৰণি ইতিহাস দাঙি ধৰিছে। "জানা, গৌতম বুদ্ধৰ শান্তিৰ বাণী শুনি দুৰ্ধৰ্ষ ডকাইত অঙ্গুলীমালাৰ হৃদয় পৰিবৰ্ত্তন হৈছিল? দস্যু ৰত্নাকৰে জানো বাল্মীকি হৈ ৰামায়ণ সৃষ্টি কৰা নাছিল?"

মই ইয়াৰ উত্তৰ দিয়া নাছিলোঁ কাৰণ উত্তৰ মোৰ ওচৰত নাই। কিন্তু প্ৰশ্ন কৰিছিলোঁ 'সাধু জেনাৰেল'ক। "যদি অভিশপ্ত চম্বলৰ দস্যুইতৰ হৃদয় পৰিবৰ্ত্তন হৈছে তেনেহলে কিয় বাৰু লাখন সিং, পানা, বাহাদুৰাই আত্মসমৰ্পণ নকৰিলে? 'বাবা'ৰ কেম্পৰ পৰা চাৰি মাইল দূৰৈতেতো পানাই দুটাকৈ ডকাইতি কৰিলে। যদি সঁচাকৈয়ে হৃদয় পৰিবৰ্ত্তন হৈছে তেনেহলে তহচীলদাৰ সিঙক ফাঁচিৰ শাস্তিৰ পৰা বচাবলৈ কিছুমান ডকাইত কিয় আগ্ৰহশীল? আৰু আপুনিও কিয় বিচাৰে তহচীলদাৰক বচাবলৈ?"

ইয়াৰ উত্তৰ মইও জেনাবেল চাহাবৰ পৰা পোৱা নাছিলোঁ। তেওঁ তো নাই, গতিকে উত্তৰো হয়তো নাপাওঁ। কিন্তু তেওঁ মোৰ লগত একমত হৈছিল যে হৃদয় পৰিবৰ্তন আৰু আত্মসমৰ্পণ বেলেগ কথা। 'বাবা'ই বিচাৰিছিল হৃদয় পৰিবৰ্তন। আত্মসমৰ্পণ তেওঁৰ 'বাইপ্ৰডাক্ট'। শান্তিৰ বাণী শুনাই তেওঁ বিচাৰিছিল আত্মসমৰ্পণ কৰাবলৈ। যদি কোনোবাই আত্মসমৰ্পণ কৰে, কৰক। সিহঁতে আত্মসমৰ্পণ কৰিলে তেওঁ সিহঁতক চৰকাৰৰ হাতত সঁপি দিব আইনৰ বিচাৰৰ কাৰণে—'জাষ্টিচ টেম্পাৰ্ড উইথ মাৰ্চি'। দয়া-মিশ্ৰিত বিচাৰ। পুলিচৰ ওচৰত আত্মসমৰ্পণ কৰা ডকাইতৰ সংখ্যাওতো কম নহয়—প্ৰায় ২০০। সিহঁতেও জানো দয়া-মিশ্ৰিত বিচাৰৰ আলপো ভাগ নাপাব? জেনাবেল চাহাবে উত্তৰ দিয়া নাছিল। "কিন্তু পুলিচৰ পন্থাতেই জানো এই অভিশাপ শেষ হ'ব?" জেনাবেল চাহাবে পুনৰ মোক কৰিছিল।

"নাই, নহয়। কিন্তু আপোনালোকৰ পন্থাতো নহ'ব। আপুনি নিজে এই এলেকাৰ মানুহৰ কথা জানে। আপুনি নিজেই তো এই এলেকাৰ মানুহ?"

আকৌ জেনাবেল চাহাব মনে মনে থাকিলে। মইও মনে মনে থাকিলোঁ। তেওঁৰ ওচৰত এই সমস্যাৰ সমাধান আছিল নে নাই নাজানো। মোৰ ওচৰত হলে নাই। অভিশপ্ত চম্বলৰ ইতিহাস কেতিয়া শেষ হ'ব মই ক'ব নোৱাৰো। বোধহয় সময়ে ইয়াৰ সমাধান কৰিব। কালৰ গতিয়ে এদিনাখন হয়তো নিজৰ প্ৰয়োজনে অভিশপ্ত চম্বলৰ অভিশাপ ধুই মচি নিব। লাখন, পানা, বাহাদুৰা আৰু অৱশিষ্ট সক সক দলবোৰ শেষ হলেও হাজাৰ বছৰৰ এই অভিশাপ শেষ নহ'ব। আকৌ 'বাবা'ৰ হৃদয় পৰিবৰ্তন মিচনত অভিভূত হৈ ১৫।২০ জন ডকাইতে আত্মসমৰ্পণ কৰিলেও এই অভিশাপ শেষ নহ'ব। অভিশাপ শেষ হ'ব সেইদিনাখন, যিদিনাখন 'খুন কা-বদলা খুন' যি সত্য জগতৰ ভিতৰত নপৰে,

এই কথা চম্বল উপত্যকাৰ বীৰ, সাহসী কিন্তু ভুল পথগামী মানুহবোৰে বুজিব। সেয়াও সময়ৰ কথা আৰু কালৰ গতি-প্ৰৱাহৰ কথা।

"অলৰাইট, উই অ্যাগ্ৰি টু ডিফাৰ।" সাধু জেনাৰেলে মোৰ হাতত ধৰি জোকাৰি দি মোৰ ভিন্ন মতৰ প্ৰতি সন্মান দেখুৱাই উঠিছিল। অভিশপ্ত চম্বলে তেওঁক হাতবাউল দি মাতিছিল। অভিশপ্ত চম্বলে মোকো হাতবাউলি মাতিছিল। সেই কাৰণে উত্তৰ দিছিলোঁ, "ইয়েচ জেনাবেল চাহাব। উই মে বোথ লিভ টু চি হু ইজ কাৰেক্ট"। কাৰ কথা সঁচা হয় তাকে চাবলৈ আমি দুয়োজনে হয়তো জীয়াই থাকিম।

যাওঁতে জেনাবেল চাহাবে কৈ গৈছিল, "পুনৰ চম্বলৰ বেহড়ত দেখা হ'ব।" তেওঁ পুণৰ হৃদয় পৰিবৰ্তন অভিযানলৈ আহিব "ইফ নেচেচাৰী অল অ্যালোন।" আৰু মই নিজৰ কামত। "কল অৱ দি ব্যাভাইন্চ ইজ ইৰেচিষ্টিবল।" বেহড়ৰ আহ্বান তো উপেক্ষা কৰিব নোৱাৰি, যদুনাথ সিঙে কৈছিল।

"ফৰ বোথ অৱ আচ্"। আমাৰ দুয়োজনৰ ওচৰতে।

"ইয়েচ, ফৰ বোথ অব আচ্।" হোঁ হোঁকৈ সাধু জেনাবেলে হাঁহি উঠিছিল। মোৰ আগেদি গুচি গৈছিল, তেওঁৰ সেই চিৰপৰিচিত ম্যালেচিয়াৰ বুশ-চাৰ্ট-প্যাণ্ট আৰু বিৰাট টুপী পিন্ধি চাইকেলত উঠি। হয়তো উভতি যোৱাৰ আগতে এবাৰ শেষ চেষ্টা কৰি চাবলৈ আৰু কিছুমান ডকাইতৰ হৃদয় পৰিবৰ্তনৰ কাৰণে।

তেওঁ যোৱাৰ কালে বহুত সময় চাই আছিলোঁ। তেতিয়াতো জনা নাছিলোঁ এয়াই আছিল মোৰ শেষ দেখা। তেতিয়া জানো জানিছিলোঁ মই চাইকেলত যোৱা বুশ-চাৰ্ট-টুপী-পৰিহিত জেনাবেল চাহাবৰ সেই সুন্দৰ চেহেৰা পুনৰ দেখা নাপাম। তেতিয়া জানো জানিছিলোঁ সেই দিনাখনৰ তৰ্কই আমাৰ শেষ তৰ্ক আছিল। তেতিয়া জানো জানিছিলোঁ যে, 'সাধু জেনাবেল', "মিচ্ চিভাচ নিউজ-

হাউণ্ড' আৰু ক্ৰমাগত চিগাৰেট খোৱাৰ কাৰণে মোক 'চিমনী' বুলি পুনৰ নামাত্তিব। সিদিনাখন যেতিয়া তেওঁৰ মৃত্যুৰ খবৰ পালোঁ, নিজৰ অজ্ঞাতেই দুটোপাল চকুৰ পানী গালেৰে বৈ আহিছিল। তেওঁৰ লগত মোৰ মতৰ মিল নাছিল। আজিও নাই, হয়তো কোনোদিনাখন নহবও, কিন্তু তেওঁৰ আন্তৰিকতা আৰু একাগ্ৰ-চিত্ততাই মোক মুগ্ধ কৰিছিল। তেওঁৰ আশা, তেওঁৰ বিশ্বাস, ইতিহাসত সঁচা প্ৰমাণ হ'লে মই আনন্দিত হম। পৰাজিত হৈয়ো মই প্ৰথম আৰু শেষবাৰৰ কাৰণে আনন্দিত হম।

'কল অৰ দি ব্যাভাইন্‌স'য়ে মোক হয়তো পুনৰ আহ্বান কৰিব। মই হয়তো উপেক্ষা কৰিব নোৱাৰি সহঁাৰিও দিম। কিন্তু জেনাৰেল চাহাবেতো তেওঁৰ এপয়েণ্টমেণ্ট আৰু কথা ৰাখিব নোৱাৰিব। সেইদিনাখন যে তেওঁ চাইকেলত উঠি মোৰ সমুখেৰে গুচি গৈ বেহড়ৰ ভঁাজত হেৰাই গৈছিল, সেয়াইতো হ'ল তেওঁৰ 'পয়েণ্ট অৱ নো ৰিটাৰ্ণ'। 'বাবা'ই নিজে তেওঁৰ অনুপস্থিতি অনুভৱ কৰিব। মাইলৰ পিচত মাইল বেহড়ৰ ওখ চাপৰ বাটেদি যিজনৰ কান্ধত ভৰ দি তেওঁ পদযাত্ৰা কৰিছিল তেওঁক তো পুনৰ তেওঁ নাপাব। হৃদয় পৰিবৰ্তনৰ অভিযানত তেওঁৰ 'সাধু জেনাৰেল', তেওঁৰ শান্তি-দূত এতিয়া চিৰশান্তিত শুই আছে। 'বাবা' নিজেও বহু ৰাতি তিনি বজাত টোপনিৰ পৰা উঠি কোনোদিন হয়তো কাকো ক্যাম্পৰ বাহিৰৰ কঠিন মাটিৰ ওপৰত শুই থকা দেখা নাপাব। আৰু তেওঁক বিচাৰি নাপায় অভিশপ্ত চম্বলৰ অভিশাপ সেই দুৰ্দ্ধৰ্ষ দস্যু-সকলে-যিসকলে তেওঁৰ কথাত আত্মসমৰ্পণ কৰিছে, সেয়া যি কোনো কাৰণেই নহওক। কাৰাপ্ৰাচীৰৰ কঠিন চেঁচা মজিয়াত শুই শুই তেওঁৰ কথা ভাবিব লুকা, বিষ্ণাৰাম, কানহাই, বদন সিং, পণ্ডিৰাম, মোহৰ মানিয়া, শ্ৰীকিশেন, কাছেৰো, ৰামঅৱতাৰ আৰু সকলোৱে। লুকা আৰু কানহাই হয়তো দুটোপাল চকুৰ পানীও পেলাব।

আৰু এজনে জেনাৰেল চাহাবৰ কাৰণে চকু পানী পেলাব।

চকুৰ পানী পেলাই পেলাই তেওঁ হৈছে অন্ধ। উদিতপুৰাৰ মানসিঙৰ বৃদ্ধা পত্নী ৰুক্মিণী। দুয়োখন হাত তুলি তেওঁ জেনাৰেল ঠাকুৰ যদুনাথ সিঙক আশীৰ্বাদ কৰিছিল। তেওঁ বহুতো কিবাই কৰিছিল। বহুত। মানসিঙৰ দুৰ্দ্ধৰ্ষ দলৰ সকলো ঘৃণিত অপৰাধ আৰু সেই পাপৰ সকলো প্ৰায়শ্চিত্ত সম্ভৱ হৈছে মাত্ৰ জেনাৰেল চাহাবৰ কাৰণেই। তেওঁ চেষ্টা নকৰাহেঁতেন মানসিংহ আৰু ৰূপাৰ নামৰ দীপশিখা লৈ জীয়াই থকা 'লুক্কা-কানহাই'ৰ দলেতো কোনো দিনাখনেই 'বাবাৰ' ওচৰত আত্মসমৰ্পণ নকৰিলেহেঁতেন।

আৰু এজনে হয়তো নৈনী চেণ্ট্ৰাল জেলৰ এক নিভৃত চেলত বহি চকুৰ পানী পেলাইছে। যিমান দিন তেওঁ জীয়াই থাকিব সিমান দিনে তেওঁ চকুৰ পানী পেলাব। ফাঁচীৰ নিশ্চিত মৃত্যুৰ পৰা আপ্ৰাণ চেষ্টা কৰি জেনাৰেল চাহাবে তেওঁক বচাইছিল। তহচীলদাৰ সিঙৰ ফাঁচী ৰাষ্ট্ৰপতিৰ হুকুমত আজীবন কাৰাবাসলৈ পৰিণত হৈছিল। মানসিঙৰ শেষ প্ৰদীপ তহচীলদাৰ সিং।

নৈনীৰ কঠিন কাৰাপ্ৰাচীৰৰ অন্ধকাৰ 'চেল'ত বহি তহচীলদাৰে জীৱনৰ শেষ দিন কেইটালৈ অপেক্ষা কৰি আছে। 'দাউ' মানসিঙৰ চকুৰ মণি, দুলাৰা বেটা তহচীলদাৰ সিং। আৰু কেইটা বা দিনেই বাকী? আজি নহয় কালি, ফাঁচী হৈ যাব আৰু লগে লগে মানসিঙৰ নামো অভিশপ্ত চম্বলৰ বুকুৰ পৰা নাইকীয়া হৈ যাব। ৰ'ব মাত্ৰ তেওঁৰ অতৃপ্ত আত্মাৰ হুমুনিয়াহ আৰু ৰুক্মিণীৰ চকুৰ পানী। এদিনাখন ৰুক্মিণীৰ চকুৰ পানীও শুকাই শিল হৈ যাব আৰু মানসিঙৰ স্মৃতি চম্বলৰ অভিশাপ হৈ বৈ যাব। আজিৰ পৰা বহুত বছৰ পিচত অভিশপ্ত, সৰ্বনাশা চম্বলে বেতিয়া ধ্বংসৰ গান গাই গাই আৰু বহুত বেহড় সৃষ্টি কৰিব, সিহঁতেও ক'ব চম্বলৰ অভিশাপ মানসিঙৰ কথা, শুনিবলৈ পোৱা যাব সেই শ শ কুখ্যিত, অতৃপ্ত, পাষাণ 'বেহড়'ৰ দীঘল হুমুনিয়াহ। কাণ পাতি শুনিলে সেই দীঘল

হমুনিয়াহ শুনিবলৈ পোৱা যাব, সেই অভিশাপৰ ভেজেৰে বাগুজী কাহিনী। বৃদ্ধা ৰুক্মিণী উদিতপুৰা গাঁৱৰ ঘৰৰ সম্মুখৰ নাদৰ পাৰত আহি থিয় হ'ব আৰু দূৰলৈ, বহু দূৰলৈ চকু মেলি চাব। আগতেও চাইছিল, এতিয়াও চায়, পিচতো হয়তো চাব। হয়তো কোনোবাদিনাখন তেওঁৰ 'দুলাৰা বেটা' তহচীলদাৰ উভতি আহিব। 'দাউ' মানসিঙৰ ঘৰৰ শেষ প্ৰদীপ ধিমিক-ধামাককৈ নৈনীৰ কঠিন কাৰাপ্ৰাচীৰৰ অন্ধকাৰ 'চেল'ত জ্বলি আছে। এদিনাখন বাতিপুৱা হয়তো দপকৈ নুমাই যাব। তাৰ পিচত— "উচকে বাদ্—উচকে বাদ্ ক্যায়া, সব খতম্।"

কিন্তু এনেকৈয়ে জানো সকলো 'খতম্' হৈ যাব? ভিভিৰ ৰুদ্ৰাক্ষৰ মালা ঘূৰাই ঘূৰাই তহচীলদাৰে ভাবে। ভাবি ভাবি এদিনাখন অন্ধকাৰ 'চেল'ৰ পৰা আচাৰ্য্য বিনোৱা ভাবেলৈ চিঠি লিখিলে। 'বাবা' ভেতিয়া সুদূৰ কাশ্মীৰত। 'বাবা'ৰ লগত মৰাৰ আগতে তহচীলদাৰে দেখা কৰিব খোজে। 'বাবা' যদি নিজে আহিব নোৱাৰে তেনেহলে তেওঁৰ ওচৰলৈ কোনোবা এজন যেন আহে, তহচীলদাৰে তেওঁৰ বুকুৰ বোজা কমাই কিবা ক'ব খোজে। তাৰ পিচত সকলো ঘটনা ক্ৰুতভাবে ঘটিছে আৰু 'বাবা' অভিশপ্ত চম্বলৰ অভিশাপ মচি পেলাবলৈ, 'বাগী'ৰ হৃদয় পৰিবৰ্ত্তন কৰিবলৈ আহিছে।

আগ্ৰাৰ সৰ্বোদয় নেতা ডাঃ ললিত নৈনীৰ কাৰাগৃহলৈ তহচীলদাৰ সিঙৰ লগত দেখা কৰিবলৈ গ'ল। লাঠিত ভৰ দি দি তহচীলদাৰ আগুৱাই আহি ডাঃ ললিতক সাবটি ধৰিলে। সকলো কথা তহচীলদাৰে শুনিবলৈ সন্মত আছে কিন্তু তেওঁ সহ্য কৰিব নোৱাৰে তেওঁক যদি কোনোবাই 'ডাকু'—ডকাইত বোলে। "হমে খুনী কহো, কাতিল কহো, হত্যাৰা কহো, পৰ হমে ডাকু মত কহো"—তহচীলদাৰে কয়। অনুতপ্ত তহচীলদাৰে সকলো, পাহৰি যাব খোজে। 'দাউ'ৰ কাৰণে যিসকল 'বাগী' হৈছে

যেওঁলোকক তেওঁ মিনতি জনাব খোজে। কোনোবাই যেন যেওঁলোকক তেওঁৰ কথা কয়গৈ। তেওঁলোকক যেন কয়, 'দাউ'ৰ ঘৰৰ শেষ প্রদীপ তহচীলদাৰে বিচাৰে যেওঁলোক যেন 'হাজিৰ' হয়।. যেওঁলোকে যেন 'বাবা'ৰ ওচৰত আত্মসমর্পণ কৰে। "ইচ্ কে বাদ্ তহচীলদাৰকো অগৰ ফাঁচী লগ যায়ে তো উসসে অচ্ছী মৌত তহচীলদাৰকে লিয়ে হুচৰী নহী হো চকতী।" ইয়াৰ পিচত যদি ফাঁচী হৈ যায়, তাওঁকৈ ভাল মৃত্যু তহচীলদাৰে আশা কৰিব নোৱাৰে।

শান্তিৰ বাণী লৈ হৃদয় পৰিবৰ্তনৰ অভিযানত সেই কাৰণেই বিনোৱা আহিল। উচেটঘাটৰ তীৰত আধা এন্ধাৰ, আধা পোহৰত সেইদিনাখন প্রথম বাণী তেওঁ শুনালে। "ম্যায় ডাকুক্ষেত্র নহী, সাধুক্ষেত্র মে আয়া হুঁ। ইয়ে লোক ডাকু নহী, এয়ে সব বাগী হ্যাঁয়। ম্যায় ভী বাগী হুঁ। আবে ডাকু কহা নহী হ্যাঁয়? সব জাগা ডাকু হ্যাঁয়। দিল্লীমে ভী ডাকু হ্যাঁয়।" মই তো দস্যু অধ্যুষিত এলেকালৈ অহা নাই, মই আহিছোঁ সাধুসকলৰ পুণ্য-ভূমিলৈ। এওঁলোক তো ডকাইত নহয়, এওঁলোক 'বাগী' (বিদ্রোহী)। মইও 'বাগী'। আৰু ডকাইত ক'ত নাই? সকলো ঠাইতে ডকাইত আছে। দিল্লীতো ডকাইত আছে। পৃথিৱীত ভাল বা বেয়া কোনো নাই। সকলো মানুহৰ ভিতৰতে 'সুমতি' আৰু 'কুমতি' আছে। হৃদয় পৰিবৰ্তন কৰি, প্রেমৰ অমৃত বাণী শুনাই 'কুমতি' আঁতৰাই পেলালেইতো 'সুমতি', তেতিয়া সকলো মানুহেই সাধু।"

'বাবা' উত্তৰপ্রদেশৰ পৰা চম্বল পাৰ হৈ আহিছে। লগত আহিছে সকলো 'শান্তি'-সৈনিকসকল। সুদূৰ কেৰেলাৰ পৰা পাত্ৰী মিচনাৰী ফাদাৰ ফ্রিক্সিংচ আৰু ব্ৰাদাৰ ষ্টিফেন হৃদয় পৰিবৰ্তনৰ যাদু চাবলৈ আহিছে। আৰু আহিছে উত্তৰপ্রদেশৰ 'বাবা'ৰ হৃদয়-পৰিবৰ্তনৰ প্রথম জলন্ত উদাহৰণ ডকাইত ৰাম-

অৱতাৰ। উত্তৰপ্ৰদেশৰ ফতেহাবাদত 'বাবা'ৰ সান্ধ্য প্ৰাৰ্থনাসভাত ৰামঅৱতাৰে আত্মসমৰ্পণ কৰিলে। ঐতিহাসিক ফতেহাবাদ—ইয়াতেই আওৰঙ্গজেবে জেঠাৰ ভ্ৰাতা দাৰাকে পৰাজিত কৰিছিল—বিংশ শতাব্দীৰ নতুন ইতিহাস লিখা হ'ল ৰামঅৱতাৰৰ আত্মসমৰ্পণত। ৰামঅৱতাৰৰ 'কুমতি'ৰ ওপৰত 'সুমতি'ৰ জয় হ'ল। দুদিন পিচতে কিন্তু ৰামঅৱতাৰ নেতা হৈ গ'ল। সেইদিনাখন যেতিয়া উচেট-ঘাটত ৰামঅৱতাৰক দেখিলোঁ, ৰামঅৱতাৰে খদ্দৰৰ পাইজামা, পাঞ্জাবি আৰু টুপি পিন্ধি 'বাবা'ৰ পদযাত্ৰীসকলৰ মাজত ৰীতিমত এজন লেখত লবলগীয়া নেতা হৈ পৰিছে।

কিন্তু 'বাবা'ৰ ওচৰত উত্তৰপ্ৰদেশত অকল ৰামঅৱতাৰেহে আত্মসমৰ্পণ কৰিবলৈ আহিল। বহুত চেষ্টা, বহুত পৰিশ্ৰম সাধু জেনাৰেল যদুনাথ সিঙে কৰিলে, কিন্তু হৃদয় পৰিবৰ্তনৰ বাণী শুনি আন কোনোৱে আগুৱাই নাহিল। অলপদিন আগতে ভয়ানক এনকাউণ্টাৰ হৈছিল। ৰূপা মহাৰাজৰ দলৰ নেতা লুকা। ৰূপা মহাৰাজৰ দল মানেইতো মানসিঙৰ দল। চম্বলৰ সকলোতকৈ পুৰণি দল। ৰূপা মহাৰাজৰ মৃত্যুৰ পিচতে দল ভাঙিবলৈ আৰম্ভ হৈছিল। কোনোমতে লুকাই জোৰা-তাপলি মাৰি ৰাখিছিল। পলাই পলাই ফুৰিছিল, হঠাতে হ'ল এনকাউণ্টাৰ। বচা বচা তিনি জন মানুহ মৰিল। তাৰ মাজত আছিল দুৰ্দ্ধৰ্ষ ৰামনাথ—মেওৱা-ৰামৰ ভায়েক ৰামনাথ। হাতৰ অঙুলিত গুলী খাই যন্ত্ৰণাত চিঞৰি চিঞৰি লুকাৰ লগত মটৰা আৰু বাকীবোৰ পলাব পাৰিছিল।

এই সময়তে নৈনী কাৰাগাৰৰ অন্ধকাৰ 'চল'ত কাঁচীৰ অপেক্ষাৰত তহচীলদাৰৰ কথা কঢ়িয়াই নিয়া হ'ল। সাধু জেনাৰেল যদুনাথ সিঙৰ আৰম্ভ হ'ল চাইকেলত উঠি উঠি দুৰ্গম বেহড়ৰ মাজত অবিৰাম যাত্ৰা। 'বাবা'ৰ শান্তিদূতসকলে ( Emissary ) 'বাগী'ৰ হৃদয় পৰিবৰ্তনৰ বাণী শুনাবলৈ চাৰিওফালে বিয়পি পৰিল। লুকাৰ

জীবনলৈ ভীষণ সঙ্কট আহিল। তেওঁ ভাবিবও নোৱাৰে, পোন্ধৰ বিশ বছৰৰ দস্যু-জীৱনৰ ওপৰত কেনেকৈ হঠাতে যৱনিকা পেলাব। আত্মসমৰ্পণ বাৰু কৰিলে, তাৰ পিচত? তাৰ পিচতে তো দেখদেখকৈ ফাঁচী। ইয়াতকৈতো বহুত ভাল পুলিচৰ গুলী খাই মৰা। কিন্তু আৰু এটা চিন্তা মনলৈ আহিছে। 'দাউ'ৰ ঘৰৰ শেষ প্ৰদীপ তহচীলদাৰ সেওতো ইয়াকে বিচাৰিছে। কিন্তু লুকাই কেনেকৈ 'দাউ'ৰ মৃত্যুৰ কথা পাহৰে? কি দৰে পাহৰিব ভুনডান-কা-পুৰাৰ সেই ভয়ানক সংঘৰ্ষৰ কথা, যেতিয়া আহত তহচীলদাৰক পেলাই সকলো পলাইছিল। আৰু কপা মহাৰাজ? তেওঁৰ মৃত্যুতো প্ৰবঞ্চনা? এইবোৰৰ বদলা তো লোৱা হোৱা নাই। 'নথু কা বদলা খুন' যে এতিয়াও বাকী? সকলোবোৰ অসমাপ্ত ৰাখি কেনেকৈ তেওঁ 'হাজিৰ' হ'ব? কি মুখ লৈ দলৰ বাকীবোৰক এই কথা ক'ব? কিন্তু তহচীলদাৰৰ কথাওতো পেলাব নোৱাৰে, আৰু কিমানদিন বা এইদৰে পলাই জীয়াই থাকিব পৰা হ'ব? প্ৰতিপত্তি, অৰ্থ, অস্ত্ৰ-শস্ত্ৰ সকলোতো শেষ হৈ আহিছে। হওক, যিমান দিন কপা মহাৰাজৰ টেলিস্কোপিক ৰাইফ'ল—'দূৰবীনৱালী বন্দুক' হাতত আছে কোনে কি কৰিব পাৰে। কিন্তু উদিতপুৰাত 'মাজী'য়ে যে তহচীলদাৰৰ কাৰণে সদায় কান্দে। তেওঁ বোলে বিচাৰে লুকাই সকলোকে লৈ 'বাবা'ৰ চৰণত আত্মসমৰ্পণ কৰাতো। সকলো এৰাব পাৰে লুকাই কিন্তু 'দাউ'ৰ স্ত্ৰী কল্পিণীৰ কথাতো পেলাব নোৱাৰে। তেওঁ যে সকলোৰে 'মাজী' (মা)। ভয়ানক ধৰ্ম-সংকট লুকাৰ সম্মুখত। আৰু কপাৰ ভায়েক কানহাই, তেওঁতো সকলো লুকাৰ হাতত এৰি দিছে। লুকা মহাৰাজ যি কৰিব সেয়ে হ'ব। 'দাউ'ৰ প্ৰিয়পাত্ৰ আছিল কপা। জেলত কথা দিছিল 'দাউ'য়ে কপাৰ বাপেক ছাবৰামক। কথা ৰাখিছিল 'দাউ'য়ে কিন্তু 'কচম' পূৰ্ণ হোৱাৰ আগতে সকলো শেষ হৈ গ'ল। আৰু কপা মহাৰাজ। তেওঁৰ প্ৰিয়পাত্ৰ আছিল লুকা। অকল সেয়ে

নহয়, 'দাউঁৰ' দুই হাত আছিল ৰূপা আৰু লুকা। আদৰ্শকে 'দাউ'য়ে মাতিছিল ৰূপে আৰু লুক্বে।

গোটেই দেশতে কিছুদিনৰ কাৰণে বিনোৱাৰ হৃদয়-পৰিবৰ্তন অভিযানে আলোড়ন তুলিছিল। এদিনাখন ইন্সপেক্টৰ জেনাৰেল কস্তমজী চাহাবে হঠাতে এটা দীঘল বক্তব্য দি বিনোৱাৰ মিচনৰ তীব্ৰ সমালোচনা কৰিলে। কাগজে কাগজে আৰম্ভ হ'ল তৰ্ক-বিতৰ্ক'। আজি হয়তো এই তৰ্কৰ শেষ উত্তৰ দিয়াৰ বা অভিমত উপস্থাপন কৰাৰ সময় অহা নাই। ইতিহাসেই হয়তো ইয়াৰ উত্তৰ দিব। এমাহ বিনোৱাৰ লগত অভিশপ্ত চম্বল উপত্যকাত পদযাত্ৰা কৰিছোঁ। বহুত সময়ত ভাব হৈছে, কথাটো যেন ঠিক হোৱা নাই। কোনোবাই যদি আজিও মোক সোধে, মই নিজে প্ৰত্যক্ষদৰ্শী হিচাবে এই হৃদয় পৰিবৰ্তনত বিশ্বাস কৰো নে নাই আৰু মই সচাঁকৈয়ে ভাবো নেকি যে ডকাইতৰ হৃদয়-পৰিবৰ্তন হৈছে, মই নিঃসঙ্কোচে ক'ম, হৃদয় পৰিবৰ্তন হোৱা নাই! নাই!! নাই!!! যিসকলৰ ওচৰত মানুহৰ জীৱন একোৱে নহয়, যিসকলৰ জীৱনৰ মন্ত্ৰ হ'ল 'খুন কা বদলা খুন,' তেওঁলোকৰ হৃদয় পৰিবৰ্তন নহয়—নহয়—নহয়। যেনেকৈ বিনোৱাৰ শান্তি-মিচনৰ বহুত কথাই মোৰ ভাল লগা নাছিল। তেনেকৈ পুলিচৰ দৃষ্টিভঙ্গীও মোৰ বহুত সময়ত ভাল লগা নাছিল। পুলিচৰ বহুতো উৰ্দ্ধতন বিষয়াসকলেও স্বীকাৰ কৰে যে, অভিশপ্ত চম্বলৰ অভিশাপ মাত্ৰ পুলিচৰ অভিযানতেই শেষ নহ'ব। তেনেহলে কেনেকৈ হ'ব? ইয়াৰ উত্তৰ মোৰ ওচৰত নাই। কালৰ গতিৰ সোঁতভেই এদিনাখন হয়তো শেষ হ'ব, মচা যাব এই শতাব্দীৰ অভিশাপ।

প্ৰথমে যেতিয়া বিনোৱা শান্তি মিচন লৈ আহিল, তেতিয়া গোটেই দেশতে হৈ-চৈ লাগি পৰিল। ডাঙৰ ডাঙৰ নেতা সকলে

বিনোৱাক তেওঁলোকৰ শুভেচ্ছা জনালে। পুলিচৰ উৰ্দ্ধতন বিষয়া সকলে বিনোৱাক অভ্যৰ্থনা আৰু অভিনন্দন জনালে। মধ্যপ্ৰদেশৰ এজন ডাঙৰ বিষয়াই ইমানলৈ কৈ দিলে যে, তেওঁ বহুত বছৰ আগতে চৰকাৰক উপদেশ দিছিল যে, যদি বিনোৱাক চম্বল উপত্যকাৰ 'ডাকু'বোৰক শান্তিৰ বাণী শুনাবলৈ অনা হয় তেতিয়া সমস্যাৰ সমাধান হবও পাৰে। নিজ চকুৰে বহুত দেখিলোঁ। দেখিলোঁ, আত্মসমৰ্পণ কৰা 'বাগী' সকলৰ লগত হাত মিলাইছে সকলো ডাঙৰ ডাঙৰ পুলিচ বিষয়াসকলে। কেমেৰাৰ সম্মুখত থিয় হৈ ডকাইতৰ লগত তেওঁলোকে ফটো তুলিছে। হঠাতে যেন ভোজবাজীৰ দৰে সকলোৰে হৃদয়-পৰিবৰ্তন হৈ গ'ল। সকলো 'ভাই ভাই' হৈ গ'ল।

পুলিচৰ জীপত উঠি ডকাইতসকলো ঘূৰি ফুৰিলে। আৰু কিমান কি হ'ল। ভাব লগা নাই, ভাল লগা নাই মোৰ এইবোৰ। আৰু বিনোৱাৰ সঙ্গীসকলে যি কৰিলে সেইয়াও মোৰ ভাল লগা নাই। সকলো ডকাইত নেতা হৈ পৰিল। প্ৰাৰ্থনা-সভাত বহি ৰামধুন গালে। হাজাৰ হাজাৰ জনতাৰ কৌতূহল নিবাৰণাৰ্থে ছাদৰ ওপৰত উঠি তেওঁলোকে 'দৰ্শন' দিলে। কোনো কোনোৱে আকৌ সৰু-সুৰা বক্তৃতাও দিলে। কেইদিনমান কান্ধত বন্দুক লৈ তেওঁলোকে বিনোৱাৰ লগত পদযাত্ৰাও কৰিলে। ফুলৰ মালা পিন্ধি চহৰৰ বাটে বাটে ঘূৰিলে আৰু যিদিনাখন শেষলৈ তেওঁলোকক পুলিচৰ হাতত গতাই দিয়া হ'ল, বিনোৱাৰ আশ্ৰমৰ ছোৱালীবোৰে তেওঁলোকৰ 'ডাকু' ভায়েকসকলৰ কপালত টিকা দি, মিঠাই খুৱাই, হাতত ৰাখী বান্ধি দিলে। ডকাইতসকলে ভনীয়েকসকলক আশীৰ্বাদ কৰিলে টকা দি। পুলিচৰ জীপত উঠি মালা পিন্ধি ডকাইতসকলে 'মহাত্মা গান্ধী কি জয়,' 'ভাৰতমাতা কী জয়,' 'সন্ত বিনোৱা কী জয়' বুলি কৈ কৈ জেললৈ গ'ল। জেলত বহিল 'বাবা'ৰ প্ৰাৰ্থনা-সভা। ডকাইতসকলৰ দাবী হ'ল, হাত-কেৰেয়া লগাব নোৱাৰে, তেওঁলোকে জেলৰ বাহিৰত শুব, আৰু কিমান

কি ? ডকাইতসকলক কোর্টত বিনা-পইচাত ডিফেণ্ড কৰিবৰ কাৰণে উকিলসকল আগবাঢ়ি আহিল। চান্দা উঠোৱা হ'ল, আৰু কত কি হ'ল। ডকাইতসকলৰ আত্মীয়সকলক সাহায্য কৰিবৰ কাৰণে বহুতে আগুৱাই আহিল আৰু মৃত ডকাইতসকলৰ পৰিয়ালৰ মানুহৰ কাৰণে আশ্ৰম বনোৱাৰ কথা হ'ল। মৃত, জীৱিত ডাঙৰ ডাঙৰ ডকাইতসকলৰ ঘৰলৈ গ'ল বিনোৱা আৰু তেওঁৰ সঙ্গীসকল। কিন্তু কোনোৱে এটা কথাও তেওঁলোকৰ বিষয়ে নকলে—যিসকল ডকাইতৰ অত্যাচাৰত আজি জৰ্জৰিত, যিসকলক ডকাইতসকলে নিঃশেষ কৰি পেলাইছে। যিসকলৰ বাপেকক, ভায়েকক, স্বামীক গুলি কৰি ডকাইতে উৰুৱাই দিছিল। সেই সকলোবোৰ মাতৃ যিসকলৰ ল'ৰা, সেই সকলোবোৰ ভনীয়েক যিসকলৰ ভায়েক, সেই সকলোবোৰৰ স্ত্ৰী যিসকলৰ স্বামী, সেই সকলোবোৰ ল'ৰা-ছোৱালী যিসকলৰ বাপেক-মাকে ডকাইতৰ হাতত প্ৰাণ দিছিল, তেওঁলোকৰ কথা কোনোৱে নাভাবিলে, তেওঁলোকৰ কাৰণে আশ্ৰম খোলাৰ কথা কোনোৱে চিন্তা নকৰিলে আৰু অগণিত সেই সকলোবোৰ পুলিচ যিসকলে প্ৰাণ দিছিল, তেওঁলোকৰ নাম কাৰো মুখত শুনিলোঁ। কোনে জানে, কোনে খবৰ ৰাখে আজি গোবিন্দ বাহাদুৰ থাপাৰ বিধবা স্ত্ৰী আৰু সেই অকণমান ছোৱালীজনী! ক'ত তেওঁলোক, কেনে আছে—জীয়াই আছে নে নাই, কোনে জানে ?

পুলিচৰ দাম্ভিকতা আৰু মইবৰ ভাব যেনেদৰে ভাল লগা নাই, তেনেকৈ শান্তি-মিচনৰ শান্তিদূতসকলে ডকাইতসকলক 'হিৰো' কৰাৰ চেষ্টা, 'লায়নাইজ' ( Lionise ) কৰাও মোৰ ভাল লগা নাই। পুলিচে জানে, অকল তেওঁলোকৰ দ্বাৰাই ডকাইতি-সমস্যা শেষ নহ'ব। কিন্তু ২০।২১ জন ডকাইতে যে 'বাবা'ৰ ওচৰত আত্মসমৰ্পণ কৰিলে, সেয়াও তেওঁলোকৰ বহুতৰে পছন্দ হোৱা নাই। বহুত পুলিচ অফিচাৰ ঈৰ্ষাত জলি মৰিছে, এয়াও মই জানো। কিন্তু এয়াও সঁচা যে দিনৰ পিচত দিন বিনোৱাই

পুলিচৰ মানুহ যিসকলে বছৰৰ পিচত বছৰ নিজৰ প্ৰাণ হাতত লৈ ব'দ-বৰষুণ-শীত উপেক্ষা কৰি, ডকাইতৰ অত্যাচাৰৰ পৰা অভিশপ্ত চম্বলৰ উপত্যকাক বচাই ৰাখিবলৈ চেষ্টা কৰিছে, আৰু কৰিব, তেওঁলোকক কটুবাক্য শুনাইছে, হেয় কৰিছে। অহিংসাৰ পূজাৰী বিনোৱা, তেওঁৰ ওচৰত পুলিচৰ মূল্য হয়তো কম, কিন্তু বিনোৱাৰ কল্পিত সৰ্বোদয় সমাজৰ পৰা আজি আমি বহুত দূৰৈত। যেনেকৈ বিনোৱাৰ আন্তৰিকতাত মোৰ কোনো সন্দেহ নাই, তেনেকৈ ডকাইত অধ্যুষিত অভিশপ্ত চম্বল এলেকাত বহাল ৰখা পুলিচ ফৌজৰ আন্তৰিকতাৰ বিষয়েও মোৰ বিন্দুমাত্ৰ সন্দেহ নাই।

কিন্তু হঠাতে ২০।২১ জন দুৰ্ধৰ্ষ ডকাইতে আত্মসমৰ্পণ কৰিলে কিয়? ইয়াৰ উত্তৰ দিবলৈ গলে আৰু এটা দেশব্যাপী বিতৰ্ক উঠিব। আন ডকাইতবোৰৰ সম্বন্ধে ক'ব নোৱাৰোঁ, কাৰণ সিহঁতে আত্মসমৰ্পণ কৰা নকৰাত বিশেষ একো লাভ-লোকচান নাই—সিহঁতৰ বহুতেই যাক কোৱা হয় 'ছুট্ ভাইয়া' বা 'স্মল ফ্ৰাই'। কিন্তু লুক্কা আৰু তেওঁৰ দলে যে আত্মসমৰ্পণ কৰিলে তাৰ নিশ্চয় দাম আছে। কিন্তু লুক্কাই কিয় আত্মসমৰ্পণ কৰিলে? বিনোৱা আৰু তেওঁৰ দলৰ আনবোৰে বাৰে বাৰে ঘোষণা কৰিছে তেওঁলোকে ডকাইতহঁতক কোনো প্ৰতিশ্ৰুতি বা আশ্বাস দিয়া নাই। কিন্তু এই কথা অস্বীকাৰ কৰা বৃথা যে, লুক্কাৰ দলক কোৱা হৈছিল—যদি তেওঁলোকে আত্ম-সমৰ্পণ কৰে, তেনেহলে তহচীলদাৰ সিঙক ফাঁচী কাঠৰ পৰা ৰক্ষা কৰাৰ চেষ্টা কৰা হ'ব? যথেষ্ট এই প্ৰতিশ্ৰুতি। লুক্কা, কানহাই, এওঁলোকৰ ওচৰত এই প্ৰতিশ্ৰুতিৰ যথেষ্ট মূল্য আছে। তেওঁলোকে আত্মসমৰ্পণ কৰিলে যদি 'দাউ'ৰ ঘৰৰ শেষ প্ৰদীপ তহচীলদাৰ ৰক্ষা পায়, তেনেহলে তেওঁলোকে তাকে কৰিবলৈ কোনো দ্বিধাই নকৰে। অকল সেয়ে নহয়। তেওঁলোকৰ জীৱন দিবও পাৰে, আৰু তেওঁ-লোকে হাঁহি হাঁহি জীৱন দিয়াৰ লগনি যদি তহচীলদাৰ জীয়াই থাকি উজিওপুৰাৰ 'মাজী'ৰ মুখত হাঁহি ফুটাব পাৰে তেনেহলে তেওঁ-

লোকেতো তাকে কৰিবলৈ কেতিয়াও পিছ নোহোহকে। 'মাজী'য়ে আজি কিমান বছৰ ইঁহা নাই। 'দাউ' মানসিঙৰ নামত তেওঁলোকে সকলো কৰিব পাৰে। ইয়াৰ নাম হৃদয় পৰিবৰ্ত্তন নহয়, ইয়াৰ নাম আনুগত্য আৰু সেই আনুগত্যৰ কাৰণে চৰম মূল্য দিয়াৰ কাৰণে এওঁলোকৰ প্ৰস্তুতি। এয়াইতো অভিশপ্ত চম্বলৰ কাহিনী। যুগ যুগ ধৰি এয়েইতো হৈ আহিছে। সভ্য সমাজৰ চকুত হয়তো এই ধৰণৰ বীৰত্বৰ কোনো মূল্য নাই, কিন্তু এওঁলোকৰ ওচৰত এয়াই হ'ল বীৰত্বৰ শ্ৰেষ্ঠ নিদৰ্শন। বিশ্বাস কৰিবৰ মন নাযায়। বহুত সময়ত মোৰ কষ্ট হৈছে বিশ্বাস কৰাত, কিন্তু নকৰি উপায় নাই। শতাব্দীৰ পিচত শতাব্দী ধৰিয়ে তো এয়াই হৈ আছে। এয়াতো অভিশপ্ত চম্বলৰ ভাঙনৰ গান। বেহড়ৰ প্ৰতিটি দীঘল হুমুনিয়াহত এই কাহিনীকে শুনিবলৈ পোৱা যায়—জীৱন-লোৱাৰ তেজেৰে ৰাঙলি কাহিনী!

তহচীলদাৰৰ ফাঁচী নহয়। 'দাউ' মানসিঙৰ ঘৰৰ শেষ প্ৰদীপ ধিমিক-ধামাককৈ নৈনী কাৰাপ্ৰাচীৰৰ অন্ধকাৰ 'চেল'ত জ্বলি থাকিব। তেওঁৰ ফাঁচীৰ হুকুম ৰাষ্ট্ৰপতিৰ হুকুমত 'মকুব' হৈছে। নিজৰ জীৱন তুলি দিছে—লুকা, কানহাই আৰু বহুতে অনিৰ্দিষ্টৰ হাতত। তেওঁ-লোকৰ বিচাৰ হ'ব। সভ্য সমাজৰ আইনত যদি তেওঁলোকৰ জীৱন যায়—যাব। তহচীলদাৰৰ জীৱন যদি ৰক্ষা পায়, যদি 'মাজী'ৰ মুখত হাঁহি ওলায়, ইয়াতকৈ ভাল ঋণ পৰিশোধৰ চেষ্টা আৰু কি হ'ব পাৰে? 'দাউ'ৰ ঋণ তো জীৱন দিও শোধ কৰিব পৰা নাযায়।

ঐতিহাসিক নেতা, দাৰ্শনিক বা নীতিবিদ্‌ৰ কোনোটোৱে মই নহওঁ। মোৰ নিষ্ঠা আৰু 'পেশা' সাংবাদিকতা। জ্ঞান দিয়া মোৰ কাম নহয়। নিজৰ চকুৰ সন্মুখত যি ঘটে, তাকে তুলি ধৰোঁ। নিজৰ যি অভিজ্ঞতা হয়, তাকে লিখোঁ। কোন ভাল বা কোন বেয়া বিচাৰ কৰাৰ ক্ষমতা মোৰ নাই আৰু গুণো হয়তো নাই। বিনোৱা মিচনৰ প্ৰশ্ন লৈ বহুতে মোক বহুত প্ৰশ্ন কৰিছিল, আজিও

কৰে। বেছি ভাগ ক্ষেত্ৰত মোৰ পক্ষে উত্তৰ দিয়াত কঠিন হৈছে। যি মোৰ সম্মুখত ঘটিছে আৰু সেই সকলোবোৰ ঘটনাই মোৰ মনলৈ যিবোৰ চিন্তা আনিছে, তাকে মই তুলি ধৰিছোঁ।

"ভাই তৰুণ", কলিকতাৰ পৰা বৌৰ চিঠি আহিল, "ইফালে ডকাইতৰ দল যে সাধু হৈ গ'ল। এনেকুৱা দুৰ্ধৰ্ষ নৃশংসতা ভাল মানুহৰ দৰেই যে হৈ গ'ল? অহিংসাৰ বাহাদুৰী আছে।....যিমান বেয়া কৰিলে কিন্তু ডকাইতৰ সাধু হোৱাটোৱে। তুমি তো খুনীক একেবাৰে 'হিৰো'ৰ আসনত তুলি দিছা—ভাল লাগিছিল—সহ্য হৈছিল—সাধু হোৱাটো যেন কিবাকিবি···।"

বৌক কি উত্তৰ দিছিলোঁ, ঠিক মনত নাই, কিন্তু মই এই ভয়কে কৰিছিলোঁ, মই কাকো 'হিৰো', 'ভিলেন' একোৱে কৰা নাই। মই মাত্ৰ দুৰ্ধৰ্ষ দস্যুসকলৰ, অভিশপ্ত চম্বলৰ সেই সকলোবোৰ অভিশাপৰ জীৱনৰ বহুত জনা-নজনা, সৰু-ডাঙৰ ফালটো দাঙি ধৰিছোঁ। তেওঁলোক যে মানুহ, তেওঁলোকৰ যে দোষ-গুণ, হাঁহি-কান্দোন, সুখ-দুখ আছে—মই তাকে কব খুজিছোঁ, আৰু কব খুজিছোঁ অভিশপ্ত চম্বলৰ সেই অভিশপ্ত তেজলগা ইতিহাসৰ কথা। "ক্ৰাইম ডাজ নট পে" বা "ইজ দেয়াৰ ক্ৰাইম ইন দি ব্লাড?" এইবোৰ ডাঙৰ ডাঙৰ সমস্যাৰ 'সমাধান বা কাৰণ মই অনুসন্ধান কৰা নাই। তেজ-মঙহৰ দ্বাৰা গঢ়া অভিশপ্ত চম্বলৰ অভিশাপ এই সকলো দস্যুৰ চৰিত্ৰই বাস্তৱভাবে দাঙি ধৰিছোঁ। যদি মানসিং, ৰূপা বা লাখনসিংৰ কাৰণে কোনোবাই দুটোপাল চকুৰ পানী মোৰ লিখা পঢ়ি পেলায় বা আন কোনোবাই তেওঁলোকৰ প্ৰতি ঘৃণা আৰু ধিক্কাৰত থুইও পেলায় মোৰ ক'বৰ একোৱে নাই।

চম্বল পাৰ হৈ 'বাবা' উচেটঘাটলৈ আহিল। মোৰ ওচৰত ছায়ামূৰ্তিৰ দৰে কমাণ্ডাণ্ট কুইন থিয় হৈ আছে। অলপ দূৰৈত কস্তমজী চাহাব। কুইনৰ দৃষ্টি যেন নিষ্প্ৰভ, জ্যোতিহীন। কস্তমজী চাহাবক এটা ষ্টেচুৰ দৰে ভাব হৈছে। তেওঁ সেই মণ্টিক্ৰিষ্ট সিষ্টৰ

বিষয়ে বোধহয় ভাবি আছে। তেওঁলোকৰ মাজৰ পৰা কোনোবা জানো 'হাজিৰ' হ'বলৈ আহিব !

"কাম অন ম্যান্"—কুইনে হাতত ধৰি টানি নিয়ে। 'বাবা'ৰ পদযাত্ৰা আৰম্ভ হৈছে। বহুত দূৰলৈ যাব লাগিব, বহুত দূৰলৈ। 'বাবা' গৈ আছে, লগত সাধু জেনাৰেল আৰু বহুতো। বাম অৱতাৰ আছে। আমিও আছোঁ।

বাবাৰ লগত গাৰঁৰ পিচত গাওঁ ঘূৰছোঁ। উচেটঘাট, উচেট-ঘাটৰ পৰা ৰাছেড়, তাৰ পিচত অম্বাহ, পোৰচা, নাগৰা, কানহেৰা, কাডোৰা, সুৰপুৰা, ভিণ্ড, নয়াপুৰা, পাণ্ডৰী আৰু বহুতো গাওঁ। দিনৰ পিচত দিন গৈ আছে আৰু মোৰ ভাব হৈছে, এয়া বোধহয় আত্মসমৰ্পণ কৰিবলৈ আহিল। ৰাতিপুৱা আশা আৰু উৎসাহ লৈ যাত্ৰা আৰম্ভ হৈছে। সাধু জেনাৰেলে ক্ৰমাগত চাইকেলত উঠি বেহড়ে বেহড়ে ঘূৰিছে। আবেলি পৰত পুনৰ নিৰুৎসাহ, ক'তা একোৱেতো হ'ল।

সেইদিনাখন উচেটঘাটত কোনোবাই কাণৰ ওচৰত ফুচফুচাই ক'লে, 'বাবা' এই পাৰেদি পিনহাটৰ পৰা উচেটঘাটলৈ আহিল আৰু সেই ৰাতিয়ে প্ৰায় বোধহয় সেই সময়তে 'ঠাকুৰ চাহাবে' ডকাইতি কৰি চম্বল পাৰ হৈ উত্তৰ প্ৰদেশৰ ফালে গৈছে। আকৌ বাবাৰ কেম্পৰ পৰা মাত্ৰ কেইমাইল মান দূৰৈত পানাই ছুটা ডকাইতি কৰিলে।

পাণ্ডৰীৰ সোণচিড়িয়াই যে কৈছিল, তেওঁৰ ভায়েক 'হাজিৰ' হ'বলৈ কেতিয়াও নাহে। তেওঁ কেতিয়াও নাহে। যদি আহে তেওঁৰ 'লাচ' আহিব। আৰু ঠাকুৰ চাহাবেই কাক যেন কৈছিল, "আত্মসমৰ্পণ কৰিলেই আজি নহয় কালি ফাঁচী হ'বই। নকৰিলে আৰু হয়তো দুই-দহ বছৰ জীয়াই থাকিম।"

"পুলিচৰ গুলীতে কালিলৈ তো মৰিব পাৰা ?" কোনে যেন সুধিছিল।

"হো সক্‌তা হ্যায়।"

"ফিৰ খতৰা ক্যুঁ মোল লেতে হো?" তেনেহলে এই বিপদ জানি শুনিও মৃৰত লৈ কিয় ফুৰিছা?

ঠাকুৰ চাহাবে বোলে উত্তৰ দিছিল, "খতৰা তো হামাৰী জিন্দগী হ্যায়।" বিপদেই তো আমাৰ জীৱন।

ঠাকুৰ চাহাব আত্মসমৰ্পণ কৰিবলৈ অহা নাই। পানাও অহা নাই (১৯-১০-৬০ তাৰিখে পুলিচ এন্‌কাউণ্টাৰত পানা মৰিছে)। বাহাদুৰো অহা নাই, আৰু বহুতো অহা নাই। হঠাতে মাজনিশা মূৰ্তিমান বিভীষিকাৰ দৰে কানহেৰা গাৱঁলৈ লুক্কা, কানহাই আৰু তেওঁৰ দলৰ কেইজন মান আহিছিল। মেওৰাৰাম অহা নাই। তেওঁৰ ভায়েক ৰামনাথৰ মৃত্যুৰ বদলা এতিয়াও লোৱা হোৱা নাই। লুক্কাই তেওঁক বুজাব নোৱাৰিলে।

## ॥ সোতৰ ॥

আকৌ নাগৰালৈ আহিছোঁ। অতি পৰিচিত সেই নিম গছ জোপাৰ ছায়াত কমাণ্ডাণ্ট কুইনৰ লগত বহিছোঁ। আমাৰ সম্মুখত থিয় হৈ বৃদ্ধ ৰঘুবীৰ সিং আৰু তেওঁৰ জোৱায়েক ভীকম সিং। পুনৰ ৰঘুবীৰ সিঙে আঙুলিত নামবোৰ গণি গণি আমাক নামবোৰ শুনাইছে—তিলক সিং, মথুৰী সিং, জব্বৰ সিং, আৰু বহুতো। ভীকম সিঙে চাৰ্টৰ হাতখন কিলাকুটি পৰ্য্যন্ত কোচাই গুলীৰ দাগ দেখুৱাইছে। কুইনৰ আৰ্দালিয়ে মাজে মাজে কোল্ড ড্ৰিংক দি গৈছে। কিন্তু নাগৰাৰ বতাহত সেইদিনাখন কিবা এটা ঘটনাৰ ইঙ্গিত আছিল। ৰাতিপুৱাই উৎসৱৰ আনন্দত সক গাওঁ নাগৰা জাগি উঠিছিল। সৰু সৰু পতাকা চাৰিওফালে ওলমি আছে,

আমৰ পাতেৰে বহুত তোৰণ সজোৱা হৈছে। শঙ্খ, ঘণ্টা ঘৰে ঘৰে বাজি আছে।

লাখনসিঙৰ গাওঁ নাগৰালৈ বিনোৱা ভাবে আহিছে। সেই বাটেৰে পোৰচাৰ পৰা অকাই-পকাই 'বেহড়'ৰ মাজেদি। বৃদ্ধ ৰতনলালে চিনে সেই বাট, এতিয়া যেনে হৈছে তেনে নহয়, আগতে যি ধৰণৰ আছিল সেই ধৰণৰ, যেতিয়া সেইকালেৰে উট চুৰি কৰি পোৰচাৰ পৰা নাগৰালৈ আনিছিল, আৰু নাগৰাৰ পৰা চম্বল পাৰ হৈ বেহড়ৰ মাজেদি সিপাৰৰ উত্তৰ প্ৰদেশলৈ। ইয়াৰ অকোৱা-পকোৱা বাট বহুতেই জানে। মই জানো, কুইনে জানে, আৰু বহুতেই জানে। ঠাকুৰ লাখনসিঙেও জানে। সেই বাটেৰেই 'বাবা' আহিছে। 'বাবা'ৰ কেম্পত হতাশাৰ ছায়া। 'সাধু জেনাৰেল' দমি গৈছে। উচেটঘাটৰ পৰা ৰাছেড়, ৰাছেড়ৰ পৰা অম্বাহ, অম্বাহৰ পৰা নাগৰা। ক'তা, কোনো তো আত্মসমৰ্পণ কৰিবলৈ নাহিল। তেনেহলে সকলো চেষ্টা, সকলো পৰিশ্ৰম জানো মিছা হ'ব! ম্যালেচিয়াৰ বুশচাৰ্ট, প্যাণ্ট আৰু মূৰত বিৰাট টুপী পিন্ধি চাইকেলত উঠি বেহড়ৰ মাজত আকৌ যদুনাথ সিং অদৃশ্য হৈ গ'ল।

কুইনৰ তম্বুৰ ভিতৰৰ লাঞ্চত সেইদিনাখন বহুত সাংবাদিকৰ ভীৰ হৈছিল। খোজকাঢ়ি 'বাবা'ৰ লগত পদযাত্ৰা কৰি কৰি শ্ৰান্ত, ক্লান্ত সকলো সাংবাদিকে কমাণ্ডাণ্ট কুইনৰ আতিথ্য স্বীকাৰ কৰিছিল। কাঁটা-চামুচৰ টুং-টাং শব্দই মাজে মাজে নিস্তব্ধতা ভঙ্গ কৰিছে। আৰু কুইনৰ হোঁ হোঁ হাঁহি আৰু সাদৰ অনুৰোধে, "কাম অন ম্যান হ্যাভ ওৱান মোৰ চিকেন পিচ"—দূৰ কৰিছে সকলো শ্ৰান্তি।

আজি লিখিব বহি সেইদিনাখনৰ দুপৰীয়াৰ ঘটনা মনত পৰিছে। লাঞ্চৰ পিচত তম্বুত গৈ গা পেলাইছোঁ মাত্ৰ, এনেতে লাহে লাহে ধীৰ পদক্ষেপেৰে কুইন আহি বৈছেহি। এটা টান যাৰি বিচনাৰ

পৰা তুলি ফুচ্‌ফুচাই ক'লে "কাম অন ম্যান"। লাহে লাহে কুইনৰ লগত গলোঁ। ফোর্থ ব্যাটালিয়নৰ হেডকোৱাৰ্টাৰত সোমাই এটা তম্বুৰ সম্মুখত কুইন ৰ'লহি। তম্বুৰ পৰ্দা আঁতৰাই ভিতৰত বহি থকা তিনিজন মানুহক দেখুৱাই ক'লে, "হ্যাভ এ লুক"।

"বাট হু আৰ দে ?" কোন তেওঁলোক ?

হোঁ হোঁ কৈ কুইনে হাঁহি উঠিল। মনে মনে সেই তিনিজন মানুহক লগত লৈ সেই নিম গছজোপাৰ তলত বহিছোঁহি। কুইনৰ চকুৱে মুখে হাঁহি। কিন্তু সুধিলেই কয় "আস্ক্ দেম", এওঁলোককে সোধা। ধৈৰ্য্যৰ বান্ধ প্ৰায় ভাঙি পৰিছে। চিঞৰি নিজেই কৈছে "কাম অন ম্যান, লেট আচ হ্যাভ ইট।" আকৌ হাঁহি লাহে লাহে চিগাৰেট এদাল লগাই লৈ এমোকোৰা ধোঁৱা এৰি দি কুইনে যেতিয়া উত্তৰ দিছে, চিঞৰ এটা মাৰি একে জাপে থিয় হৈছোঁ। তম্বুৰ ফালে লৰি গৈছোঁ টাইপৰাইটাৰ আনিবলৈ। পিচত শুনিবলৈ পাইছোঁ কুইনৰ প্ৰাণখোলা হাঁহি।

মোহৰমনিয়া, পাতিৰাম আৰু শ্ৰীকিষেণ—মধ্যপ্ৰদেশৰ অভিশপ্ত চম্বলৰ তিনিজন দুৰ্ধৰ্ষ ডকাইত। চম্বল সাঁতুৰি আহিছে, বেহড় পাৰ হৈ লাখনসিঙৰ গাওঁ নাগৰালৈ 'বাবা'ৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈকে। পাতিৰামৰ হাতত বন্দুক।

"বোলো ম্যান চাহাবকো সব বোলো"—কুইনে হুকুম দিয়ে মোহৰমনিয়া, পাতিৰাম আৰু শ্ৰীকিষেণক মোক সকলো কথা ক'বলৈ। তাৰ পিচত দুঘণ্টা ধৰি এওঁলোকৰ লগত কথা কৈছোঁ। মোহৰমনিয়াই কল্লাৰ মৃত্যুৰ কথা কৈছে। কেনেকৈ কল্লাৰ বাহিৰে তেওঁলোক আটাইবোৰে অন্ধকাৰত পলাব পাৰিছিল। "সাব, গোলী, গোলী, গোলী, দনাদ্দন, দনাদ্দন। কুছ নহী দেখা। খালি গোলী। হাম সব ভাগা"। কল্লা মৰিছে। পুতলীৰ কল্লা। তাৰ পিচত দল ভাঙি গৈছে আৰু মোহৰমনিয়াই আত্মসমৰ্পণ কৰিবলৈ আহিছে। চিগাৰেট হুপি হুপি নিৰ্বিকাৰ ভাবে শ্ৰীকিষেণে

ৰূপাৰ দলৰ কথা কৈছে। খুব কম দিন ৰূপাৰ দলত আছিল। দল এৰি পলাই আহিছিল।

এইবাৰ পাতিৰামৰ পালা বন্দুকটোত হাত বুলাই বুলাই লুকাৰ কথা কৈছে। ৰূপাৰ মৃত্যুৰ পিচত তেওঁ দল এৰি পলাই-ছিল। কিমানটা খুন জীৱনত কৰিছে? মনত নাই। "কিচকো ইয়াদ চাহাব।" খুন কৰিবলৈ কেনে লাগে? কোনে জানে। "ক্যায়া মালুম। ব্যচ্, খুন কিয়া ইতনা মালুম।"

সন্ধ্যাবেলা প্ৰাৰ্থনা-সভাত 'বাবা'ৰ ওচৰত হাজাৰ হাজাৰ মানুহৰ সন্মুখত পাতিৰাম, শ্ৰীকিষেণ আৰু মোহৰমনিয়াই আত্মসমৰ্পণ কৰিলে। 'বাবা'ই সওঁলোকক বুকুত সাবটি ধৰিলে। সাধু জেনাৰেলে মোৰ ওচৰলৈ আহি টিপ্পনি দিলে, "ওৱেল, ওৱেল"।

ৰাতিপুৱা পুনৰ বিনোৱাৰ লগত পদযাত্ৰা আৰম্ভ কৰিছোঁ। লগত আছে ৰামঅৱতাৰ, মোহৰমনিয়া, পাতিৰাম আৰু শ্ৰীকিষেণ। দহমাইল খোজকাঢ়ি কানহেৰা গাওঁ পাইছোঁহি। 'বাবা'ৰ পদযাত্ৰা যেতিয়া গৈ আছে মাজতে উদ্ভূতগৰ গাওঁৰ আশী বছৰৰ বৃদ্ধ পঞ্চম সিঙে যোৰ হাতভলৈ 'বাবা'ৰ দৰ্শন কৰিবলৈ বৈ আছে। অভিশপ্ত চম্বল উপত্যকাৰ প্ৰাচীন অভিশাপ পঞ্চম সিং। যেতিয়া 'দাউ' মানসিঙৰ নামো কোনোৱে শুনা নাছিল তেতিয়া দস্যু পঞ্চম সিঙৰ আতঙ্কত গোটেই উপত্যকা কঁপিছিল। গোৱালিয়ৰৰ মাধোৰাও সিন্ধিয়াৰ ওচৰত এদিনাখন পঞ্চম সিঙে প্ৰাণভিক্ষাৰ সলনি আত্মসমৰ্পণ কৰিছিল। পঞ্চম সিং আজি বৃদ্ধ, চকুৰে দেখা নাপায়। লেতেৰা, ফটা-চিতা কাপোৰ পিন্ধি গাওঁৰ এক কোণত থিয় হৈ আছিল। পঞ্চম সিঙে আজি দুবেলা অন্নৰ কাৰণে চিন্তা কৰিব লগা হৈছে।

পঞ্চম সিঙে অতি দুখৰ মাজতো হাঁহিলে। হঠাতে হাঁহি কিয়? চাৰিজন ডকাইতৰ নাম শুনি পমঞ্চ সিঙে হাঁহি উঠিছে। ক'লে, ইহঁত আকৌ ডকাইত নেকি? সকলো কাপুৰুষ। সকলো বেটা

এন্দুৰ। পঞ্চম সিঙৰ মানত এইবোৰ ডকাইতৰ কোনো মূল্য নাই। নিজৰ এৰি অহা দিনৰ দস্যুবৃত্তিৰ লগত আজিৰ ডকাইতৰ তুলনা কৰে? পঞ্চম সিঙৰ সময়ত ইমান বন্দুক নাছিল, নাছিল ইমান গুলী। নিজৰ বুকুৰ ওপৰত থপৰিয়াই ক'লে, "চাহাব, আমাৰ সময়ত লাগিছিল হিম্মত, কলিজা আৰু গাৰ জোৰ"। বেছি সময় পঞ্চম সিঙৰ ওচৰত ৰোৱা নাছিলোঁ, গুচি আহিছিলোঁ কানহেৰা গাৱঁলৈ। কানহেৰা পাইয়ে পুনৰ দূৰৈৰ জমচেৰা আৰু খিপোণী গাৱঁৰ ওচৰৰ আন এখন ঠাইলৈ যাব লগা হৈছিল। তাৰপৰা বহুত ৰাতি উভতি আহিছোঁ। 'সাধু জেনাৰেলে' বহুত চেষ্টা কৰিছিল মই যাতে যাব নোৱাৰোঁ। কিন্তু তেওঁক আৰু পুলিচৰ চকুক ধূলি দি সেই দিনাখন মই যি কৰিছিলোঁ সেয়া মোৰ সাংবাদিক জীৱনত এক বিচিত্র অভিজ্ঞতা আৰু বিস্ময়কৰ অনুভৱ। বুজাই ক'ব নোৱাৰি সেই অনুভৱ। হঠাতে সংবাদটো কাণত পৰিছিল আৰু হঠাতে ঠাইখনৰ নাম শুনিব পাইছিলোঁ। এক মুহূৰ্ত্তও পলম কৰা নাই। মৰোঁ-জীউকৈ জীপ লৈ লৰি গৈছিলোঁ।

ৰূপা মহাৰাজৰ টেলিস্কোপিক ৰাইফল ক্ষিপ্র গতিত লুকাই চেপি ধৰিছিল আৰু কানহাইয়ে 'তাক্' কৈ ৰাইফল তুলি ধৰিছিল। মোৰ এই অযাচিত হঠাৎ আবিৰ্ভাবে তেওঁলোকক বিস্মিত আৰু ক্রুদ্ধ কৰি তুলিছিল। কিন্তু মোৰ এওঁলোকক বুজাবলৈ বেছি সময় লগা নাছিল। লুকা মহাৰাজে বাৰে বাৰে মোক সুধিছে কেনেকৈ মই এই ঠাই বিচাৰি পাইছোঁ আৰু বাৰে বাৰে মই লুকাক কৈছোঁ— ইয়াৰ বাহিৰে মই তেওঁৰ যি কোনো প্রশ্নৰ উত্তৰ দিবলৈ সম্মত আছোঁ। মহাৰাজ হাৰ মানিছে। পুনৰ সোধা নাই। মইও বেছি প্ৰশ্ন কৰা নাই। কৰিলেও হয়তো উত্তৰ নাপালোহেঁতেন। সন্ধ্যা বেলা কিন্তু নিজ হাতে মোক খাবলৈ আনি দিছে। তাৰ পিচত ৰাতি যেতিয়া শুইছোঁ তেতিয়া মোৰ একালে কানহাই আৰু একালে লুকা মহাৰাজ। সেই ৰাতি টোপনি অহা নাই। বেহড়ৰ

সেই নিস্তব্ধ ভয়াবহ ৰূপে মোক বিচলিত আৰু চম্বলৰ পানীৰ ওপৰ পৰা ভাঁহি অহা বতাহে মনত জগাইছে বহুত অজানা ভয়। ক্রমাগত এটাৰ পিচত এটা চিগাৰেট খাইছোঁ আৰু মোৰ জ্বলন্ত চিগাৰেটৰ ফালে এক দৃষ্টিৰে লুক্কাই চাই আছে।

"ক্যুঁ চাহাব, ডৰ লাগতা হ্যায়?" ভয় লাগিছে নেকি? হঠাতে মহাৰাজে সোধে।

"নহী, ডৰকি ক্যায়া বাত হ্যায়"—ভয় লাগিলেও কঁপা মাতেৰে কৃত্রিম সাহস দেখুৱাই কওঁ।

তাৰ পিচত ৰাতিৰ অন্ধকাৰত কেইখনমান জীপ আহি ৰৈছেহি। সাধু জেনাৰেলে মোক দেখি চিঞৰি উঠিছে—"ইউ, ইউ থিপ!" জীপ কেইখন ৰাওনা হোৱাৰ আগতে লৰালৰিকৈ একে উশাহতে জীপ চলাই পুনৰ কানহেৰা গাওঁ পাইছোঁগৈ। ৰাতি ভেতিয়া তিনি বাজিছে। কানহেৰা গাৱঁৰ পাঠশালাৰ সন্মুখৰ নাদৰ ওপৰত বহিছিলোঁহি। অন্ধকাৰৰ বুকু ফালি দূৰৈৰ পৰা এটা কুকুৰৰ আৰ্তনাদ ভাহি আহিছে আৰু গছৰ ওপৰৰ পৰা চৰাই এটাই কৰ্কশ ভাবে চিঞৰি উঠিছে। পাঠশালাৰ সন্মুখত দুখন জীপ আহি ৰ'লহি আৰু তাৰপৰা বাৰটা ছায়ামূৰ্তি নামি আহিল। দেখিয়ে চিনিব পাৰিলোঁ। লাহে লাহে ছায়ামূৰ্ত্তিবোৰ পাঠশালাৰ ফালে আগুৱাই গ'ল—লুক্কা, কানহাই, ভূপসিং, মট্ৰৰে, বিত্তাৰাম, তেজসিং, ভগবানা, দুৰ্জনা, জংগে, মালহা, ৰামচানহাই, দৰল্লা আৰু সাধু জেনাৰেল। পাঠশালাৰ বাৰাণ্ডাত লেম্পৰ ক্ষীণ পোহৰত 'বাবা' বহি আছে। লাহে লাহে সকলোবোৰে হাতযোৰ কৈ 'বাবা'ৰ সন্মুখত বহিল। সাধু জেনাৰেলে মোৰ মুখৰ আগতে দুমকৈ দুৱাৰ বন্ধ কৰি দিলে। দুৱাৰত কাণপাতি শুনিব ধৰিলোঁ আৰু মাজে মাজে ভঙা দেৱালৰ মাজেদি মাজ ৰাতিৰ সেই নাটকীয়া দৃশ্য চাইছিলোঁ।

"বাবা, ইয়ে হ্যায় লুক্কা—পণ্ডিত লুকমন্ শৰ্মা। আউৰ ইয়ে হ্যায় ইনকী দুৰবীনৱালী বন্দুক"—সাধু জেনাৰেলৰ মাত। লুক্কা মহাৰাজে

আগুৱাই গৈ বাবাক প্ৰণাম কৰিলে। লেম্পৰ পোহৰত লুকাক অদ্ভুত দেখা গৈছিল। বগা বং টকটকীয়া ৰঙা হৈ উঠিছে আৰু নীলা চকু দুটা কাঁচৰ দৰে জ্বলিছে।

"আউৰ ইয়ে হ্যায় কানহাই, ৰূপাকে ভাই"—আকৌ সাধু জেনাৰেলে ক'লে। এইবাৰ কানহাই আগুৱাই গৈ বাবাক প্ৰণাম কৰিলে। সাধু জেনাৰেলৰ খুন্দা খাই ইয়াৰ পিচত দুৱাৰৰ ওচৰৰ পৰা আতৰি আহিব লগত পৰিছিল, পুনৰ আৰু একো দেখা নাপালোঁ। প্ৰায় একঘণ্টামান পিচত সকলো ওলাই আহিছে আৰু লুকাই মোক দেখা পাই আগুৱাই আহিছে। "কেয়া লিখোগে চাহাব হামাৰে বাৰেমে ?"—সোধে তেওঁক লৈ কি লিখিম।

"আচ্ছা তোমালোকৰ ওচৰত যে টি. এম. চি. আৰু প্ৰচুৰ হ্যাণ্ড গ্ৰিনেড আছিল সেইবোৰ ক'লৈ গ'ল ?"

"বেচ দিয়া"—বিক্ৰী কৰি দিছোঁ—অম্লান বদনে লুকাই ক'লে।

"কিচকো ?" কাক ?—এইবাৰ লুকাই হাঁহিলে। কোনো উত্তৰ নাই আৰু আশাও কৰা নাই। মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ লুকাই দিয়া নাই। সুধিছিলোঁ মেৰাবামে কিয় আত্মসমৰ্পণ নকৰিলে। মহাৰাজ মনে মনে আছিল। কিন্তু মই জানো মেৰাৰামে ঘৃণাৰে আত্মসমৰ্পণৰ কথা প্ৰত্যাখ্যান কৰিছিল। খণ্ড কৰি দল এৰি গুচি গৈছিল। তেওঁৰ ভায়েক ৰামনাথৰ মৃত্যুৰ বদলা তেওঁৰ এতিয়াও লোৱা হোৱা নাই।

আৰু মট্ৰৰে। তেওঁৰ হাতত তেতিয়াও গুলী লগা ক্ষত। যি এনকাউণ্টাৰত ৰামনাথ মৰে তাৎপৰাই মট্ৰাই গুলী খাই পলাইছিল। বুজিব নোৱাৰিলোঁ এয়া কেনে ধৰণৰ যুদ্ধ—যেতিয়া তেওঁ হাত দাঙি থিয় হৈছিল কিয় পুলিচে তেওঁৰ হাত লক্ষ্য কৰি গুলী কৰিছিল। যুদ্ধতো হাত দাঙি থিয় হলেই 'চাৰেণ্ডাৰ' হৈ যায়। গুলী খাই তেওঁ পলাইছিল আৰু বেহড়ৰ মাজত লুকা মহাৰাজে তেওঁক টিটেনাচ ইঞ্জেকচন আৰু বেণ্ডেজ বান্ধি দিছিল।

ওচৰ-পাজৰৰ গাওঁ আৰু চহৰৰ প্ৰায়বোৰ মানুহে সৰু কানহেৰা গাৰঁলৈ আহিছে। হাজাৰ হাজাৰ মানুহে 'বাগী' সকলক চাবলৈ আহিছে। সেই ভীৰৰ মাজত লচ্ছী আৰু তেওঁৰ সঙ্গী প্ৰভু ডকাইতো আহিছে। তেওঁলোকেও 'বাবা'ৰ ওচৰত আত্মসমৰ্পণ কৰিছে। টেঙৰ, নিষ্ঠুৰ লচ্ছী। বোম্বে-দিল্লী-কলিকাতা হৈ ঘূৰি ফুৰিছিল। টকা শেষ হলে আকৌ অপৰাধ কৰিছিল। বোম্বেত 'বাবা'ৰ শান্তিৰ বাণী শুনি আত্মসমৰ্পণ কৰিবলৈ আহিছে।

ৰাতিপুৰাতে আকৌ 'বাবা'ৰ পদযাত্ৰা আৰম্ভ হৈছে। সেই দৃশ্য মই নাপাহৰোঁ। 'বাগী' সকলে কান্ধত বন্দুক আৰু বুকত ওলোমোই লোৱা গুলীৰ বেল্ট লৈ পুলিচৰ গাড়ীত উঠিছে। হাজাৰ হাজাৰ মানুহে জয়ধ্বনি কৰি তেওঁলোকৰ পিছে পিছে গৈ আছে। 'হিৰো'ৰ দৰে বাটে বাটে ডকাইত সকলক অভ্যৰ্থনা জনাইছে। সেই দৃশ্য দেখা হলে ফিল্মষ্টাৰসকলো ৰীতিমত ঈৰ্ষা হ'লহেঁতেন। সেই উত্তেজিত হাজাৰ হাজাৰ জনতাৰ আগত 'বাবা' গৈ আছে। কাডোৰা গাওঁ পাইছেহি, তাতে অপূৰ্ব দৃশ্য। বাটৰ ভাঁজৰ পৰা গাওঁলৈকে লোকাৰণ্য। আমগছৰ পাতেৰে সজোৱা তোৰণৰ মাজেদি 'বাবা' গাৰঁত সোমাইছে আৰু পিচত—'বাগী'ৰ দল।

কান্ধত বন্দুক লৈ এজন পিচত এজনকৈ সকলো গাঁৱত সোমাইছে, দুয়োফালে জনতাৰ ভীৰ। ভীৰৰ মাজেদিয়ে জীপৰ পৰা পুলিচ অফিচাৰ সকল ওলাই আহিল। ডি, আই, জি, কোহলী আৰু কমাণ্ডাণ্ট কুইন সকলোৰে আগত। বাগীসকলৰ লগত তেওঁলোকে কৰমৰ্দন কৰিছে। কোহলী চাহাবে হাত আগবঢ়াই দিয়ে আৰু কয়, "চাবাচ, চাবাচ,, আচ্ছা হুৱা, আচ্ছা হুৱা।" তাৰ পিচত হঠাতে ঘটনাতো ঘটি গ'ল। প্ৰথমে কোনোৱে বুজিব পৰা নাছিল। সকলোৰে লগত কৰমৰ্দন হৈ গৈছে। ধীৰ পদক্ষেপেৰে কমাণ্ডাণ্ট কুইন লুকাৰ লগত হাত মিলাবলৈ আগুৱাই আহিল। মুহূৰ্তৰ কাৰণে লুকা ৰৈ গ'ল। তেওঁৰ নীলা চকু দুটিৰ

পৰা যেন জুইৰ ফিৰিঙতিহে ওলাইছে। ঘপ্‌কৈ হাতখন আঁতৰাই নিলে। কুইনৰ মুখৰ সকলো সময়ৰ হাঁহি নিমিষতে মিলি গ'ল। "হঠ্‌ যাও হামাৰে চামনেসে" লুক্কাই ডাঙৰ ডাঙৰকৈ কুইনক গালি দিয়ে। কুইনক তেওঁ সহ্য কৰিব পৰা নাই। তেওঁ পাহৰিব পৰা নাই তেওঁলোকৰ ৰূপা মহাৰাজ মৰিব লগা হৈছিল কুইন চাহাবৰ হাতত। কি দৰে তেওঁ পাহৰিব পাৰে সেই ঘটনা আৰু সেই কথা। পাহৰি গৈ তেওঁ হঠাতে হৃদয়-পৰিবৰ্তন কৰি কুইন চাহাবৰ লগত কেনেকৈ হাত মিলায়। অসম্ভৱ! লুক্কাৰ পিচত থকা ভুপসিঙে হঠাতে বন্দুকটো চেপি ধৰিলে। মুহূৰ্ত্ততে গোটেই আৰহাৰা যেন কেনে হৈ উঠিল। এক মৃদু উত্তেজনা, এক অশুভ আতঙ্কত গোটেই কাডোৰা গাওঁ চমকি উঠিল। কোনোবাই যেন কুইনক হঠাতে দূৰলৈ আঁতৰাই লৈ গ'ল।

গোটেইদিন কাডোৰা গাৱঁত ৰাতিপুৱাৰ ঘটনাই সকলোকে চিন্তিত কৰি তুলিছে। মাজে মাজে কোনোবাই পুলিচৰ কেম্পৰ ওচৰলৈ আহি সুধিছে, কোন এই কুইন চাহাব? ক'ত তেওঁ? তেওঁলোকে তেওঁক চাব খোজে। উৰ্দ্ধতন বিষয়া সকলে কুইনৰ সম্বন্ধে ঘণ্টাৰ পিচত ঘণ্টা উদ্বিগ্ন হৈ কটাইছে। যদি কিবা হয়। যদি লুক্কা বা আন কোনোবাই হঠাতে কুইনক....? সাধু জেনাৰেলে কৈছিল 'বাগী' সকলে অকল আত্মসমৰ্পণে কৰা নাই, তেওঁলোকে তেওঁলোকৰ হৃদয়ও বাবাৰ চৰণত সঁপি দিছে—"দে হ্যাভ চাৰেণ্ডাৰ্ড দেৱাৰ হাৰ্টচ টু। কিন্তু তেনেহলে এইবোৰ কি?

এই ঘটনাৰ পিচত চৰকাৰী মহলত বহুত জল্পনা-কল্পনা হৈছে। বাবা' আৰু সাধু জেনাৰেলক বহুত বুজাই বঢ়াই সম্মত কৰোৱা

হৈছে যাতে 'বাগী' সকলে তেওঁলোকৰ অস্ত্ৰশস্ত্ৰ কৰ্তৃপক্ষৰ হাতত দি দিয়ে। আকৌ দেখা দিলে এক আচৰিত গহীন পৰিৱেশ। সেই কেইঘণ্টা মনত ভাব হৈছে যেন—কেইটামান যুগ। অস্ত্ৰশস্ত্ৰ এৰি দিবলৈ কোনোৱে সন্মত নহয়। বহুত চেষ্টা কৰি সাধু জেনাৰেলে তেওঁলোকক সন্মত কৰালে। ঠিক হ'ল সন্ধ্যাবেলা 'আৰ্মচ্ চাৰেণ্ডাৰ' হ'ব। সৰু তম্বু এটিৰ ভিতৰত বহিল ভিণ্ড জিলাৰ কালেক্টৰ, গোৱালিয়ৰৰ কমিচনাৰ, পুলিচ চুপাৰ পাহুজা, আৰু বহুতো। এজন এজনকৈ 'বাগী' সকল আহিল আৰু তেওঁ-লোকৰ বন্দুক কাৰ্টিজ থৈ গ'ল। শেষত আহিল লুক্কা। এবাৰ ৰাইফলটো চায় আৰু হাত বুলায়। পাঁচ মিনিট পাৰ হৈ গ'ল। শেষবাৰৰ কাৰণে লুক্কাই ৰাইফলটো আবেগত সাবটি ধৰিলে। তম্বুৰ ভিতৰত আকৌ সেই মৃত্যু-গহীন ভাৱ। মুখখন ঘূৰাই লৈ লুক্কাই এটি জোকাৰণি মাৰি কালেক্টৰৰ হাতত ৰাইফলটো তুলি দিলে। দৌৰি তম্বুৰ পৰা ওলাই আহিল।

বাহিৰত থিয় হৈ আছিলোঁ। মহাৰাজক সুধিলোঁ, "কুঁ মহাৰাজ ?"

লুক্কাৰ নীলা কাঁচৰ দৰে চকুৰ পৰা চকুৰ পানী ওলাব ধৰিলে। মোৰ কথাৰ উত্তৰ নিদিয়াকৈ কিছুদূৰ আগুৱাই গ'ল। অলপ পিচত আকৌ উভতি আহিল। তম্বুৰ ওচৰলৈ আহি সতৃষ্ণ নয়নে ৰাইফলটোৰ ফালে চাই থাকিল। আকৌ গুচি গ'ল, আকৌ আহিল। যেতিয়া পুলিচৰ গাড়ীত আটাইবোৰ ৰাইফল আৰু প্ৰায় ৯০০ ৰাউণ্ড কাৰ্টিজ পঠিয়াই দিয়া হ'ল, মহাৰাজে একদৃষ্টিৰে বহুত সময় গাড়ীখনৰ ফালে চাই থাকিল।

এতিয়া মহাৰাজৰ ওচৰত একোৱে তো নাই! হুঁ আছে। মোনাৰ পৰা লুক্কাই এটি হেণ্ডগ্ৰিনেড উলিয়াই দিলে। কুইন তেতিয়া কাডোৰা গাঁৱত। এঘণ্টা পিচত আৰু এটি হেণ্ড-গ্ৰিনেড লুক্কাই লৈ আহিল। ক'লে, বাস্তিপুৰা দিবলৈ পাহৰি

গৈছিল। ৰাতি আৰু এটি হেণ্ড-গ্ৰিনেড লৈ আহিল—ক'লে আৰু তেওঁৰ ওচৰত একোৱে নাই।

সেই ৰাতি কাডোৰা গাৱঁত দুজনে শুব পৰা নাছিল। মই আৰু লুক্কা মহাৰাজ। নাগৰালৈ উভতি গৈ কমাণ্ডাণ্ট কুইনো বোধহয় শুব পৰা নাছিল। যেতিয়া 'বাবা'ৰ কেম্পত সকলো গভীৰ টোপনিত আচ্ছন্ন তেতিয়া মই কেম্পৰ আশেপাশে ঘূৰি ফুৰিছোঁ। গছৰ তলত বহি চিগাৰেট লগাই লৈ আকাশৰ ফালে চাই চাই চিন্তাৰ বহুত জোট আওঁৰাবৰ চেষ্টা কৰিছিলোঁ। ছায়ামূৰ্ত্তিৰ দৰে লুক্কা তম্বুৰ পৰা ওলাই আহিল। মনে মনে আহি গছজোপাৰ তলত ৰ'লহি।

"ক্যুঁ মহাৰাজ, নীদ নহী আতী?"—লুক্কাক সুধিলো।

মহাৰাজ উত্তৰ দিছিল "নহী"। এই শান্ত পৰিবেশত তেওঁৰ টোপনি অহা নাই। হঠাতে কি যেন হৈ গ'ল। বছৰৰ পিচত বছৰ, ৰাতিৰ পিচত ৰাতি তেওঁ পলাইছে। অজানা ভয় আৰু আশঙ্কাত সকলো সময়তে তেওঁক বিচলিত কৰিছিল আৰু আজি বহুত বছৰ পিচত এই শান্ত পৰিবেশত জীৱনত প্ৰায় প্ৰথমবাৰ শান্তিত শুবৰ অৱসৰ পাইও তেওঁৰ টোপনি অহা নাই। এয়া কি হৈছে? লুক্কাৰ হাতৰ মুঠি বন্ধ হোৱা নাই। কিয়? হাতৰ ৰাইফলটো যে নাই। এই ১৫।২০ বছৰ প্ৰতি মুহূৰ্ত্তত মুঠিত চেপি ৰাখিছিল ৰাইফল আৰু আজি সেই মুঠি হঠাতে খালি হৈ গৈছে। সেইকাৰণে তেওঁৰ মুঠি বন্ধ হোৱা নাই। কেনেকুৱা যেন এক আচৰিত অনুভূতি। পুলিচৰ ভয়ত পলাবলগীয়া হোৱা নাই। পেলাই অহা তেজেৰে ৰাঙলি দিনবোৰ যেন বহুযুগৰ পুৰণি ইতিহাসৰ দৰে ভাৱ হৈছে। ৰূপা মহাৰাজ, 'দাউ' মানসিং, চুবেদাৰ সিং, তহচীলদাৰ সিং সকলোৰে কথা,যেন আজি মনত পৰিছে।

হঠাতে লুক্কাই কৈ উঠে—"আজি মই কি? মোৰ হাতত আজি ৰাইফল নাই। আজি সক শিশু এটাই যদিও মোক

লথিয়াইছি মই কিয়ে বা কৰিব পাৰোঁ? কি মোৰ শক্তি? ভাব হৈছে যেন মোৰ কলিজাটো কোনোবাই উলিয়াই লৈ গৈছে। মইতো আজি এটা 'জিন্দা লাচ'। মই বেছি কথা কোৱা নাই। মনে মনে অন্ধকাৰত বহি মহাৰাজৰ কথা শুনিছোঁ। চিগাৰেটৰ আভাত দেখিছোঁ লুকাৰ নীলা চকু দুটি নীলা কাঁচৰ দৰে জ্বলি আছে।

তাৰ পিচৰ ঘটনাবোৰ সাধাৰণ ভাবে ঘটি আছে। ইতিহাস বা সাংবাদিকাত তাৰ মূল্য নাই। 'বাবা'ৰ পদযাত্ৰা গৈ আছে— গাওঁৰ পিচত গাওঁ। লগত আছে সকলো বাগী। সুৰপুৰাত আৰু তিনিজন আহিছে। কৰম সিং, বদন সিং আৰু ৰামদয়াল। এওঁলোকে মেওৰাৰাম দল এৰি আহিছে। এওঁলোকক চাবলৈ গাওঁৰ পিচত গাওঁলৈ হাজাৰ হাজাৰ মানুহ আহিছে। 'বাবা'ৰ বহুত প্ৰাৰ্থনা-সভা জনতাৰ ডকাইত চোৱাৰ কৌতূহলত ভাঙি গৈছে। আৰু টুকুৰা-টুকুৰ সৰু সৰু বহুত ঘটনাই ঘটিছে।

এদিনাখনৰ কথা মোৰ মনত পৰে। গম্ভীৰ পৰিবেশৰ মাজত সেই হাস্যৰস বেয়া লগা নাছিল। তেতিয়ালৈকে লুকা আৰু কানহাই ডাঙৰ একোজন 'হিৰো' হৈ উঠিছে। তেওঁলোকৰে চাহিদা সকলোতকৈ বেছি। প্ৰেচ ফটোগ্ৰাফাৰ আৰু ৰিপোৰ্টাৰ-সকল গোটেই সময়তে তেওঁলোকৰ পিচত ঘূৰি ফুৰিছে। কানহাইৰ ফটো তুলিবলৈ গলেই তেওঁ কৈছিল "দাঁড়াও"। তাৰ পিচত নিজৰ গোফযোড় তাও দি, চুমৰী পকাই ঠিক এঙ্গোল'ত ৰাখি কৈছিল "হ্যাঁ আব লেও"। এজন পুলিচ ফটোগ্ৰাফাৰে কানহাইক নাম দিছিল, জনী ৱাকাৰ। আমিতো হাঁহিত ব'ব পৰা নাছিলোঁ।

এদিনাখন সুবিধাত পাই লুকাক কেইজনমানে আগুৰি ধৰিলে। যেনে গুঃগম্ভীৰভাবে লুকাই সেইদিনাখন ৰিপোৰ্টাৰসকলক চম্ভালি উঠিল, বহু ডাঙৰ ডাঙৰ নেতাইও বোধহয় সেইদৰে নোৱাৰিলে-হেঁতেন। বিৰক্তি বোধ কৰি মহাৰাজে ক'লে, "তোমালোকে

মোক খুব বিৰক্ত কৰিছা। তোমালোকৰ জ্বালাত মই অস্থিৰ হৈ পৰিছোঁ। এবাৰ এওঁ আহে এবাৰ তেওঁ আহে। বাৰে বাৰে একে কথা কৈ থাকিবলৈ ভাল নালাগে। মোৰ হাতত বেছি সময় নাই। যাৰ যি সুধিব লগা আছে সুধি লিখি নিয়া। বাৰে বাৰে ভাল নালাগে।”

ৰিপোৰ্টাৰসকল তো হতভম্ভ। হঠাতে মোৰ ওপৰত চকু পৰাত লুকাই ক'লে, “তোমাক তা সকলো কথা কৈছোঁ। তুমিয়ে কৈ দিয়া এওঁলোকক। তুমি কি লিখিছা—এওঁলোকক দেখুৱাই দিয়া। সকলো লেঠা শেষ হৈ যাওক।”

কেনেকৈ মহাৰাজক কওঁ যে এখন খবৰ কাগজৰ লগত আৰু এখন খবৰ কাগজৰ কেনেকুৱা অহি-নকুল সম্বন্ধ। মনে মনে ভীৰৰ পৰা পলাই আহিছিলোঁ। সেই প্ৰেচ-কন্‌ফাৰেন্সৰ পৰিণতিৰ কাৰণে অপেক্ষা কৰা নাই। মাত্ৰ ইয়াকে জানো মুখ ওন্দোলাই ৰিপোৰ্টাৰ সকল উভতি আহিছিল।

কেইদিন মান পিচত সভ্যজগতত বাগীসকলৰ ক্ষণস্থায়ী স্বাধীনতা হৈছে শেষ আৰু তেওঁলোকক সপি দিয়া হৈছে কৰ্তৃপক্ষৰ হাতত। বেহড়ৰ স্বাধীনতা ও ইয়াৰ লগে লগে শেষ হৈছে। আকৌ হৈছিল সেই মৃদু উত্তেজনা, এক অজানা, অশুভ আতঙ্ক আৰু গহীন আবহাৱা। ভিণ্ড চহৰৰ মানুহে বোধ হয় কেতিয়াও তেনেকুৱা দৃশ্য দেখা নাই, নেদেখেও। যেনেকৈ ‘হিৰো'ৰ অভ্যৰ্থনা বাগীসকলে পাইছিল ঠিক তেনেকৈয়ে তেওঁলোকক ‘হিৰো'ৰ দৰে বিদায় দিয়া হ'ল—‘হিৰো'চ চেণ্ড অফ্। আকৌ হাজাৰ হাজাৰ ভীৰ হৈছিল বিনোৱাৰ প্ৰাৰ্থনা-সভাত। সভাৰ এটা কোণত পুলিচৰ ব্ল্যাকমাৰিয়া থিয় হৈ আছে। এওঁলোকে ‘বাবা'ৰ আশীৰ্ব্বাদ লৈ জেললৈ গ'ল। আশ্ৰমৰ ছোৱালীবোৰে কপালত ৰক্তচন্দন দিলে, হাতত বান্ধি দিলে ৰাখী। লুকাই ৰাখীৰ সজনি টকা দিলে। ‘বাবা'ৰ চৰণত প্ৰণামী দিলে। বিভাবামে আৰম্ভ কৰিলে ৰামধুন “ৰঘুপতি ৰাঘৱ

ৰাজা ৰাম।" এসময়ত বিষ্ণাৰামে পুলিচত চাকৰী কৰিছিল। ৰাইফল চুৰিৰ অপৰাধত দুবছৰ জেল হৈছিল। জেলৰ পৰা ওলাই 'বাগী' হৈছিল। সুমধুৰ কণ্ঠেৰে বিষ্ণাৰামে গালে আৰু ৰু তালি দি জনতাই তেওঁৰ লগত গালে। 'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম।' বাৰান্দাৰ ওপৰত উঠি ডকাইতসকলে কৌতূহলী জনতাৰ কৌতূহল নিবৃত্ত কৰিলে, তাৰ পিচত জয়মাল্য পিন্ধি জেললৈ গ'ল। পুলিচৰ গাড়ীৰ পিচে পিচে বহুতদূৰ পৰ্য্যন্ত জনতা দৌৰি গৈছিল আৰু ডকাইতৰ লগত সুৰ মিলাই চিঞৰিছিল "ভাৰত মাতা কী জয়", "মহাত্মা গান্ধী কী জয়।"

পিচদিনা খন 'বাবা'ই ভিণ্ড এৰি পাণ্ডৰীৰ ফালে গ'ল। জনতাৰ ভীৰ কমি আহিল আৰু কমি আহিল এইকেইদিনৰ উৎসাহ উত্তেজনা আৰু উদ্দীপনা। যোৱাৰ আগতে ভিণ্ড জেললৈ গ'ল। জেলৰ প্ৰাঙ্গনত আকৌ প্ৰাৰ্থনা সভা বহিল। বিষ্ণাৰামে আকৌ ৰামধুন ধৰিলে। লুকাই বাবাক অনুৰোধ জনালে—তেওঁ মাত্ৰ এবাৰ নেহৰুজীৰ লগত দেখা কৰিব খোজে। বাবাই ক'লে তেওঁ পণ্ডিতজীক কৈ চাব।

আৰু এটা ঘটনাৰ কথা মোৰ মনত পৰিছে। জেললৈ যোৱাৰ আগতে ডকাইত সকলৰ লগত তেওঁলোকৰ আত্মীয়-স্বজনসকলৰ কেইটিমান মুহূৰ্তৰ মিলন। দূৰৈৰ পৰা থিয় হৈ সেই অদ্ভুত দৃশ্য চাইছিলো। কান্দোনৰ ৰোলত সেইদিনাখন 'বাবা'ৰ ক্যাম্প ভৰি উঠিছিল। কোনোজনৰ মাক, কোনোজনৰ ভায়েক, কোনোজনৰ স্ত্ৰী-পুত্ৰ। কোনোজনৰ চকুত পানী, কোনোবাই চিঞৰি কান্দিছে আৰু কোনোবাই আনন্দৰ আতিশয্যত দৌৰাদৌৰি কৰিছে। সেই দৃশ্য পাহৰিব পৰা নাযায়, পাহৰাৰ কথাও নহয়।

কিন্তু আৰু এদিনাখনৰ কথাতো কোৱা নহ'ল। মোৰ প্ৰতিজ্ঞা মই ৰাখিব নোৱাৰিলো। কৈছিলো কোনোদিনাখনে সেই গাঁৱলৈ নাযাওঁ। কিন্তু মই পুনৰ সেই গাঁৱলৈ যাব লগা হৈছিল।

জানিছিলোঁ তালৈ গলেই মই প্ৰশ্নৰ উত্তৰ দিব লাগিব। সেই প্ৰশ্নৰ উত্তৰ মোৰ ওচৰত নাছিল, আজিও নাই। কিন্তু তথাপিও মই উদিতপুৰালৈ যাব লগা হৈছিল।

ঘৰৰ দুৱাৰত হাত থৈ চলচলীয়া চকুৰে ৰুক্মিণী থিয় হৈ আছিল। 'বাবা' তেওঁৰ গাৱঁলৈ আহিছে আৰু আহিছে তেওঁৰ স্বামীৰ আদৰৰ লুক্কা। আৰু বৃদ্ধা হৈছে ৰুক্মিণী। চকুৰ দৃষ্টি আৰু ক্ষীণ হৈছে।

"আও বেটা। বড়েদিন বাদ আয়ে"—হুকহুকাই ৰুক্মিণীয়ে কান্দিছিল যেতিয়া 'মাজী' বুলি মাত লগাই তেওঁৰ সম্মুখত থিয় হৈছিলোঁগৈ।

॥ ওঠৰ ॥

কান্দি কান্দি ৰুক্মিণী শিল হৈ গৈছে। আৰু কিমান তেওঁ কান্দিব। বছৰৰ পিচত বছৰ শীৰ্ণ আঙুলিৰ পাব গণিছে—"চুবেদাৰ সিং, যশবন্ত সিং, ধম্মন সিং, উনকে বাপ আউৰ তহচীলদাৰ"—আৰু একেৰাহে কান্দিছে। সকলো গৈছে—"উচকে বাদ সব খতম্।" ধিমিক-ধামাককৈ স্বামীৰ ঘৰৰ প্ৰদীপ নৈনী কাৰাগৃহৰ অন্ধকাৰ চেলত জ্বলি আছে। আজি নহয় কালি, হয়তো দপ্‌কৈ নুমাই যাব। তাৰ পিচত, তাৰ পিচত ৰুক্মিণী নিজে জীয়াই থকাৰ কোনো দৰকাৰ নাই। এতিয়াও নাই। তথাপিও জীয়াই আছে যদি ভগবানৰ কৃপাত তেওঁৰ চকুৰ মণি তহচীলদাৰ উভতি আহে। দিনৰ পিচত দিন তেওঁ ৰাতিপুৱাতে উঠি গাৱঁৰ চাৰিআলিত থিয় হয়, বহু দূৰলৈ দৃষ্টি ৰাখি চায়—ক'তা তেওঁ, কোনোবাই যেন কৈছিল, ক'ৰবাৰ পৰা এজন 'বাবা' আহিব, তেওঁতো নাহিল। তহচীলদাৰৰ পাৰ শ্যাম সিঙক বাৰে বাৰে সুধিছে 'বাবা'তো নাহিল। শ্যাম সিঙে

বুজাইছে, 'বাবা' ঠিক দিনতে আহিব। ৰুক্মিণীৰ সকলো আশা, সকলো ভৰসা এই 'বাবা'ৰ ওপৰত। যদি তহচীলদাৰ উভতি আহে। তেনেহলে, তেনেহলে তেওঁ কি কৰিব। ৰুক্মিণীয়ে ভাবিব নোৱাৰে। সজোৰে আকৌ কান্দি উঠিল। কোনে তেওঁক বুজাব তহচীলদাৰ জীয়াই থাকিলেও তেওঁৰ ওচৰলৈ উভতি নাহিব। যিদিনাখন উভতি আহিব সেইদিনাখন হয়তো ৰুক্মিণী নাথাকিব।

তাৰ পিচত 'বাবা' সুদূৰ উদিতপুৰালৈ আহিছে। বাবাৰ দৰ্শন কৰিবলৈ দৌৰি গৈছে। বাবা নিজেও তেওঁৰ ঘৰলৈ আহিছে। তেওঁ বাবাৰ ভৰিত লুটি খাই পৰিছে। তহচীলদাৰৰ পৰিবাৰ আৰু ৰুক্মিণীৰ নাতি-নাতিয়েকহঁতো 'বাবা'ৰ ভৰিত সাৱটি ধৰিছে। 'বাবাই' কিমান কি কৰিছে আৰু তেওঁৰ ল'ৰাৰ জীৱন ওলোটাই দিব নোৱাৰিব নে? তেওঁৰ স্বামীৰ সম্পত্তি খেড়া-বাঠোড়ৰ সেই 'গড়হী' তেওঁ জানো পুনৰ দেখা নাপাব? তাৰ পিচত 'বাবা'ই উদিতপুৰা এৰি গুচি গৈছে। তেওঁৰ ল'ৰা, 'দাউ'ৰ চকুৰ মণি তহচীলদাৰৰ জীৱন ৰক্ষা পৰিছে কিন্তু তেওঁতো তেওঁৰ ওচৰলৈ উভতি অহা নাই। ক'তা, ৰুক্মিণীৰ চকুৰ পানী এতিয়াও তো শুকোৱা নাই। বহুত দিন আগতেই তেওঁ শিল হৈ গৈছে কিন্তু সময়-ভাৰাক্ৰান্ত অগণিত নিৰ্মম দাগ-কটা জীৰ্ণশীৰ্ণ গালেৰে অবিৰাম চকুপানী বৈ আছে।

এৰা, সেইদিনাখন বহুত দিন পিচত ৰুক্মিণীয়ে হাঁহিছিল। আনন্দত মন ভৰি উঠিছিল। হাঁহি হাঁহি কান্দি পেলাইছিল। তেওঁৰ জীৱনলৈ যে এনেকুৱা দিন আহিব পাৰে ৰুক্মিণীয়ে ভাবিব পৰা নাছিল। সকলো আহিছে—সকলো। লুকা, কানহাই আৰু সকলো। উদিতপুৰা পোৱাৰ লগে লগে তেওঁলোকে ৰুক্মিণীৰ ঘৰলৈ লৰি গৈছে। 'মাজী' বুলি তেওঁৰ ভৰিত লুটি খাই পৰিছে। লুকা আৰু কানহাইক বুকুলৈ টানি নি ৰুক্মিণীয়ে সজোৰে কান্দিছে। নাতি-নাতিনীয়েকহঁতক কৈছে, "লুকে, কানহাই"—দাউৰ আদৰৰ

'বেটা'। কানহাইক ওচৰলৈ টানিব খুজি ৰূপাৰ কথা মনত পৰিছে আৰু 'ৰূপে'ৰ কাৰণে বৃদ্ধা ৰুক্মিণীয়ে কান্দিছে। 'দাউ'ৰ কথা সকলোৱে কৈছে। 'মাজী'ৰ লগত লুকে আৰু কানহাইয়েও কান্দিছে। বহুত সময় 'মাজী'ৰ ওচৰত আছে। লুকাইতো কলে, "এই ঘৰ আমাৰ কাৰণে তীৰ্থ।" তাৰ পিচত বৃদ্ধা ৰুক্মিণীয়ে সকলোকে বহুৰাই খুৱাইছে। যেতিয়া তেওঁলোক উদিতপুৰা এৰি গুচি গৈছে—তেওঁৰ বুকুখন যেন খালি হৈ গ'ল। ভাব হৈছে—সকলো যেন পুনৰ অন্ধকাৰ হৈ গ'ল।

সুদীৰ্ঘ পোন্ধৰ বছৰ পিছত পুনৰ এদিন বৃদ্ধা ৰুক্মিণী সুদূৰ খেড়া-ৰাঠোৰলৈ গ'ল, লগত নাতি শ্যাম সিং, তহচীলদাৰৰ ল'ৰা। গাওঁত সোমোৱাৰ সময়ত থিয়েৰে থাকিব নোৱাৰিলে। হাউ হাউ কৈ কান্দি পেলাইছে। কিমান সলনি হৈ গৈছে তেওঁৰ অতিপৰিচিত খেড়া-ৰাঠোৰ। সকলো সলনি হৈ গৈছে। তেওঁক দেখি বাটত মানুহ গোট খাইছে—মানসিঙৰ স্ত্ৰীক চাবলৈ। ৰুক্মিণীয়ে সকলো জানিব পাৰিছে, সকলো তেওঁ শুনিছে। পোন্ধৰ বছৰ পিছতো জুই নুমোৱা নাই। গাওঁৰ ব্ৰাহ্মণবোৰে এতিয়াও সেই কথা পাহৰিব পৰা নাই। আৰু কিমান প্ৰায়শ্চিত্ত তেওঁ কৰিব? কোনোবা দিনাখন ৰুক্মিণীয়ে ভাবিব পাৰিছিল জানো তেওঁ খেড়া-ৰাঠোড়লৈ ঘূৰি অহাকৈ ভয় ভয় কৰি আহিব লাগিব, যাতে তেওঁ অহাৰ কাৰণে গাওঁত পুনৰ কোনো গণ্ডগোল নহয়। অকল তেওঁ কিয়, কোনোবাই জানো ভাবিব পাৰিছিল যে, ৰুক্মিণীয়ে উপৰাচি পণ্ডিত তুলসীৰামৰ ঘৰলৈ গৈ তেওঁৰ বংশধৰ সকলৰ সন্মুখত থিয় হৈ তেওঁলোকক অনুৰোধ কৰিব পুৰণি সকলো কথা পাহৰি যাবলৈ। আনৰ কথাত তেওঁ সকলো কৰিছে। কিন্তু কোনোবাই জানো পুৰণি কথা পাহৰিব পাৰিব? তেওঁ নিজেওতো পাহৰিব পৰা নাই। আনক দেখুৱাই গাওঁৰ কিছুমান মানুহে লৌকিকতা কৰিছে কিন্তু ৰুক্মিণীয়ে ভালে বেচ বুজিব পাৰিছে, তেওঁক পুনৰ

কোনোৰে নিবিচাৰে। আজি যদি তেওঁ জীয়াই থাকিলহেঁতেন তেনেহলে কি হ'লহেঁতেন! সকলো ঘটনা তেওঁৰ চকুৰ আগত ভাঁহি উঠে। সলনি হৈ গলেও খেড়া-ৰাঠোড় তেওঁক চিনাই দিব নালাগে। ইয়াৰ প্ৰতিজোপা গছ, শিল, প্ৰতিটি ধূলিকণাই তেওঁ যে চিনে।

যেতিয়া তেওঁক সকলোৰে বুজাইছিল, তেওঁ খেড়া-ৰাঠোড়লৈ উভতি যাওকগৈ, তেওঁৰ সম্পত্তি তেওঁ ওভোতাই পাব; ৰুক্মিণীয়ে আনন্দত কান্দি পেলাইছিল। বোধহয় তেওঁ এই দিনটোৰ কাৰণেই জীয়াই আছে। ইমানদিন পিচত, জানো তেওঁৰ দুখৰ অৱসান হ'ল। কিন্তু ৰুক্মিণীয়ে তো নাজানিছিল যে, খেড়া-ৰাঠোৰ সেই খেড়া-ৰাঠোড় হৈ থকা নাই।

বুকুখন তেওঁৰ অস্থিৰ হৈ উঠিছিল। আজিৰ পৰা বহুত বছৰ আগতে প্ৰথমে যেতিয়া খেড়া-ৰাঠোড়লৈ আহিছিল সেই দিনটোৰ কথা তেওঁৰ মনত পৰিল। উদিতপুৰাৰ পৰা বোৱাৰী-ৰূপে আহিছিল। গাঁৱলৈ আহিছিল নতুন 'ঠুলহন'—বিহাৰী সিঙৰ ল'ৰা মানসিঙৰ 'আউৰত'। গাঁৱত ধুমধাম হৈছিল, বাজনা বাজিছিল, পুৰিছিল আতচবাজী। আৰু আজি তেওঁ পুনৰ সুদূৰ উদিতপুৰাৰ পৰা খেড়া-ৰাঠোড়লৈ আহিছে—ডাকু মানসিং কি বুড়ী 'ৰওৰা' (বিধবা)। কোনো ধুমধাম হোৱা নাই, কোনো বাজনা বজা নাই, কোনো আতচবাজী পোৰা নাই। মাত্ৰ পুৰিছে তেওঁৰ কপাল। ক'ত তেওঁৰ সম্পত্তি, ক'ত তেওঁৰ সেই 'গড়হী'? ক'তা 'গড়হী'ৰ সন্মুখৰ সেই ডাঙৰ দুৱাৰখনতো নাই। আৰু এয়াই জানো তেওঁৰ সেই 'গড়হী'? হাউ হাউ কৈ বৃদ্ধা ৰুক্মিণীয়ে কান্দি উঠিছিল। 'গড়হী'ৰ ওচৰলৈ আজ-কালি কোনোৱে নাযায়। জৰাজীৰ্ণ হৈ পৰি আছে মাত্ৰ কিছুমান ইটা-শিল-কাঠৰ এটা জৰ্জৰিত ঘৰ। ৰুক্মিণীয়ে ৰ'ব নোৱাৰিলে, 'গড়হী'ৰ সন্মুখতে আছাৰ খাই পৰিল। আৰু

তেওঁৰ খেতি-পথাৰ তো চৰকাৰী আইনৰ মেৰপেচত ডুব গৈছে। ৰুক্মিণী পুনৰ উদিতপুৰালৈ উভতি আহিছে। আৰু হয়তো তেওঁ পুনৰ কোনোদিনাখনে খেড়া-ৰাঠোড়লৈ উভতি নাযায়। এদিনাখন তেৰোঁ নাথাকে আৰু নাথাকে খেড়া-ৰাঠোড়ৰ স্মৃতি। বহুত বছৰ পিচত যেতিয়া মাটি খান্দি পোৱা যাব, কোনো প্ৰত্নতত্ত্ববিদে তো তাকে লৈ মূৰ নঘমায়, কাৰণ ইতিহাসত খেড়া-ৰাঠোড়ৰ 'গড়হী' বা মানসিঙৰ কোনো মূল্য নাই। 'গড়হী'ৰ ঘৰৰ কঙ্কালটো অভিশপ্ত চম্বলৰ অভিশপ্ত সাক্ষীৰ দৰে থিয় হৈ থাকিব। চম্বলৰ পাৰৰ পৰা বৈ অহা দুৰন্ত বতাহ যেতিয়া সেই প্ৰেতপুৰীৰ ওপৰেদি বৈ যাব, ভাব হ'ব যেন হাজাৰ হাজাৰ ক্ষুধাতুৰ অতৃপ্ত প্ৰেতাত্মাৰ দীঘল হুমুনিয়াহ—মানসিং, চুবেদাৰ সিং, তলফীৰাম, ছাবৰাম, নেতৰাম, ৰূপাৰ দীঘল হুমুনিয়াহ মিহলি বিদাৰি উঠা কান্দোন।

কৈছিলোঁ পুনৰ কোনোদিনাখন উদিতপুৰালৈ নাযাওঁ কিন্তু মই পুনৰ যাব লগা হৈছিল। আকৌ ৰুক্মিণীৰ ঘৰৰ সন্মুখত থিয় হৈছিলোঁগৈ। মুখখন একেবাৰে মোৰ ওচৰলৈ আনি কৈছিল "আও বেটা।"

"কৈয়চী হো মাজী ?" ৰুক্মিণীক সুধিছিলোঁ।

ৰুক্মিণীয়ে কান্দি পেলাইছিল। আৰু বয়স হৈছে। দৃষ্টি আৰু ক্ষীণ হৈছে। জীৱনৰ লগত, দাৰিদ্ৰ্যৰ লগত, অভাব অনাটনৰ লগত যুদ্ধ কৰি কৰি ৰুক্মিণী শ্ৰান্ত। তেওঁ হাৰি গৈছে। সেইদিনাখন তেওঁৰ ওচৰত বহুত সময় বহিছিলোঁ। আদৰ কৰি ৰুক্মিণীয়ে মোক ওচৰত বহুৱাই লৈ খুৱাইছে। মোৰ ওচৰত বহি খাইছিল লুক্কা, কানহাই আৰু সকলোৱে। তেওঁলোক গুচি গৈছে আৰু মই বৃদ্ধাৰ ওচৰত বহি আছিলোঁ। ফটা-ফিতা লেতেৰা কাপোৰ পিন্ধি আছিল—'ৰজা' মানসিঙৰ স্ত্ৰী ৰুক্মিণীয়ে। কান্দি কান্দি পুনৰ তেওঁৰ দুৰ্দ্দশাৰ কথা কৈছে।

"জান বেটা" রুক্মিণী যেন পুনৰ বহু দূৰৈৰ সেই মানুহ। "এদিনাখন মই অকলে বাটেৰে খোজকাঢ়ি গলে গৰুৰ গাড়ীৰ মানুহে আদৰ কৰি মাতি নি বহুৰাই যলৈকে যাব খুজিছিলোঁ তালৈকে লৈ গৈছিল। এয়াতো বেচিদিনৰ কথা নহয়। এই উদিতপুৰাতেই।"

"কিয়, এতিয়া কি হৈছে ?"

"এতিয়া ?" ৰুক্মিণীয়ে হাঁহিবৰ চেষ্টা কৰে।

"এতিয়া তেওঁলোকে বহুৰায়। কিন্তু বহুৱাৰ আগতে হাঁহি হাঁহি সোধে, "তেৰে পাচ পইচা হ্যায় বুড্টী ?"

"মই একোকে নিবিচাৰোঁ। মই 'জিন্দগী'ত পইচা, ইজ্জত সকলো পাইছোঁ। আজি নহয় কালিলৈ মই মৰিম। কিন্তু এই সৰু সৰু নাতি-নাতিনীহঁত। ইহঁতৰ কান্দোন, ইহঁতৰ দুখ মইতো পুনৰ চাব নোৱাৰোঁ। মোক একোকে নালাগে। মোৰ তহচীলদাৰক মোৰ বুকুলৈ ওভোতাই আনি দিয়া। সি সকলো ঠিক কৰি দিব। সকলো তো গৈছে। মাত্ৰ বাকী মোৰ তহচীলদাৰ। সি উভতি আহক। মোক পুনৰ একোৱে নালাগে।"

আকৌ শীৰ্ণ আঙুলিৰ পাব ৰুক্মিণীয়ে গণে। আকৌ চুড়িহীন নিজৰ খালি হাতখনৰ ওপৰত শীৰ্ণ আঙুলি বুলায়। হয়তো মনত পৰি যায়গৈ সেইদিনাখনৰ কথা যিদিনাখন খুব দুখত পাগলৰ দৰে চিঞৰি মানসিঙক কৈছিল, "লোৱা, সাহস যদি নাথাকে ছোৱালীৰ দৰে থাক পিন্ধি ঘৰত বহি কান্দা।"

পুনৰ বেচি সময় বহি থাকিব নোৱাৰিলোঁ। যদি পুনৰ ৰুক্মিণীয়ে মোক সেই প্ৰশ্ন কৰে। যদি মোক সোধে "ইন বাচ্চোকোঁ ক্যায়া কচুৰ ?" তেতিয়া কি উত্তৰ মই দিম ? আগতেও দিব পৰা নাই, সেইদিনাখনো দিব পৰা নাই আৰু আজিও মোৰ ওচৰত ৰুক্মিণীৰ প্ৰশ্নৰ উত্তৰ নাই। আৰু নাই বুলিয়েতো ৰুক্মিণীৰ ওচৰলৈ যোৱাৰ মোৰ সাহস নাই। হয়তো আৰু এদিনাখন উদিতপুৰালৈ যাব

লাগিব, তেতিয়া হয়তো মোৰ ওচৰত উত্তৰ থাকিলেও, সেই উত্তৰ শুনিবলৈ হয়তো ৰুক্মিণী নাথাকিব।

"আচ্ছা মাজী ৰাম ৰাম", বুলি সেইদিনা উদিতপুৰা এৰি মনে মনে গুচি আহিছিলোঁ। ঠিক সেই ভাবেই ৰুক্মিণীয়ে পুনৰ দুৱাৰত হাত দুখন থৈ থিয় হৈ আছিল। গাৱঁৰ ৰঙা ধূলি উৰুৱাই মোৰ জীপ গুচি আহিছিল। তাৰ পিচত উদিতপুৰা এৰি ভিণ্ডলৈ আৰু ভিণ্ডৰ পৰা আৰু আগুৱাই আহিছোঁ। ৰৈছিলোঁ সেই ঠাইত যি ঠাইত গব্বৰসিং পুলিচৰ হাতত মৰিছিল। সকলো কথা মনত নাই, লগৰ পুলিচ অফিচাৰে সেইদিনাখন কৈছিল। গব্বৰসিঙে বহুতৰ নাক কাটিম বুলি প্ৰতিজ্ঞা কৰিছিল। গাৱঁৰ মানুহে গবৰা বুলি মাতিছিল। বহুতো নাক কাটিছিলো। কিন্তু সিদিনাখন সেই পুলিচ এন্‌কাউণ্টাৰত তাৰ নিজৰ নাকেই ব্ৰেনগানৰ গুলীত উৰি গৈছিল। বাটৰ কাষতে সেই তুমুল যুদ্ধ হৈছিল। বাচ, লৰী, গাড়ি সকলো ৰৈ গৈছিল আৰু মানুহবোৰে থিয় হৈ হৈ চাইছিল গব্বৰ সিঙৰ জীয়াই থকাৰ আপ্ৰাণ চেষ্টা আৰু শুনিছিল তাৰ সেই ত্ৰাহি ত্ৰাহি চিঞৰ "দুৰ্গা মাইয়া আপকী নিকল যানে দে। ফিৰ কভী নহী আউঙ্গা"। যেতিয়া ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট মোদীৰ ব্ৰেনগানৰ গুলী লাগিছিল ধুপ্‌ কৰি গবৰা পৰি গৈ কৈছিল, "হায় মোদী, মাৰ ডালা।"

সকলো কথা মই শুনিবলৈ পোৱা নাছিলোঁ। সকলো মনতো নাই। লগৰ পুলিচ অফিচাৰে কৈছিল কিন্তু মই ভাবি আছিলোঁ ৰুক্মিণীৰ কথা। অহাৰ সময়ত কৈছিল, "ৰাম ৰাম বেটা, ফিৰ আনা।" আৰু কৈছিল তেওঁৰ তহচীলদাৰৰ কথা লিখিবলৈ "মেৰে তহচীলদাৰ ওৱাপচ আ যায়ে।" তহচীলদাৰৰ সকলো কথা মই লিখিব পৰা নাই কিন্তু মই লিখিছোঁ অভিশপ্ত চম্বলৰ তেজেৰে ৰাঙলি কাহিনী।

ৰুক্মিণীয়ে আকৌ আহিবলৈ কৈছিল। হয়তো যাম, হয়তো

নাযাওঁ। যিদিনাখন যাম সেইদিনাখন হয়তো রুক্মিণী নাথাকে, আৰু যদি যাওঁ আৰু ৰুক্মিণী থাকে, যদি তেওঁ পুনৰ সেই প্ৰশ্ন কৰে তেনেহলে কি উত্তৰ দিম? তেওঁ যদি তেওঁৰ তহচীলদাৰক ওলোতাই খোজে ক'ৰ পৰা তেওঁক মই তেওঁৰ তহচীলদাৰক আনি দিম?

অতীতৰ চৰ্মবতী আজি হৈছে অভিশপ্ত চম্বল। বৈ গৈ থাকিব যুগযুগান্তৰ ধৰি তেওঁৰ অতি নিজস্ব গতিত ধ্বংসৰ গান গাই গাই। অভিশপ্ত 'বেহড়'ৰ পৰা যুগযুগান্তৰ ধৰি হয়তো শুনা যাব দীঘল হুমুনিয়াহ। চম্বলৰ পৰা ভাঁহি বতাহ আচাৰ খাই পৰিব হয়তো দিগন্তব্যাপী 'বেহড়'ৰ বুকুত আৰু তাৰ পৰা হয়তো যুগযুগান্তৰ ধৰি প্ৰতিধ্বনিত হ'ব "উচ্‌কে বাদ্—উচ্‌কে বাদ্—উচ্‌কে বাদ্?"

## ॥ শেষ সংগ্ৰাম ॥

আজিৰ পৰা বহুত, বহুত বছৰ পিচত যেতিয়া অভিশপ্ত চম্বলৰ ইতিহাস লিখা হ'ব তাৰ পাতে পাতে এটি নাম জ্বলজ্বলকৈ জ্বলি থাকিব—প্লাটুন কমাণ্ডাৰ ৰামআখতৰাৰ সিং। নিজৰ জীৱনক বাজী মাৰি তেওঁ অভিশপ্ত চম্বলৰ আটাইতকৈ ডাঙৰ অভিশাপক মচি পেলাব খুজিছিল। মচি পেলাইছিল বীৰত্বৰ চৰম নিদৰ্শন দেখুৱাই, বেহড়ৰ ৰঙা মাটিত তেজৰ গঙ্গা বোৱাই, জীৱনৰ লগত হোলি খেলি।

একজনে একজনক সাৱটি ধৰি দুটি ৰক্তাক্ত দেহ ওচৰাওচৰিকৈ

পৰি আছিল। এজন চম্বলৰ বিভীষিকা নৃশংসতম খুনী ঠাকুৰ লাখন সিং, আনজন ফাৰ্ষ্ট ব্যাটেলিয়ন ক্র্যাক্ কোম্পানীৰ প্ল্যাটুন কমাণ্ডাৰ ৰামআখতৰাৰ সিং। ৩০ ডিচেম্বৰ ১৯৬০। চম্বলৰ তেজেৰে ৰাঙলি ইতিহাসে আৰু এবাৰ মোট সলালে। পাঁচ বছৰ আগতে এই ক্র্যাক্ কোম্পানীৰে গোবিন্দ বাহাদুৰ থাপাই নিজৰ জীৱন আহুতি দি দুৰ্ধৰ্ষ মানসিঙৰ ভিণ্ড জিলাৰ কাকৰান-কা-পুৰাৰ বেহড়ৰ বুকুত জীৱনৰ সমাপ্তি ঘটাইছিল। পাঁচ বছৰ পিচত ৰামআখতৰাৰৰ হাতত লাখন সিঙৰ দস্যুজীৱন শেষ হ'ল। আচৰিত যোগাযোগ, লাখনৰ দস্যুজীৱন এনেকুৱা ঠাইত শেষ হ'ল যি ঠাইৰ পৰা খুব বেছি দূৰৈত নহয় লোদা-কী-পল্লী, য'ত তেওঁৰ দস্যুজীৱনৰ সূত্ৰপাত হৈছিল।

কিন্তু এনেকুৱা আচৰিত যোগাযোগৰ সমাবেশ মই জীৱনত কেতিয়াও শুনা নাই বা জনা নাই। সেইদিনাখন কেইটিমান মুহূৰ্তৰ কাৰণে ঠাকুৰ চাহাৰ আৰু পুলিচৰ লগত ভাগ্যই খেলা খেলিছিল। কেইচেকেণ্ডমানৰ ভিতৰত বোধহয় সকলো ওলট-পালট হৈ গ'লহেঁতেন, কিন্তু ঠাকুৰ চাহাবৰ ইমান সতৰ্কতা সত্ত্বেও সৰু এটা ভুলৰ কাৰণে সেইদিনাখন ভিণ্ড জিলাৰ দেওৰা গাৱঁৰ ওচৰত বেচলাই নদীৰ পাৰত তেওঁ চৰম মূল্য দিব লগা হৈছিল।

আজিৰ পৰা বহুত, বহুত বছৰ পিচত হয়তো মইও পাহৰি যাম অভিশপ্ত চম্বলৰ কাহিনী। হয়তো পাহৰি যাম সৰু সৰু টুকুৰা-টুকুৰ ঘটনাবোৰ। হয়তো পাহৰি যাম উদিতপুৰাৰ কন্মিণীক। তেৱোঁ হয়তো মোক পাহৰি যাব। আৰু বহুতকে মই হয়তো পাহৰি যাম বা বহুতে মোক পাহৰি যাব—আচগৰী, তাল্লো, পুতলী, লুক্কা, মালখন সিং, সোণচিড়িয়া, ভীকম সিং, ৰঘুবীৰ সিং। হয়তো কমাণ্ডাণ্ট কুইন আৰু কস্তমজীয়েও মোক পাহৰি যাব। সকলো স্মৃতি হয়তো অলপ অলপ মনত পৰিব, কিন্তু কেতিয়াও হলে পাহৰিব নোৱাৰোঁ—সেই মাজৰাতি শুনা "ৰাম ৰাম বাবুজী" আৰু ভঙা ঘৰৰ কথা শুনি।

নৃশংস দস্যু ঠাকুৰ লাখন সিঙৰ চকুৰ পানী। আৰু হয়তো পাহৰিব নোৱাৰিম ৩০ ডিচেম্বৰ, ১৯৬০ চনৰ সেই সন্ধ্যাৰ কথা—সেই আচৰিত যোগাযোগৰ সমাবেশৰ কথা।

মধ্যপ্রদেশৰ উপ-স্বৰাষ্ট্ৰমন্ত্ৰী নৰসিং ৰাও দীক্ষিতজীৰ লগত সেইদিনাখন আবেলি ধূমায়িত চাহৰ কাপ আগত লৈ বহিছিলোঁ। আলোচনাৰ বিষয় মধ্যপ্রদেশৰ চিৰপুৰাতন অথচ চিৰনতুন ডকাইতি সমস্যা। এজন এজনকৈ সকলো শেষ হৈ আহিছে। সগৰ্বে দীক্ষিতজীয়ে সকলো কথা কৈ গৈছিল। মাত্ৰ এটা চিন্তা— এতিয়াও ঠাকুৰ লাখন সিং বাকী। যোৱাৰ সময়ত ক'লে, "কব তক্ বচেগা লাখন। আই উইল গেট হিম ওৱান ডে অ্যাণ্ড ছাট টু চুন।" জোৰে দীক্ষিতজীৰ হাতত ধৰি কৈছিলোঁ, "উইচ ইউ অল লাক, দীক্ষিতজী।"

এতিয়াও ঠিক মনত আছে। সেই ৰাতি এঘাৰ বজাৰ সময়ত পুলিচ হেডকোৱাৰ্টাৰৰ পৰা টেলিফোন আহিছিল। আকৌ সেই "ৰান ডাউন টু দি হেডকোৱাৰ্টাৰ্চ।" ডকাইত নমৰিলে মধ্যপ্রদেশৰ ৰাজধানীত মাজনিশা খবৰৰ কাগজৰ মানুহক পুলিচৰ হেড-কোৱাৰ্টাৰ্চলৈ নামাতে। অনিচ্ছাসত্ত্বেও দৌৰি হেডকোৱাৰ্টাৰ পাইছিলোঁগৈ। তেতিয়াও কোনো অহা নাই। ৰুস্তমজী চাহাবৰ ঘৰত নিথৰতা বিৰাজমান। বহুতো ডাঙৰ ডাঙৰ উৰ্দ্ধতন পুলিচ বিষয়া বহি আছে। ধুমুহাৰ দৰে মই সোমাই আহোঁতে মৃদু হাঁহি মাৰি ৰুস্তমজী চাহাবে টেবুলৰ ওপৰৰ আয়নাখন দাঙি লৈ 'মস্টিক্ৰিষ্ট লিষ্ট'খন উলিয়াই আনিলে। ৰঙা পেন্সিলডাল দাঙোতেই কৈ উঠিলোঁ, "ওৱেট এ মোমেণ্ট, লেট মি চি দি নেম।"

মৃদুভাষী ৰুস্তমজী চাহাবক কেতিয়াও ইমান ডাঙৰকৈ হাঁহা শুনা নাছিলোঁ। গোটেই কোঠালীটো তেওঁৰ অট্টহাঁহিত যেন কঁপি

উঠিল। লিষ্টখন মোৰ কালে ঘূৰাই দি ৰঙা পেন্সিলডাল নির্মমভাবে নামটোৰ ওপৰেদি চলাই দিলে।

"লাখন সিং!"

কাষত কেইটিমান কথা লিখিলে। "চট্ ডেড্—30. 12.60—3 p. m. নিয়াৰ দেওৰা ভিলেজ, ভিণ্ড ডিষ্ট্রিক্ট। ফাষ্ট´ ব্যাটেলিয়ন ক্র্যাক্ কোম্পানী।" লিষ্টখন পুনৰ আয়নাৰ তলত থৈ দিলে। হঠাতে চমকি উঠিছিলোঁ। তাৰ পিচত কিছুসময় সকলো মনে মনে থাকিল। কোঠাৰ নিস্তব্ধতা ভাঙিলে দীক্ষিতজী আৰু বাকী খবৰ কাগজৰ মানুহৰ আগমনত। লাহে লাহে দীক্ষিতজীয়ে শুনাবলৈ ধৰিলে লোমহর্ষক ভয়ানক সেই আধা ঘণ্টাৰ এনকাউণ্টাৰ কথা। তাৰপিচত ৰুস্তমজীৰ পাল। লাখনক বর্ণনা দিবলৈ তেওঁ ভাষা বিচাৰি পোৱা নাছিল—"দি কিলাৰ, দি ব্লাডি কিলাৰ, লাখন দি টেৰিবল, দি হোমিচাইড্ল ম্যানিয়াক।" কথা কৈ থাকোঁতে হঠাতে ৰুস্তমজীৰ মাতটো খোকামোজা লগা শুনা গ'ল—চকু দুটি সজল হৈ উঠিল। প্লেটুন কমাণ্ডাৰ ৰামআখতৰাৰ সিং। "ইট ইজ এ টেৰিবল্ লচ। হি ওৱাজ এ গ্যালাণ্ট অফিচাৰ।" জয়ৰ লগতে বেদনাৰ আভাষ। কোঠাৰ আবহাৱা মুহূর্ত্তত কেনেকুৱা যে গধূৰ হৈ উঠিল। লাহে লাহে কোঠাৰ পৰা ওলাই আহিছিলোঁ। দীক্ষিতজীয়ে এটা কোণলৈ টানি নি হাঁহি ক'লে, "তৰুণ, হোৱাট এ কো-ইনচিডেন্স। আজ যব তুমচে হাম কো বাত কৰ ৰহা থা মুঝে কুছ্ ভী নহী মালুম থা। তুমনে উইচ ইউ অল লাক কহা থা। অ্যাণ্ড হিয়াৰ ইজ লাক। হামচে ৰোজ মিলা কৰো। ৰোজ এক ডাকু খতম হোগা। ইউ আৰ এ লাকী ভিজিটৰ।" আচৰিত যোগাযোগ।

দীক্ষিতজীক কৈছিলোঁ—পুনৰ কি দৰকাৰ। সকলো তো শেষ হৈ গ'ল। সঁচাকৈয়ে জানো সকলো শেষ হৈ গ'ল? অভিশপ্ত চম্বলৰ অভিশাপ জানো মচ্ছ খাই গ'ল? কোনো জানে? মইও নাজানো, দীক্ষিতজীয়েও নাজানে।

লাখনক হয়তো কোনোদিনাখনে পোৱা নগ'লহেঁতেন যদি সেইদিনাখন ৰেডিঅ' অপাৰেটৰ নৰেন্দ্ৰ সিং, চাব-ইন্সপেক্টৰ বেদৰাম, পুলিচ চুপাৰ পান্থজী, ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট মাধো সিং আৰু মোদী, প্লাটুন কমাণ্ডাৰ ৰামআখতৰাৰ সিং আৰু নাম-জনা-নজনা সেই ব্ৰেন-গাণাৰ অপূৰ্ব দক্ষতা আৰু বুদ্ধিৰ লগত কাম নকৰিলেহেঁতেন। সময় নাছিল। লাখনৰ দৰে টেঙৰ মানুহক সহজতে পোৱা সহজ নহয়, সকলোৱে জানিছিল। সকলোৰে বুকু মৃদুভাবে কঁপি আছিল, লাখনক জানো পোৱা যাব? আৰু এন্‌কাউণ্টাৰ হলেই যে লাখনক পোৱা যাব, তাৰে কি স্থিৰতা আছে? এই কেইদিনমান আগতেইতো উত্তৰপ্ৰদেশৰ পুলিচৰ গুলীৰ সম্মুখেদি গুচি গৈছিল। তাৰো কিছুমান দিন আগতে উত্তৰপ্ৰদেশতেই এখন গাৱঁৰ পৰা এখন গাৱঁৰ পিছত লুট কৰি, বহুতক নৃশংসভাবে খুন কৰি লাখন আহিছিল। লুটৰ বোজা ইমান বেছি হৈছিল যে, দলৰ মানুহবোৰে ভাৰ বব নোৱাৰি অকল সোণৰ বাহিৰে সকলো বস্তু পেলাই এৰি আহিছিল।

মাত্ৰ ইমানবিলাক যোগাযোগৰ সমাবেশ হৈছিল বুলিয়েতো বোধহয় অসম্ভৱ সম্ভৱ হৈছিল।

যোগাযোগ নহয় কি? ৰেডিঅ' অপাৰেটৰ নৰেন্দ্ৰ সিঙে সেইদিনাখন নিয়মৰ বিৰুদ্ধেই হয়তো কাম কৰিছিল। ৰেডিঅ, অপাৰেটৰে নিজেতো কোনো 'মেচেজ' পঠিয়াব নোৱাৰে। তথাপিও সেইদিনাখন উৎসাহৰ আতিশয্যত নৰেন্দ্ৰ সিঙে স্বতঃপ্ৰবৃত্ত হৈ খবৰটো পঠিয়াইছিল। ইঠাতে ধুমুহাৰ দৰে আহিছিল 'মুখবীৰ' (ইনফৰমাৰ) চাহবা, জলদী খবৰ দিয়া, ঠাকুৰ লাখন সিঙ ভিণ্ডৰ দেওৰা গাৱঁৰ গুচৰতে আছে আৰু সন্ধ্যাৰ অন্ধকাৰত পাওঁ এৰি যাবগৈ। বিশ্বাস কৰিলেও তেওঁ নিজে, মাত্ৰ এজন 'মুখবীৰ'ৰ হুকুমত কেনেকৈ খবৰ পঠিয়াব? মানুহজনৰ প্ৰায় কান্দিব লগা অৱস্থা হৈছিল, চাহাব এনেকুৱা সুযোগ জীৱনত নাপাব। ভয় ভয়

কৈ নৰেন্দ্ৰ সিঙে ‘কোড’ মেচেজ পঠিয়ালে। মুহূৰ্ত্তেতে পাহুজা চাহাবে চাব-ইন্সপেক্টৰ বেদৰামক মাতি পঠিয়ালে। তেওঁৰেই বিশ্বাসী ইনফৰমাৰৰ খবৰ। বিজুলীৰ দৰে এটাৰ পিচত এটাকৈ ‘মেচেজ’ যাবলৈ ধৰিলে। পাহুজা, কৰ্ত্তাৰ সিং, মোদী, মাধো সিং, কুইন, ৰামআখতৰাৰ আৰু বছা বছা মানুহ—ফাষ্ট ব্যাটেলিয়ান ক্র্যাক্ কোম্পানী, চেকেণ্ড ব্যাটেলিয়ন ইন্দোৰ, ফোৰ্থ ব্যাটেলিয়ন আৰু ফিফ্থ ব্যাটেলিয়ন।

সূৰ্য্য তেতিয়াও মূৰৰ ওপৰত। লাহে লাহে চাৰিওফালৰ পৰা পুলিচ দল আগবাঢ়িল। দুপৰীয়া আঢ়ৈবজাৰ সময়ত গোৱালিয়ৰৰ ক্র্যাক্ কোম্পানী ৪০ মাইল দূৰৈৰ দেওৱা গাৱঁৰ সীমা পালেগৈ। মাজত বেচলাই নদী আৰু সিপাৰত দেওৱা গাওঁ। অলপ দূৰৈত এখন বাগান। কোনো শব্দ নাই। লাহে লাহে খুব সাবধানেৰে পুলিচৰ দল আগুৱাবলৈ ধৰিলে। তাৰ পিচত মনে মনে বহু সময় প্ৰতীক্ষা কৰিব লগা হ’ল। সময় গৈ আছে। এইবাৰ বেচলাই নদীৰ বুকত অন্ধকাৰ নামি আহিব আৰু সেই অন্ধকাৰৰ সুযোগ লৈ যদি লাখনে গা ঢাকি পলাই যায়? ৰামআখতৰাৰ অধীৰ হৈ উঠিল। নিজৰ প্ল্যাটুন লৈ আৰু অলপ দূৰ আগুৱাই গ’ল। সেয়া অন্ধকাৰত নদীৰ পাৰে পাৰে ছায়ামূৰ্তিৰ দৰে কোনোবাই যেন নিঃশব্দেৰে গুচি যাবলৈ ধৰিছে। তেওঁলোক কোন? তেওঁলোক জানো বাকী ব্যাটেলিয়নৰ মানুহ? নে লাখন সিং? প্ৰায় ত্ৰিশটা ছায়ামূৰ্তি। ভয়ানক শীততো ৰামআখতৰাৰৰ কপালত বিন্দু বিন্দু ঘামে দেখা দিলে। নাই, পুনৰ অপেক্ষা কৰিব নোৱাৰি।

“ফায়াৰ।” ৰামআখতৰাৰে চিঞৰি উঠিল। ক্র্যাক্ কোম্পানীৰ ৰাইফল আৰু ব্ৰেনগানৰ শব্দ অন্ধকাৰৰ বুকু ফালি শুনা গ’ল। নদীৰ সিপাৰৰ পৰা এজাক গুলী আহিল। ৰামআখতৰাৰ আগুৱাই গ’ল। নদীত পানী কম। আৰু আগুৱাই—আৰু আগুৱাই। আকৌ তেওঁৰ ৰাইফলে গৰ্জি উঠিল। কিন্তু এয়া কোনে চিঞৰিছে?

"আৰে কেয়া কৰতে হো। হাম পুলিচকে আদমী, গোলী মত চালাও।" ছিঃ-ছিঃ-ছিঃ ; এয়া ৰামআখতৰাৱে কি কৰিছে। নিজৰ মানুহৰ ওপৰতেই গুলী চলাইছে? লগে লগে ফায়াৰিং বন্ধ কৰিবলৈ তেওঁ হুকুম দিলে। অলপ সময় চুপচাপ। ছায়ামূৰ্ত্তিবোৰ লাহে লাহে আঁতৰি যাব ধৰিছে। আগুৱাই। আৰু আগুৱাই—ৰাইফল ৰেঞ্জৰ পৰা হয়তো প্ৰায় আঁতৰি গৈছিল।

কিন্তু সাৱধানী লাখনে এটা ভুল কৰি পেলালে। সেই এটা ভুলৰ কাৰণে তেওঁ নিজৰ জীৱন বলি দিব লগা হ'ল। নিজকে পুলিচৰ মানুহ বুলি কৈ তেওঁ ৰামআখতৰাৱক ভয়ানক সমস্যাত পেলাইছিল। এনেকুৱা সুযোগ পুনৰ জীৱনত নাহে। তেওঁ নদীৰ তীৰত বুকুত ভৰ দি যাবলৈ ধৰিলে আৰু তেওঁক 'কভাৰ' কৰি চাৰিজন মানুহ ৰ'ল। কিন্তু তেওঁৰ দলৰ এজনে এয়া কি কৰিলে? হঠাতে তেওঁ শুনিব পালে তেওঁৰ দলৰে কোনোবা এজনে পুলিচৰ ফালে 'ফায়াৰ' কৰিছে। এনেকুৱা মাৰাত্মক ভুল জানো কোনোবাই কৰে? লাখনে বুজিলে পুনৰ একো কৰিবৰ নাই। জীৱনৰ শেষ যুদ্ধৰ কাৰণে তেওঁ সাজু হ'ল।

ৰামআখতৰাৱে মাত্ৰ এবাৰেই ভুল কৰিছিল। পুলিচৰ মানুহ বুলি ভাবি তেওঁ গুলী চলোৱা বন্ধ কৰি দিছিল। কিন্তু এয়া কি? পুলিচৰ যদি ইহঁত মানুহ হয় তেনেহলে পুনৰ তেওঁৰ ফালে কেলৈ ফায়াৰ কৰিব? মুহূৰ্ততে তেওঁ বুজিব পাৰিলে লাখনৰ অপূৰ্ব কৌশল আৰু লগে লগে লাখনৰ দলৰ মানুহৰে মাৰাত্মক ভুল।

সময় নাই 'চাৰ্জ', চিঞৰি ৰামআখতৰাৱ আগুৱাই গ'ল। অন্ধকাৰত তেতিয়া একোৱে দেখা নাযায়। ৰামআখতৰাৱে দেখিলে এজন মানুহক—দীঘল, বহল বুকু—পুলিচৰ ইউনিফৰ্ম পিন্ধা—পোন হৈ থিয় হ'ল। ৰামআখতৰাৱ এটি তীক্ষ্ণ চিঞঁৰ, শুনিবলৈ পালে, আৰু হঠাতে বুকুখন যেন কেনেবা কৰি উঠিল। চাৰ্টটো তিতি গ'ল। মূৰটো জমজমাই উঠিল। পৰিব খুজিও ৰামআখতৰাৱ

আগুৱাই গ'ল। তেওঁৰ প্লাটুনৰ মানুহবোৰে বোলে অন্ধকাৰত দেখিবলৈ পাইছিল দুটা ছায়ামূৰ্ত্তিৰ ভয়ানক সেই যুদ্ধ। মত্ত সিংহৰ দৰে দুয়োজনে চিঞৰি উঠি দুয়োজনে দুয়োকে সাৱটি ধৰে। হঠাতে আৰু এটি গুলীৰ শব্দ শুনা গৈছিল। দীঘল মানুহজনে পৰি যাব খুজি পুনৰ চিঞৰি উঠিছিল। দুটা ৰাইফল আকৌ গৰ্জি উঠে। তাৰ পিচত দুটি গধুৰ দেহ বেচলাই নদীৰ পাৰত পৰিগৈছিল।

দুয়োজনে সাৱটা-সাৱটি কৰি পৰি আছে। ৰাইফল দুটা ছিটিকি অলপ দূৰৈত পৰি আছে। নদীৰ পাৰৰ বালি বঙা হৈ পৰিছে। দুয়োজনৰ পিন্ধনতে পুলিচৰ পোছাক—এজন প্লাটুন কমাণ্ডাৰ ৰামআশ্ৰেৰাৰ সিং, আৰু এজন চম্বল বিভীষিকা নাগৰাৰ ঠাকুৰ লাখন সিং।

বেচলাই নদীৰ পাৰত লাখন সিঙৰ দস্যুজীৱন শেষ হ'ল। উত্তৰপ্ৰদেশৰ জালোন জিলাৰ আকবৰপুৰা গাৱঁত তেওঁৰ কণ্যা স্ত্ৰীৰ কপালৰ 'চোহাগ সিন্দুৰ' চিৰদিনৰ কাৰণে মচ খাই গ'ল।

পাণ্ডৰী গাৱঁৰ সোণচিড়িয়াই পিচদিনাখন খবৰ পাই বোলে মাটিত আচাৰ খাই পৰিছিল। বোধহয় সেই মানুহজনে হাঁহিছিল যিজনে মোক সোণচিড়িয়াৰ অহঙ্কাৰৰ কথা কৈছিল। পাণ্ডৰী গাৱঁত পুনৰ বাবুল গছৰ দৰকাৰ ন'হব। লাখন সিঙেই যেতিয়া নাই তেতিয়া পুনৰ কোনো হৰবিলাসে নজন্মিব আৰু ঠাকুৰ চাহাবৰ লগত 'ধোকা'ও নকৰিব। আৰু যেতিয়া লাখন সিঙো নাই, হৰবিলাসো যেতিয়া নহব আৰু কোনোৱে 'ধোকা'ও নকৰে তেতিয়া পাণ্ডৰী গাৱঁত পুনৰ বাবুল গছৰো দৰকাৰো নহয়।

অকল সোণচিড়িয়াই কন্দা নাছিল, আৰু বহুতে কান্দিছিল। ভাদাপুৰ গাৱঁত খৰৰ মাটিৰ বেৰত মূৰ খুন্দিয়াই বুকু ফটোৱা কান্দোন লাখনৰ বুঢ়া মাকে কান্দিছিল। আৰু কান্দিছিল লাখনৰ ভায়েক মালখান সিঙে। তেওঁৰ 'এক মাকা দুধ পিয়া' ভাই আৰু নাই। আৰু ফিৰিঙ্গী সিং? তেওঁো কান্দিছিল। বেচলাই

নদীৰ পাৰৰ সেইদিনাখনৰ যুদ্ধত তেওঁতো লাখনৰ লগত আছিল। তেওঁৰো ভৰিত গুলী লাগিছিল। ফিৰঙ্গীয়ে কান্দিছিল নে নাই নাজ্ঞানো, কিন্তু লাখনৰ মৃত্যুৰ পিচত দলৰ নেতা তেওঁৱে হৈছিল আৰু পাগলৰ দৰে 'খুন কা বদলা খুন' প্ৰমাণ কৰিবলৈ এজনৰ পিচত এজনকৈ হত্যা কৰি ফুৰিছিল। কিছুদিন আগতে তেওঁ প্ৰতিশোধ লৈছে যেতিয়া তেওঁৰ গুলীত মধ্যপ্ৰদেশৰ পুলিচৰ আৰু এজন অফিচাৰ কমাণ্ডাণ্ট কৰ্তাৰ সিঙে প্ৰাণ দিছিল। বেচলাই নদীৰ পাৰৰ সেই ভয়ানক যুদ্ধত কৰ্তাৰ সিঙো এটা প্লাটুনত আছিল। আৰু ৰূপা মহাৰাজৰ লগত এন্‌কাউণ্টাৰতো কৰ্তাৰ সিং আছিল।

বহুতে কিন্তু হাঁহিছিল। মাজনিশা কন্তমজী চাহাবে 'মষ্টিক্ৰিষ্ট লিষ্ট'ৰ পৰা লাখনৰ নামটো কাটি কাটি অট্টহাঁহি মাৰিছিল। কমাণ্ডাণ্ট কুইনৰ লগত মোৰ পুনৰ দেখা হোৱা নাই। সেইদিনা-খন ফোৰ্থ ব্যাটেলিয়নৰ লগতে তেওঁতো আছিল। লাখনৰ লগত তেওঁৰ লাষ্ট ব্যাটল্ হোৱাৰ আগতেই ৰামআখতৰাৰ সিঙৰ লগত লাখনৰ লাষ্ট ব্যাটল্ হৈ গৈছিল। কুইনৰ লগত মোৰ দেখা হোৱা নাই কিন্তু মই ক'ব পাৰোঁ, তেওঁ নিশ্চয় অট্টহাহি হাঁহিছিল আৰু হয়তো কৈছিল, 'ব্লাডি কিলাৰ, উই হ্যাভ গট হিম, ম্যান।'

আৰু বহুতে হাঁহিছিল। বৃদ্ধ ৰঘুবীৰ সিঙে ভিণ্ড চহৰত হাজাৰ হাজাৰ মানুহৰ ভীৰৰ মাজত থিয় হৈ লাখন সিঙৰ মৃতদেহ চাইছিল। আগৰাই গৈ থুই থুই কৰি "চালা কুত্তা, চালা হাৰামি" বুলি কোৱাৰ তেওঁৰ সুযোগ নহ'ল। ৰঘুবীৰ সিঙৰ হাঁহিৰ লগত হয়তো কান্দোনো মিশ্ৰিত আছিল। ইমানদিনে নাগৰা গাওঁৰ ৰাজপুত ইতিহাসত পূৰ্ণচ্ছেদ পৰিল। পুনৰ ৰঘুবীৰ তেওঁৰ নাগৰা গাওঁলৈ উভতি যাবগৈ। 'হাভেলী'লৈ হয়তো নাযায়, তথাপিও নাগৰালৈতো উভটি যাব পাৰিব। সেইদিনাখন ভিণ্ডত তেওঁৰ লগত জোৱাই ভিকম সিঙো আছিল। তেওঁ হয়তো লাখনৰ

মৃতদেহৰ ফালে চাইছে আৰু নিজৰ কাপোৰৰ তলৰ গুলীৰ দাগৰ ওপৰত হাত বুলাইছে।

তেওঁ জীয়াই থকা নাই। জীয়াই থকা হলে বোধহয় তেওঁ হাঁহিলেহেঁতেন। শেষ দিনলৈ কল্লাক ক্ষমা কৰিলেও লাখনক পুতলীবাঈয়ে কেতিয়াও ক্ষমা কৰা নাই। জীয়াই থকা হলে পুতলীয়েও হাঁহিলেহেঁতেন।

'অভিশপ্ত চম্বল'ৰ কাহিনী লেখাৰ সময়ত আৰু তাৰ পিচতো বহুত প্ৰশ্নৰ উত্তৰ মই দিব লগা হৈছিল। আজিও হৈছে। সেইকাৰণে কিছুমানদিন আগতে যেতিয়া কলিকতাৰ পৰা এখন এটা মাত্ৰ লাইনৰ চিঠি পাওঁ, মই আচৰিত হোৱা নাই। "ঠাকুৰ লাখন সিঙতো শেষ হ'ল। এইবাৰ বোধহয় 'অভিশপ্ত চম্বল'ৰ অভিশাপ শেষ হ'ল।" মাত্ৰ এই কথা কেইটাই চিঠিখনত লেখা আছিল। 'সেয়াই হ'ল বোধহয়'—উত্তৰ দিব পৰা হলে মই আনন্দিত হলোঁহেঁতেন। কিন্তু চম্বলৰ অভিশাপ শেষ হোৱা নাই। কেতিয়া হ'ব কোনে জানে? লাখন সিং, পানা, বাহাদুৰা— যি কেইজনক মই 'লাষ্ট বিগ থ্ৰি' বুলিছিলোঁ—তেওঁলোকৰ মাজত বাকী মাত্ৰ বাহাদুৰা। আৰু বাকী দেবীলাল শিকাৰী ( অমৃতলালৰ দলৰ এতিয়া নেতা ) আৰু অলপমান মানুহ। কিছুমান দিনৰ ভিতৰত এওঁলোক বোধহয় শেষ হ'ব। কিন্তু সেয়া হলেই জানো অভিশাপ শেষ হব? নহয় বোধহয়। শতাব্দীৰ পিছত শতাব্দীৰ এই অভিশাপ ইমান সোনকালে জানো শেষ হয়? হাজাৰ হাজাৰ বেহড় এতিয়াও থিয় হৈ আছে আৰু তাতেই হয়তো [illegible] নিত্য নতুন লাখন সিং আৰু মানসিং। 'লিজেণ্ড' হয়তো এওঁলোকে নকৰিব কিন্তু যিমানদিন 'খুন কা বদলা খুন' [illegible] চম্বলৰ উপত্যকাৰ ওপৰত ভৰ কৰি থাকিব সিমান দিনে [illegible] প্ৰবৃত্তিও নেৰে।

[illegible] পিচত মাহ পদযাত্ৰা কৰি প্ৰেমৰ পতাকা হা[illegible]লে

কঠিন বেহড়ৰ মাজত হৃদয় পৰিবৰ্তন কৰিবলৈ বিনোৱা ভাবে নামিছিল। 'বাবা'ৰ মিচনে যে কিমানখিনি সাফল্য লাভ কৰিছিল তাকে লৈ নতুন তৰ্ক তুলি আজি কোনো লাভ নহ'ব। কাৰো হৃদয় পৰিবৰ্তন হোৱা নাই, নহ'বও। যিসকলে তেওঁৰ ওচৰত নাটকীয়ভাবে মাজ নিশা কানহেৰা গাৱঁত আত্মসমৰ্পণ কৰিছিল— তেওঁলোকৰ কিমানখিনি হৃদয় পৰিবৰ্তন হৈছে মই সেয়া নাজানো। কিন্তু এইখিনি হলে জানো যে তেওঁলোকে কোটত কোনোৱে নিজৰ দোষ স্বীকাৰ কৰা নাই। 'বাবা'ই তো তেওঁলোকক দোষ স্বীকাৰ কৰিবলৈ কৈছিল। তেওঁলোকৰ কোনোৱে কৰা নাই। তেওঁলোকেও নিজৰ অধিকাৰ বুজি আইন-আদালতৰ সাহায্য লৈ নিজক ৰক্ষা কৰিছে আৰু শাস্তি হলে কৰিছে আপিল। সভ্যজগতৰ মানুহে আদালতৰ কাঠগড়াত থিয় হৈ যি কৰে তেওঁলোকেও তাকে কৰিছে। মাজতে মাত্ৰ কিছুদিনৰ বাবে তেওঁলোকক 'হিৰো' কৰি আইন-আদালতক কিছুমানদিনৰ কাৰণে হেয় কৰা হ'ল। বহুতেই এই অভিযোগৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছে। তেওঁলোকক যে 'হিৰো' কৰোৱা হোৱা নাই বহুতেই মোক কৈছে, আজিও কৈছে। কিন্তু মই যে নিজ চকুৰে সেইবোৰ দৃশ্য দেখিছিলোঁ।

● ● ●




॥ মধ্যপ্রদেশের অভিশপ্ত চম্বল উপত্যকার চিত্র ॥